সাৰভাগক উপজীব্য কৰি **'বৃহৎকথাৰ মঞ্জৰী'** ৰচনা কৰে। সোমদেৱৰ 'কথাসৰিৎসাগৰ'ৰ ২১৩৮৮ শ্লোকৰ বিপৰীতে ক্ষেমেন্দ্ৰৰ 'বৃহৎকথা মঞ্জৰী'ত ৭৫০০ শ্লোক আছে। গতিকে 'বৃহৎকথামঞ্জৰী'ৰ আয়তন 'কথাসৰিসাগৰ'ৰ প্ৰায় এক তৃতীয়াংশ। ক্ষেমেন্দ্ৰই বৃহৎকথাৰ কাহিনী চমুৱাওঁতে কেতিয়াবা তেওঁৰ ৰচনা নীৰস, নিৰ্জীব, লালিত্যহী- , দুৰ্বোধ্য আৰু ধুসৰিত হৈছে। ঠাই বিশেষত কথাসৰিৎসাগৰৰ সহায় লৈহে ক্ষেমেন্দ্ৰৰ কাহিনী বুজিব লৈ পাৰি। তথাপিও ক্ষেমেন্দ্ৰই ঠাই বিশেষত নিজৰ বৰ্ণনা শক্তিৰ পৰিচয় নিদিয়াকৈ থকা নাই।

বৃহৎকথামঞ্জৰী ১৮ টা লম্বকত বিভক্ত। ১ম লম্বকটি কথাপীঠ নামে জনাজাত; ইয়াত গুণাঢ্যৰ হাতত বৃহৎকথাৰ উৎপত্তিৰ বৰ্ণনা কৰা হৈছে। ২য়-৩য় লম্বকত পদ্মাৱতীৰে বিয়া হোৱালৈকে উদয়নৰ চৰিত বৰ্ণিত হৈছে। ৪ৰ্থ লম্বকত নৰবাহনদত্তৰ জন্ম কথা বৰ্ণিত হৈছে। বাকী লম্বক কেইটাত নৰবাহনদত্তৰ অনেক প্ৰেমকথা আৰু দুঃসাহসিক অভিযান বিবৰি কোৱা হৈছে। অৱশেষত তেওঁৰে মদন মঞ্জুষাৰ মিলন আৰু বিদ্যাধৰসকলৰ ওপৰত সাৰ্বভৌমত্ব লাভৰ কথা বৰ্ণনা কৰা হৈছে।

(৪) **কথাসৰিৎসাগৰ ঃ** বৃহৎকথাৰ ২য় কাশ্মীৰি সংস্কৰণ হৈছে সোমদেৱকৃত **'কথাসৰিৎসাগৰ'**। কাশ্মীৰৰ ৰজা অনন্তৰ ৰাণী আৰু ত্ৰিগৰ্ত বা কুল্লু-কাঙ্গাৰাৰ ৰজাৰ কন্যা সূৰ্যমতীৰ মনোৰঞ্জনৰ বাবে ১০৬৩-১০৮১ খৃষ্টাব্দৰ ভিতৰত সোমদেৱে কথাসৰিৎ সাগৰ ৰচনা কৰে।

**'কথাসৰিৎসাগৰ'** গ্ৰন্থখন ১৮ লম্বক আৰু ১২৪ টা তৰঙ্গত বিভক্ত। মুঠ শ্লোকৰ সংখ্যা ২১,৩৮৮। ইয়াত চুটি আৰু দীঘলীয়া অনেক কাহিনী বৰ্ণনা কৰা হৈছে। যথাৰ্থতেই ৰ .াৰূপ নদীসমূহৰ সমুদ্ৰমুখী প্ৰবাহ। গ্ৰন্থৰ আৰম্ভণিতে সোমদেৱে গ্ৰন্থৰ স্বৰূপ আৰু বৰ্ণনীয় বিষয়ৰ সূচী দাঙি ধৰিছেঃ

আদ্যমত্ৰ কথা পীঠং কথামুখমতঃ পৰম্।
ততো লাৱাণকো নাম তৃতীয়ো লম্বকো ভৱেৎ।।
নৰবাহনদত্তস্য জননং চ ততঃ পৰম্।
[illegible] দাৰিকাখ্যশ্চ ততো মদনমঞ্চুৰা।।
ততো যত্ন প্ৰভানাম লম্বকঃ সপ্তমো ভৱেৎ।
সূৰ্য প্ৰভাভিধানশ্চ লম্বকঃ স্যাদথাষ্টমায়ঃ।।
অলঙ্কাৰৱতী চাথ ততঃ শক্তিৰ্যথা ভৱেৎ।
বেলালম্বকসংজ্ঞশ্চ ভৱেদেকাদশস্ততঃ।।
শশাঙ্কৱত্যপি ততঃ স্যান্মদিৰাৱতী।
মহাভিষেকানুগতস্ততঃ স্যাৎপঞ্চলম্বকঃ।।
ততঃ সুৰতমঞ্জৰ্যথ পদ্মাৱতী ভৱেৎ।
ততো বিষমশিলাখ্যো লম্বকোঽষ্টাদশো ভৱেৎ।।

এনেকৈয়ে গ্ৰন্থখনৰ ওঠৰটা লম্বকত বিষয়-বস্তু বৰ্ণিত হৈছে। ইয়াৰ প্ৰকৃত নায়ক নৰবাহনদত্ত আৰু নায়িকা মদনমঞ্চুৱা।

গ্ৰন্থখনৰ ইংৰাজী অনুবাদক চি,এফ্, টনিয়ে (Tawny) ইয়াৰ প্ৰশংসা কৰি কৈছে ঃ "আমি যেতিয়া এই গ্ৰন্থলৈ দৃষ্টিপ্যাত কৰো সেতিয়া তাত নানা প্ৰকাৰৰ কথা-কাহিনীবোৰ দেখি মন আশ্চৰ্যৰে ভৰি পৰে। খৃষ্টীয় চনৰ শ শ বছৰ আগতে জীব-জন্তুৰ সাধুবোৰ ইয়াত আছে। দ্যুলোক আৰু ভূলোকৰ নিৰ্মাণ সম্বৰ্কীয় ঋগ্বেদকালীন কথাবোবো ইয়াত পোৱা যায়। সেইদৰে ৰক্তপান কৰা বেতালসকলৰ কাহিনীসমূহ সুন্দৰ প্ৰেমময়ী প্ৰণয় কাহিনী সমূহ, আৰু দেৱতা, মানুহ আৰু অসুৰৰ যুদ্ধৰ কাহিনী বিলাকো ইয়াত সঞ্চিত আছে। এইটো পাহৰিব নেলাগে যে ভাৰতবৰ্ষ কথা সাহিত্যৰ সত্যভূমি; এই বিষয়ত ইৰাণ আৰু আৰব দেশকৈও ই আগবঢ়া আৰু উচ্চতৰ। ভাৰতৰ ইতিহাসৰ কথাও এনেকুৱা কাহিনীহে। ইয়াৰ অতিশয়োক্তিপূৰ্ণৰূপে এই আখ্যানবোৰতকৈ কম মনোমোহা নহয়।"

বেতাল পঞ্চবিংশতি আৰু পঞ্চতন্ত্ৰৰ সাধুৰ পোনতে ইয়াৰ মাজতে দেখা গৈছিল।

এই গ্ৰন্থৰ কথা-কাহিনীৰ মাজত ভাৰতীয় সভ্যতা-সংস্কৃতিৰ ৰেহৰূপ, সামাজিক পৰিস্থিতি, ভৌগোলিক তথ্য আদিও বহু পৰিমাণে উপলব্ধি কৰিবলৈ পাৰি। কবিৰ বৰ্ণনা শক্তিয়ে পাঠকক সততে চমৎকৃত কৰে।

বেতালপঞ্চবিংশতি ঃ ই পঁচিশটা মনোমোহা কাহিনীৰ সমষ্টি। কথক বা প্ৰশ্নকৰ্তাজন বেতাল আৰু শ্ৰোতা-উত্তৰ দাতাজন ত্ৰিবিক্ৰমসেন (বা বিক্ৰমাৰ্ক বা বিক্ৰমাদিত্য)। পণ্ডিতসকলৰ মতে ই পোনতে স্বতন্ত্ৰ গ্ৰন্থ আছিল যদিও পাছলৈ ই বৃহৎকথামঞ্জৰী আৰু কথাসৰিৎসাগৰৰ অন্তৰ্ভূক্ত হৈ পৰে।

এই গ্ৰন্থৰ একাধিক সংস্কৰণ বিদ্যামান। শিৱদাসৰ নামেৰে (খৃ০১২শ শতিকা) জড়িত 'বেতালপঞ্চবিংশতিকা' আপাততঃ পুৰণি আৰু প্ৰসিদ্ধ। জম্ভদত্ত আৰু বল্লদাসকৃত গ্ৰন্থ দুখন আপেক্ষিকভাৱে অৰ্বাচীন। প্ৰায়বোৰ প্ৰাদেশিক ভাষালৈ অনূদিত হোৱাৰপৰাই গ্ৰন্থখনৰ জনপ্ৰিয়তাৰ ইঙ্গিত পোৱা যায়।

পুথিখনৰ ৰূপৰেখা এনে ঃ ৰজা বিক্ৰমে সন্ন্যাসী এজনৰ কথামতে শ্মশানৰ এচুকত এডাল গছত ওলমি থকা মানুহৰ মৰা শ এটি আনিবলৈ যায়। ৰজাই মৰাশটি নমাই লৈ সন্ন্যাসীৰ ওচৰলৈ খোজ লওঁতেই তাৰ পিঠাপি লৈ থকা বেতালে এটি সাঁথৰ প্ৰায় কাহিনী কৈ শুনায় আৰু অন্তত কাহিনীত নিহিত সমস্যাৰ সমাধান সূত্ৰ ৰজাৰপৰা দাবী কৰে। ৰজাই যথাৰ্থ উত্তৰ দিলে মৰাশটি গৈ আকৌ গছৰ ডালত ওলমি থাকেগৈ। ৰজাই আকৌ শটো নমাই ল'লে আকৌ বেতালে কাহিনী কৈ প্ৰশ্ন কৰে। এনেদৰে পঁচিশবাৰ পঁচিশটা সাঁথৰৰ উত্তৰ ৰজাই দিয়াত বেতাল সন্তুষ্ট হৈ সন্ন্যাসীৰ অভিপ্ৰায় ৰজাক জানিবলৈ দি বেতাল সিদ্ধিৰ বাবে ৰজাক যথাৰ্থ দি... দিয়ে। সেইদৰে বিক্ৰমে বেতালসিদ্ধ হয়।

কাহিনীবোৰ অতিশয় কৌতুহলোদ্দীপক আৰু সৰস। ভাষাও সহজ-সৰল।

**শুকসপ্ততি ঃ** শুকসপ্ততি ৭০ টা সংক্ষিপ্ত গল্পৰ সংগ্ৰহ। চিন্তামণি নামে জনৈক ব্ৰাহ্মণক ইয়াৰ ৰচক বুলি জনা যায়। ইয়াৰ সাধাৰণ ৰূপ এটা কোনো এজন শ্বেতাম্বৰ জৈনৰ ৰচনা বুলি অভিমত পোৱা যায়। ইয়াৰ মূল কাহিনীটো এনে ঃ হৰদত্ত নামে সাউদৰ মদনবিনোদ (দেৱদাস) নামে এজন পুতেক আছিল। তেওঁ বৰ বিষয়াসক্ত হোৱাত সাউদ বৰ দুঃখিত হ'ল। তেতিয়া ত্ৰিবিক্ৰম নামে ব্ৰাহ্মণে শুক আৰু সাৰিকা এহাল দি ক'লে যে ইহঁতক ভালদৰে পুহিলে সময়ত সাউদৰ দুঃখ গুচিব। মদনবিনোদে সদায় শুক-সাৰিকা হাল লালন-পালন কৰোঁতে সিহঁতৰ মুখত সজ উপদেশ শুনি তেওঁ সজপথলৈ ঘূৰি আহিল আৰু পিতৃ-মাতৃ আৰু পত্নীৰপৰা বিদায় লৈ বেহাবলৈ বিদেশলৈ গ'ল।

তেওঁ যোৱাৰ পাছত ব্যভিচাৰিণী দাসীহঁতৰ প্ৰৰোচনাত পৰি মদনবিনোদৰ পত্নীয়ে (প্ৰভাৱতীয়ে) পৰপুৰুষৰ ওচৰলৈ যাবলৈ ওলোৱাত সাৰিকাজনীয়ে বাধা দিয়াত প্ৰভাৱতীয়ে তাইক ডিঙি চেপি মাৰি পেলালে। কিন্তু শুক পক্ষীটোৱে প্ৰভাৱতীৰ কাৰ্য সমৰ্থন কৰি ক'লে, 'যুক্তমিদং কৰ্তব্যমেৱ পৰং দুষ্কৰং নিন্দিতং চ কুলস্ত্ৰীণাম্। কিঞ্চ, তদা গম্যতা যদি বিপৰীতে সমায়াতে মতি তৱ বুদ্ধিৰস্তি। যদি নাস্তি তদা পৰাভৱপদং ভৱিষ্যতি। যতঃ

কৌতুকান্বেষণা নিত্যং দুৰ্জনা ব্যসনাগমে।
মাসোপবাসিনী যদ্বণিক্ পুত্ৰকচন্দ্ৰহে

অৰ্থাৎ বিপত্তি আহিলে দুষ্টসকলে ধেমালিখন চাইহে থাকে, যেনেদৰে মাহজোৰা উপবাস খটা পূৰ্ণা দূতীয়ে বণিক ল'ৰাৰ চুলিত ধৰি তেওঁৰ [illegible] কৰা দৃশ্য চাই ৰ'ল।

শুকৰ কথাত প্ৰভাৱতীৰ মনত কৌতুহল বাঢ়িল। তেওঁ শুকক আঁতিগুৰি মাৰি গল্পটো ক'বলৈ ক'লে। শুকে গল্পটো কৈ অঁতোৱালে প্ৰভাৱতী টোপনিত পৰিল। এনেদৰে প্ৰভাৱতীয়ে নিতৌ অভিসাৰিকা সাজি যাবলৈ ওলায় আৰু শুকে একোটা গল্পকৈ প্ৰভাৱতীক ৰাখে। এনেকৈ সত্তৰ দিন যোৱাত প্ৰভাৱতীৰ গিৰিয়েক মদনবিনোদ উভতি আহিল। শুকৰ যত্নত প্ৰভাৱতীৰ চৰিত্ৰ ৰক্ষা পৰিল।

**কাল ঃ** হেমচন্দ্ৰই (১০৮৮-১১৭২) উল্লেখ কৰালৈ চাই গ্ৰন্থখন কমেও ১০০০ খৃষ্টাব্দৰ আগৰ ৰচনা বুলি ভবাৰ স্থল আছে। বৰাদাচাৰীৰো একে অভিমত। ৰমাকান্ত ত্ৰিপাঠীৰ (হিন্দী অনুবাদক) মতে ইয়াৰ কাল ১০০০-১৪০০ খৃষ্টাব্দৰ মাজত হোৱা সম্ভৱ।

**সিংহাসনদ্বাত্ৰিংশিকা ঃ** ইৰজা বিক্ৰমাদিত্যৰ গুণানুকীৰ্তন কৰা ৩২ টা সাধুৰ সংকলন। বিক্ৰমাদিত্যই ইন্দ্ৰৰপৰা লাভ কৰা সিংহাসন মাটিৰ তলত পোট খাই আছিল। ভোজে মাটি খান্দি সিংহাসন উদ্ধাৰ কৰি সংস্কাৰ পূৰ্বক তাত আৰোহণ কৰিবলৈ ওলোৱাত তাত সন্নিবিষ্ট একোটি পুতলাই বিক্ৰমাদিত্যৰ গুণ বখানি একোটি সাধু ক'বলৈ ধৰিলে। এনেকৈ বত্ৰিশটা পুতলাই গল্প কৈ বত্ৰিশটা শাপমুক্তি লাভ কৰা কথা কৈ উধাও হ'ল।

গ্ৰন্থখন সম্ভৱতঃ ভোজৰ (একাদশ শতিকা) ৰাজত্বৰ পাছত সংকলিত হৈছিল।

ভোজপ্রবন্ধ : ধাৰাধিপতি ভোজৰ (১০১৮-১০৬৩) বিষয়ে কথিত এলানি সকল ...ৰ সংগ্ৰহই ভোজপ্ৰবন্ধ। ভোজ ৰজা এজন বৰ বিদ্বান আৰু বিদ্যোৎসাহী লোক আছিল। তাৰে ...ৰি বল্লালসেনে ভোজৰ ৰাজসভাত বিভিন্ন যুগত ভাৰতত জন্মগ্ৰহণ কৰা কবি কালিদাস, ভৱভূতি, দণ্ডী, বাণভট্ট, ময়ূৰ, মাঘ আদিক একত্ৰিত কৰি সিসকলৰ সঙ্গমত হ'ব পাৰা সাহিত্যিক আৰু সাংস্কৃতিক উৎকৰ্ষৰ বৰ্ণনা ভোজপ্ৰবন্ধত দিছে। প্ৰতিটো কথাৰ মাজেৰে পণ্ডিতসকলৰ সাৰস্বত সাধনা মেধা, বিদগ্ধতা, প্ৰত্যুৎপন্নমতি আদি গুণৰ প্ৰকাশ ঘটিছে। মুখবন্ধত মুঞ্জৰ পাছত ৰজা ভোজে ৰাজপাট লাভৰ কথা বিবৃত হৈছে।

বল্লালসেনৰ কাল ১৬ শ শতাব্দী বুলি কোৱা হৈছে।

পুৰুষ পৰীক্ষা : মৈথিলী কবিকুল কণ্ঠাৰৰ বিদ্যাপতি ৰচিত 'পুৰুষ পৰীক্ষা' এক অমূল্য গ্ৰন্থৰত্ন। ১৩৫০ খৃষ্টাব্দৰ আগত বা পিছত বিদ্যাপতিৰ জন্ম সম্ভৱ। তেওঁ সংস্কৃত আৰু মৈথিলীত অনেক গ্ৰন্থ ৰচনা কৰে। তেওঁ মিথিলাৰ ৰজাৰ শিৱ সিংহৰ আদেশত পুৰুষ পৰীক্ষা নামে নীতিগৰ্ভ সাধু কথাৰ পুথি ৰচনা কৰে।

এই গ্ৰন্থত মুঠতে ৪২টা সাধুকথা আছে। গ্ৰন্থখন চাৰিটা পৰিচ্ছেদত বিভক্ত। ১ম পৰিচ্ছেদত প্ৰত্যুদাহৰণৰ সৈতে বীৰচৰিত বৰ্ণিত হৈছে। তাত আঠটা সাধুকথা আছে। ২য় পৰিচ্ছেদত সুবুদ্ধিৰ কথাকে সামৰি ৬ টা কথা আছে। তাৰ পাছত পৰিচ্ছেদৰ ১৩ টা কথাত সবিদ্যকথা বৰ্ণিত হৈছে। ৪ৰ্থ পৰিচ্ছেদত চতুৰ্বৰ্গ সম্বন্ধীয় তেৰটা কথা বৰ্ণিত হৈছে। এনেদৰে বিদ্যাপতিয়ে প্ৰণালীবদ্ধভাৱে নানান শিক্ষণীয় কথা দাঙি ধৰিছে।

গ্ৰন্থৰ ভাষা-সৰল। বৰ্ণনা সৰস। সমাসৰ অভাৱ ভাষাৰ অন্যতম বৈশিষ্ট্য।

বৌদ্ধ কথা সাহিত্য : ওপৰত ব্ৰাহ্মণ্য কথা বা গল্প সাহিত্যৰ সবিশেষ আভাস দিয়া হৈছে। তলত বৌদ্ধ আৰু জৈন কথা বা গল্প-সাহিত্যৰ বিষয়েও চমু আলোচনা কৰা হৈছে তাৰে প্ৰাচীন ভাৰতীয় কথা সাহিত্যৰ পৰিমাণ সম্বন্ধে অধ্যেতাসকলে বুজাত সহায় হ'ব। সাধাৰণতঃ বৌদ্ধ কথাবোৰ যিদৰে ধৰ্মাশ্ৰয়ী বুলি প্ৰতীয়মান হয়, সিদৰে জৈন কথাবোৰে সিবোৰৰ নীতিধৰ্মৰ কথা সকিয়াই দিয়ে। বৌদ্ধ কথাবোৰত পুনৰ্জন্ম আৰু কৰ্মফলৰ কথা বাৰে বাৰে পোৱা যায়। বুদ্ধ, ধৰ্ম, সংঘৰ প্ৰতি থকা ভক্তি শ্ৰদ্ধা আৰু অবিচল আস্থাৰদ্বাৰা লোকে উদ্ধাৰ পাব পাৰে; তাৰ বিপৰীত আচৰণে মানুহক নৰকলৈ ঠেলি দিয়ে। তলত পোনতে বৌদ্ধ কথা সাহিত্যৰ আলচ কৰা হ'ল:

(১) অৱদানশতকম্ : অৱদান বা বীৰগাথাসমূহকে বৌদ্ধ সাহিত্যৰ ভিতৰত প্ৰাচীনতম কথা সাহিত্যৰ নিদৰ্শন বুলি কোৱা হয়। অৱদানশতক সিবোৰৰ প্ৰাচীনতম সংকলন। খৃষ্টীয় ৩য় শতিকা ১ম ভাগত ইয়াৰ অনুবাদ চীনাভাষাত সম্পন্ন হয়। সেয়ে মূল অৱদানশতকৰ সংকলনৰ সময় খৃষ্টীয় ১ম বা ২য় শতিকাৰ পিছলৈ নিবলৈ নোৱাৰি। খৃষ্টীয় ১ ম শতিকাৰ আগলৈ সেই কাল নিবলৈ নোৱাৰি কাৰণ ইয়াত 'দীনাৰ'ক (গ্ৰীক শব্দ) ব্যৱহাৰ হৈছে। সৰ্বাস্তিবাদীসকলৰ বিনয় পিটকৰ আধাৰতে অৱদানশতক বিৰচিত

হৈছে। গ্ৰন্থখন দহটা দশকত (সামবেদৰ ভাগৰ দৰে) বিভক্ত। গল্পবোৰ সাহিত্যকৃতি হিচাপে সিমান গুৰুত্বপূৰ্ণ নহয়; বৰঞ্চ সিবোৰত মৰ্ত্যজনে বাৰে বাৰে পঢ়ি মনত ৰখাৰ ওপৰতে অধিক গুৰুত্ব দিয়া হৈছিল। ই গদ্য-পদ্যৰ মিহলি সহজ ভাষাত গল্পসমূহ ৰচিত। দুই এটি কথাৰ মাজত ঐতিহাসিক তথ্যও নিহিত আছে। উদাহৰণস্বৰূপে, বিম্বিসাৰৰ পত্নীয়ে অজাত শত্ৰুক বুদ্ধলৈ শ্ৰদ্ধা নেদেখুৱাবলৈ কৰা নিষেধাজ্ঞা ভঙ্গ কৰা অপৰাধত মৃত্যুদণ্ড ভোগ কৰি স্বৰ্গতি লাভ কৰা কথা এটি কথাত পোৱা যায়।

(২) দিব্যাৱদান ঃ ৰিব্যাৱদানৰ কথাসমূহ বৌদ্ধসাহিত্যৰপৰা সংগৃহীত; বিশেষত সৰ্বাস্তিবাদীসকলৰ বিনয়পিটকৰ ওচৰত ই অধিক ঋণী। গ্ৰন্থৰ এভাগত মহাযানপন্থীসকলৰ মতবাদসমূহ, আৰু আনভাগত হীনযানপন্থীসকলৰ মূলতত্ত্বসমূহৰ উদাহৰণ বৰ্ণিত হৈছে। দিব্যাৱদানৰ গ্ৰন্থকাৰ অশ্বঘোষৰ বুদ্ধচৰিত আৰু সৌন্দৰানন্দ কাব্যৰে সৈতে পৰিচিত আছিল বুলি বোধ হয়। গ্ৰন্থকাৰৰ সাহিত্যক কলা-কৌশল বৰ উচ্চ পৰ্যায়ৰ নহয়। সম্ভৱতঃ বিবিধ উৎসৰপৰা কথাবোৰ গ্ৰহণ কৰা বাবে কবিজনে ৰচনা শৈলীৰ উৎকৰ্ষ সাধনত বিফলকাম হয়।

ইয়াৰ অ. ..নিক কাল খৃষ্টীয় ২য় শতিকা হোৱা সম্ভৱ। ই অৱদানশতকৰ পৰৱৰ্তী গ্ৰন্থ।

ইয়াৰ কথাবোৰ আকৰ্ষণীয়। মাহীমাকৰ লগনীয়া কথাৰ ফলত অশোকৰ পুত্ৰ কুশালৰ চকুকঢ়া বৃত্তান্ত বৰ করুণভাৱে ইয়াত বৰ্ণিত হৈছে। এনেবোৰ ঐতিহাসিক তথ্যৰ বাবে দিব্যাৱদান বুৰঞ্জীকাৰৰ বাবে আৱশ্যকীয় উৎস গ্ৰন্থ।

(৩) জাতকমালা ঃ আৰ্যসূৰ ৰচিত জাতকমালাত বোধিসত্ত্বৰ পূৰ্ব জন্মবিলাকত কৰা কাৰ্যৰ বৰ্ণনা পঢ়িবলৈ পোৱা যায়। পালি জাতক আৰু চৰিয়াপিটকৰ কথাৰ ভেটিতে আৰ্যসূৰে জাতকমালা ৰচনা কৰিছে। শৈলীৰ দিশৰপৰা আৰ্যসূৰে বুদ্ধ চৰিতৰপৰা অনুপ্ৰেৰণা লাভ কৰিছে। ৰাজেন্দ্ৰলাল মিত্ৰই পোনতে ই যে বোধিসত্ত্বাৱদান মালাৰে একে তাক আঙুলিয়াই দিয়ে। অৱদানসমূহে কদাচিত যিদৰে ঐতিহাসিক তত্ত্ব বুকুত সামৰি লৈ আছে, জাতকমালাই তেনেদৰে ইতিহাসৰ কাষৰীয়া তত্ত্বৰ ধাৰ নেধাৰে। ইবোৰ খৃষ্টীয় ৰূপকেৰে তুলনীয়।

জাতকমালাৰ কথাবোৰৰ অংশবিশেষ গদ্যত আৰু অংশবিশেষ পদ্যত বিবৃত হৈছে। প্ৰতিটো কথাৰ পাতনি সৰল গদ্যৰে দিয়া হৈছে। প্ৰতিটো কথাৰ অপৰিহাৰ্য ভাগ হৈছে তাৰ নীতিশিক্ষা। উদাহৰণস্বৰূপে পূৰ্বজন্মত বোধিসত্ত্বই শিবিৰজা হৈ ওপজাৰ কথাকে ল'ব পাৰি। ৰজা শিবিয়ে সৰ্বস্ব দান কৰি নিঃস্ব হৈ পৰিল। কোনো ভিক্ষাৰীক দিবলৈ কোনো বস্তু তেওঁৰ হাতত নৰ'লগে। তেতিয়া তেওঁ বৃদ্ধ অন্ধ ব্ৰাহ্মণ এজনক নিজৰ চকু দুটাকে দান দিলে। (অৱশ্যে অন্ধলা ব্ৰাহ্মণজন ছদ্মবেশী ইন্দ্ৰহে আছিল।) মন্ত্ৰীসকলে চক্ষুদান কৰাত ৰজা হকা-বাধা কৰোতে ৰজাই উত্তৰত কৈছিলঃ

যদেৱ যাচ্যেত তদেৱ দদ্যাৎনানীপ্সিতং

পৰিশয়তীহ দত্তম্।
কিমুহ্যমানস্য জলেন তোয়ৈর্দাস্যাম্যতঃ
প্ৰাৰ্থিতমৰ্থমস্মাৎ।।

মন্ত্ৰীয়ে আকৌ অনুৰোধ কৰোতে ৰজাই যথাৰ্থ উত্তৰ দি কৈছিলঃ

নাপবৰ্গং ন কীৰ্তিম্।
ত্ৰাতুং লোকানেত্যয়ং ত্বাদৰো মে
যাজ্ঞাক্লেৰো মা চ ভূদস্য মোঘঃ।।

আৰ্যসূৰ এজন সুখ্যাত বিদ্বান আৰু প্ৰতিভাশীল লেখক আছিল। তেওঁৰ ভাষা সাবলীল আছিল আৰু ৰচনাশৈলীও প্ৰশংসনীয় আছিল।

**কাল ঃ** খৃষ্টীয় ১০০০ চনত জাতকমালা চীন ভাষাত অনূদিত হয়। তিব্বতীয় পৰম্পৰাত আৰ্যসূৰ এজন শিক্ষাবিদ আৰু কথাকাৰ বুলি প্ৰসিদ্ধি আছে। ৭ম শতিকাত ভাৰতভ্ৰমণ কৰা চীনা পৰিব্ৰাজক ইৎসিঙেও জাতকমালাৰ বিষয়ে জানিছিল। কৰ্মফলৰ ওপৰত আৰ্যসূৰে ৰচনা কৰা এখন সূত্ৰগ্ৰন্থ ৪৩৪ খৃষ্টাব্দত চীনাভাষালৈ অনূদিত হোৱা কথা জনা যায়। গতিকে আৰ্যসূৰৰ আৰ্বিভাৱ কাল খৃষ্টীয় ৩য় শতাব্দী হোৱা সম্ভৱ।

**জৈন কথা সাহিত্য ঃ** বৌদ্ধ কথা সাহিত্য সদৃশ জৈন কথা সাহিত্যও নীতিগৰ্ভ। তেওঁলোকৰ কথা-সাহিত্য ৰচনাৰ উদ্দেশ্য আমোদজনক নহয়, জৈন ধৰ্মৰ মতবাদ শিকোৱাটোহে। তলত দুখনমান জৈন কথা সাহিত্যৰ কথা চমুৱাই তুলি ধৰা হ'ল।

**(১) উপমিতিভাৱপ্ৰপঞ্চ কথা ঃ** সিদ্ধৰ্ষিকৃত (খৃঃ ৯০৬) এইখন সাধুকথা আকাৰত ৰচিত মানুহৰ আত্মা বিষয়ক ৰূপক গ্ৰন্থ। ই এই কাৰণেই গুৰুত্বপূৰ্ণ যে এনে প্ৰকাৰৰ গ্ৰন্থ হিচাপে ইয়েই প্ৰথম জৈন কথাকৃতি। খৃষ্টীয় দশম শতিকাৰ প্ৰথম দশকত (৯০৬) সিদ্ধৰ্ষিয়ে ইয়াক ৰচনা কৰে। ৰূপকসমূহ বুজিবলৈ সহজ নহয়। ই মাজে মাজে পদ্যসম্বলিত গদ্যবহুল গ্ৰন্থ। ইয়াৰ ভাষা শিক্তজনোচিত সৰল। নীতিগৰ্ভ আৰু ৰূপকাত্মক হোৱা বাবে ইয়াৰ ৰচনা ৰীতিও আকৰ্ষণীয় হৈছে।

**(২) পৰিশিষ্টপৰ্ব ঃ** হেমচন্দ্ৰ (১০৮৮-১১৭২ খৃঃ) ৰচিত এই গ্ৰন্থখনৰ কথাসমূহ প্ৰাচীন জৈন তীৰ্থংকৰসকলৰ জীৱনগাথাৰ আধাৰত বিৰচিত। কথাবোৰ সহজ-সৰল আৰু লোকপ্ৰিয়। লেখক ধৰ্মীয় মতবাদ আৰু ৰীতি-নীতি লৈ ইমান ব্যস্ত যে আনকি সম্ৰাট চন্দ্ৰগুপ্ত মৌৰ্যই জৈনধৰ্মৰ প্ৰতি আস্থাশীল হৈ মৃত্যুবৰণ কৰাতহে জোৰ দিছে। গ্ৰন্থখন হেমচন্দ্ৰ কৃত ত্ৰিষষ্টিশলাকাপুৰুষৰ এক পৰিশিষ্ট ৰূপেহে ৰচিত হৈছিল।

□ □ □

## ষষ্ঠ অধ্যায় (খ)

## (২) উপদেশমূলক কথা

## (DEDACTIC FABLES)

**উপদেশমূলক কথাৰ বৈশিষ্ট্য ঃ** অতি প্ৰাচীন কালৰ পৰা ভাৰতবৰ্ষত বিবিধ শ্ৰেণীৰ কথা, কাহিনী, আখ্যান-উপাখ্যান কথিত, ৰচিত আৰু পঠিত হৈ আহিছে যদিও আমাৰ প্ৰাচীন অলংকাৰিসকলে জনপ্ৰিয় কথা-কাহিনী আৰু নীতিগৰ্ভ বা উপদেশমূলক কথা বা সাধুকথাৰ মাজত কোনো পাৰ্থক্যৰ সীমাৰেখা টনা নাই। কিন্তু দুয়োবিধ কথাৰ তুলনামূলক অধ্যয়ন কৰিলে দুয়োবিধৰ মাজত থকা পৃথকত্বসূচক বৈশিষ্ট্যসমূহ পাব পাৰি। দুয়োবিধৰ আকৃতি, প্ৰকৃতি, বিষয়-বস্তু আৰু উদ্দেশ্য একে নহয়। প্ৰথমতে দেখা যায় যে জনপ্ৰিয় কথাৰ পৰম আৰু চৰম উদ্দেশ্য হৈছে শ্ৰোতা বা পাঠকৰ মনোৰঞ্জন কৰা। উপদেশমূলক কথাৰ উদ্দেশ্য হৈছে নীতি, সদাচাৰ, ৰাজনীতি বিষয়ক শিক্ষাদান। পাঠকৰ মনোৰঞ্জন গৌণ কথা। দ্বিতীয়তে, জনপ্ৰিয় কথাৰ বাহন হৈছে সৰল গদ্য বা বৰ্ণনাত্মক শ্লোক বা দুয়োবিধৰ মিশ্ৰণ; কিন্তু উপদেশমূলক কথাবোৰ সততে নীতিসূত্ৰসন্মত শ্লোক সমন্বিত সুচাৰু গদ্যতে পোৱা যায়। তৃতীয়তে, জনপ্ৰিয়কথাবোৰত আমি প্ৰায়েই অন্ধবিশ্বাস, জনপ্ৰিয় আখ্যান, প্ৰেমকথা, দুঃসাহসিক অভিযান আৰু অতি প্ৰাকৃতিক স্বপ্নদৰ্শন, আকাশবাণী, দৈৱৰ হাত আদি দেখা পাওঁ। আনহাতে উপদেশমূলক কথাত মানৱীয় ভাব-ভাষা আৰু অনুভূতি পূৰ্ণ পশুপক্ষীৰ চৰিত্ৰহে দেখা পাওঁ; সিবিলাকক জ্ঞানী, অভিজ্ঞ আৰু পৈণত নীতিবিদৰ ভাওত অৱতীৰ্ণ হোৱা দেখোঁ। বৃহৎকথাৰ বিভিন্ন সংস্কৰণ, জনপ্ৰিয় কথাৰেই চানেকি; পঞ্চতন্ত্ৰ আৰু হিতোপদেশ ২য় বিধৰ উদাহৰণ। পঞ্চতন্ত্ৰ হিতোপদেশৰ আৰ্হি পোনতে মহাভাৰতৰ শান্তিপৰ্বত ভীষ্ম-যুধিষ্ঠিৰ সংবাদৰ মাজতে চকুত পৰে। ভীষ্মই ধৰ্মনীতি, ৰাজনীতি, চতুৰ্বৰ্গৰ উপদেশ দিবলৈ অনেক পশু-পক্ষীৰ চৰিত্ৰৰ মাজেৰে প্ৰাচীন পৰম্পৰা সূচক ইতিহাস তুলি ধৰিছে। পঞ্চতন্ত্ৰ-হিতোপদেশ আদিৰ সাধুবোৰো ক্ষত্ৰিয় -কুমাৰৰ শিক্ষাৰ বাবেহে প্ৰস্তুত কৰা কথা গ্ৰন্থ দুখনৰ মুখবন্ধতে পোৱা যায়।

**পঞ্চতন্ত্ৰ ঃ মূলগ্ৰন্থ ঃ** নিঃসন্দেহে পঞ্চতন্ত্ৰ গ্ৰন্থ উপদেশমূলক গ্ৰন্থৰ মূৰ্দ্ধিত অৱস্থিত। 'তন্ত্ৰ' শব্দই অধ্যায় বা ভাগক বুজায়। সম্ভৱতঃ 'যোগ' বা 'কৰ্মকুশলতা' ইয়াৰ অবাস্তৱ অৰ্থ। পাঁচটা অধ্যায়ত পাঁচ প্ৰকাৰৰ নীতিকুশলত বৰ্ণিত হৈছে বাবেই গ্ৰন্থৰ নাম 'পঞ্চতন্ত্ৰ' ৰখা হৈছে (তন্ত্ৰৈঃ পঞ্চভিৰেতচ্চকাৰ সুমনোহৰশাস্ত্ৰম্)।

**পঞ্চতন্ত্ৰৰ শাখা-প্ৰশাখা ঃ** মূল পঞ্চতন্ত্ৰ পুথিখন সম্প্ৰতি পাবলৈ নাই। এতিয়া মাথোন মূল গ্ৰন্থৰ শাখা-প্ৰশাখাবোৰহে চকুত পৰে। সিবোৰ হৈছে ঃ

১। (১) তন্ত্ৰাখ্যায়িকা; (২) প্ৰায় ১১শ শতিকামানত ৰচিত পঞ্চতন্ত্ৰৰ জৈন সংস্কৰণ; আৰু (৩) ১১৯৯ খৃষ্টাব্দত ৰচিত পূৰ্ণভদ্ৰৰ পঞ্চতন্ত্ৰ।

২। (১) দক্ষিণ ভাৰতীয় পঞ্চতন্ত্র, (২) নেপালদেশীয় পঞ্চতন্ত্র আৰু (৩) হিতোপদেশ।

৩। ক্ষেমেন্দ্রৰ 'বৃহৎকথামঞ্জৰী' আৰু সোমদেৱৰ 'কথাসৰিৎসাগৰৰ অন্তৰ্গত 'বৃহৎকথা' নিঃসৃত গল্পবোৰ।

৪। পাশ্চাত্যত প্রচাৰিত সাধুবোৰৰ মূল পহ্লৱী সংস্কৰণ।

**গ্রন্থকাৰ :** পঞ্চতন্ত্রৰ কথামুখত কোৱা আছে যে সকলো অৰ্থশাস্ত্রৰ সাৰভাগ বাচি-বিচাৰি চাই বিষ্ণুশৰ্মাই পাঁচটি তন্ত্রেৰে এই পঞ্চতন্ত্র নামে সুমনোহৰ শাস্ত্র ৰচনা কৰিছিল।

সকলাৰ্থশাস্ত্রসাৰং জগতি সমালোক্য বিষ্ণুশৰ্মেদম্।
তন্ত্রৈঃ পঞ্চভিৰেতচ্চকাৰ সুমনোহৰং শাস্ত্রম্।। ১।৩

গ্রন্থখনৰ কথামুখৰ গল্পাংশত কোৱা হৈছে যে মহিলাৰোপ্য নামে নগৰৰ ৰজা অমৰ শক্তিৰ পৰমদুৰ্মেধা বসুশক্তি, উগ্রশক্তি আৰু অনন্তশক্তি নামে পুত্ৰসকলক শাস্ত্রজ্ঞান দিবলৈকে বিষ্ণুশৰ্মাই পঞ্চতন্ত্র ৰচনা কৰিছিল। দুইএকে অৰ্বাচীন গ্রন্থৰ পাতত পূৰ্ণভদ্ৰ বা নাৰায়ণকহে গ্রন্থকাৰৰূপে পালেও বিষ্ণুশৰ্মাই যে পঞ্চতন্ত্রৰ গ্রন্থকৰ্তা তাত সন্দেহ কৰা অনুচিত। কোনো কোনো পণ্ডিতে বিষ্ণুশৰ্মাক চাণক্য-কৌটিল্যক একেজন লোক বুলিও ভাবে। প্রকৃততে বিষ্ণুশৰ্মাৰ জীৱন-চৰিত সম্বন্ধে একো জনা নাযায়।

**কাল :** পঞ্চতন্ত্রৰ ঠাই বিশেষত ৰোমান মুদ্রা দীনাৰৰ উল্লেখ আছে। সম্ভৱতঃ মূলগ্রন্থতো ইয়াৰ উল্লেখ আছিল। সেয়ে সঁচা হ'লে ইয়াৰ ৰচনা খৃষ্টজন্মৰ পাছত হোৱা সম্ভৱ। ৫৫০ খৃষ্টাব্দত বৰ্জোৱে মূলগ্রন্থখন পহ্লৱী অনুবাদ কৰিছিল। ইয়াৰ এক দুই শ বছৰৰ পূৰ্বে গ্রন্থখন ৰচিত হোৱা সম্ভৱ। গতিকে গ্রন্থখন ২য়-৩য় খৃষ্ট শতিকাৰ মাজতে হ'ব পাৰে।

**পঞ্চতন্ত্রৰ বিষয়-বস্তু, বিভাজন আদি :** পঞ্চতন্ত্র পাঁচটা তন্ত্রত বিভক্তঃ 'মিত্রভেদ-মিত্ৰপাপ্তি-কাকোলূকীয়-লব্ধপ্রণাশ-অপৰীক্ষকাৰকানি চেতি পঞ্চতন্ত্রাণি।'

প্রথমতন্ত্র মিত্রভেদত মূলতঃ দুই ধূৰ্ত শিয়াল কৰটক আৰু দমনকে পিঙ্গলক নামে সিংহ আৰু সঞ্জীৱক নামে যাড় গৰুৰ মাজত ঘটোৱা বিভেদৰ কাহিনী পোৱা যায়। ইয়াত মুঠতে ২২টা সাধুকথা বৰ্ণিত হৈছে। ২য় তন্ত্র মিত্রসম্প্রাপ্তিত অন্যান্য ৬টা সাধুসহ চিত্ৰগ্ৰীৱ নামে কপৌৰ ৰজা, হিৰণ্যক নামে নিগনি, লঘু পতনক নামে কাউৰী, চিত্রাঙ্গ নামে হৰিণ আৰু মন্থৰক নামে কাছৰ পৰম বন্ধুত্বৰ কথা বৰ্ণিত হৈছে। ৩য় তন্ত্র কাকোলূকীয়াত মুঠ ১৬টা সাধুৰ মাজত মূলতঃ কাউৰী আৰু ফেঁচাৰ মাজত থকা সহজ বা স্বভাৱ বৈৰিতাৰ অনুপম বৰ্ণনা পোৱা যায়। ইয়াত ৰাজনীতি বিষয়ক অনেক কথা ইতৰ প্ৰাণী ব্যৱহাৰেৰে দাঙি ধৰিছে। লব্ধপ্রণাশ নামে ৪ৰ্থ তন্ত্রত মুঠ এঘাৰটা সাধুৰ মাজেৰে 'পোৱা বস্তুৰ কিদৰে বিনাশ' হয় তাকে মৰিয়াল আৰু বান্দৰৰ মাজেৰে দেখুৱা হৈছে। 'অপৰীক্ষিতকাৰক' নামে ৫ম তন্ত্রত সংগৃহীত চৈধ্যটা সাধুৰ প্রথমটোতে ব্ৰাহ্মণী আৰু নেউলৰ দৃষ্টান্তেৰে কথা

বিবেচনা কাৰ্যৰদ্বাৰা সংঘটিত হোৱা পয়মালৰ বিষয়ে বিশেষতঃ কোৱা হৈছে।

**পঞ্চতন্ত্ৰৰ শৈলী ঃ** ই এখন উপদেশাত্মক সাধুকথাৰ সংকলন। ইয়াৰ উদ্দেশ্য হৈছে বালকক নীতিজ্ঞান দিয়া। ইয়াৰ অধিকাংশ চৰিত্ৰ পশু-পক্ষী। এই সাধুবোৰৰ মাজেৰে নীতিগৰ্ভ কথা এনেভাবে দাঙি ধৰা হৈছে যে শুনোতাই তাত আনন্দ লাভ নকৰি নেথাকে। ইয়াৰ শৈলী আৰু বিষয়-বস্তুৰ ওপৰত ৰামায়ণ-মহাভাৰতৰ ছাঁ পৰিছে। মৎস্যত্ৰয় কথা, কাকোলুকীয় আদি তাৰে উদাহৰণ। ইয়াৰ ভাষা যথোচিত সৰল, সাৱলীল আৰু সুস্পষ্ট। অনুষ্টুপ ছন্দৰ ব্যৱহাৰে ইয়াক ইতিহাস, পুৰাণ আৰু ধৰ্মশাস্ত্ৰৰ ওচৰ চপাই নিছে।

**তন্ত্ৰাখ্যায়িকা ঃ** ইয়াৰ একমাত্ৰ পাণ্ডুলিপিখন কাশ্মীৰত শাৰদালিপিত পোৱা গৈছে। এই গ্ৰন্থৰ মূল পঞ্চতন্ত্ৰৰে ঘনিষ্ঠ সম্বন্ধ আছে। মূল পঞ্চতন্ত্ৰৰ কথাংশ বাদ দিয়া বা পৰিবৰ্তন কৰাৰ সলনি ইয়াত কেতবোৰ কথা নকৈ সংযোজিত হোৱাটোহে পৰিলক্ষিত হৈছে। চণ্ডৰক বা নীলা শিয়ালৰ কথা, চতুৰ শিয়ালৰ কথা, সোমিলক তাঁতিৰ কথা, দুষ্টা স্ত্ৰীৰ কথা, শিবি ৰজাৰ কথা, বৃদ্ধ হাঁহৰ কথা নকৈ এই গ্ৰন্থত সোমাইছে। ইয়াৰ ৰচনা কাল জনা নাযায়।

**হিতোপদেশ ঃ** পঞ্চতন্ত্ৰৰ অন্য তাণ্ডৰুপে বঙ্গদেশত এই গ্ৰন্থ ৰচিত হয়। বঙ্গপতি ধবলচন্দ্ৰৰ পৃষ্ঠপোষকতাত পণ্ডিত নাৰায়ণে এই গ্ৰন্থ ৰচনা কৰে। গ্ৰন্থকাৰ শৈৱ মতাৱলম্বী লোক আছিল। গ্ৰন্থকাৰে প্ৰাস্তাৱিকত কথাৰ ছলেৰে বালকক নীতি শিক্ষা আৰু বাক্‌চাতুৰ্যৰ শিকনি দিবলৈ হিতোপদেশ ৰচনা কৰিবলৈ ওলাইছে বুলি কৈছে ঃ

যন্নৱে ভাজনে লগ্নঃ সংস্কাৰো নান্যথা ভৱেৎ।
কথাচ্ছলেন বালানাং নীতিস্তদিহ কথ্যতে।।

**হিতোপদেশ**ৰ আধা কথা **পঞ্চতন্ত্ৰ**ৰপৰা গৃহীত। কথাৰম্ভৰ পাছত ইয়াৰ চাৰিটা পৰিচ্ছেদৰ কথা এনেদৰে পোৱা যায়ঃ

মিত্ৰলাভঃ সুহৃদ্ভেদো বিগ্ৰহঃ সন্ধিৰেৱ চ।
পঞ্চতন্ত্ৰাত্তথান্যস্মাদ্ গ্ৰন্থাদাকৃষ্য লিখ্যতে।।

এই গ্ৰন্থৰ ভাষা সৰল আৰু সহজবোধ্য। শ্লোকবোৰ তেনেই উপদেশমূলক আৰু শিক্ষাপ্ৰদ। পঞ্চতন্ত্ৰতকৈ ই অধিক জনপ্ৰিয়। ইয়াত ৬৭৯ টা নীতি বিষয়ক শ্লোক আছে। অনেক শ্লোক মহাভাৰত, ধৰ্মশাস্ত্ৰ, পুৰাণ আদিৰপৰা উদ্ধৃত।

**কাল ঃ** নেপালত প্ৰাপ্ত ইয়াৰ পাণ্ডুলিপিৰ কাল ১৩৭৩ খৃষ্টাব্দ। গতিকে গ্ৰন্থ ৰচনাৰ কাল ইয়াৰ পূৰ্ববৰ্তী হ'ব। যিহেতু গ্ৰন্থকাৰে মাঘ আৰু কামন্দকী নীতিশাস্ত্ৰৰ ওচৰতো ঋণী সেয়ে ইয়াৰ কাল মাঘ আৰু কামন্দকীৰ পৰৱৰ্তী হ'ব।

**পঞ্চতন্ত্ৰৰ পাশ্চাত্যমুখী যাত্ৰা ঃ** ৫৫০ খৃষ্টাব্দত বুৰ্জোই নামে পাৰ্চি চিকিৎসক এজনে ভাৰত ভ্ৰমণ কৰি উভতি যাওঁতে ভাৰতীয় পণ্ডিতৰ সহায়ত পহ্লৱীলৈ অনূদিত ভাৰতীয় কথাৰ সংকলন লগতলৈ যায়। তাৰে মাজত পঞ্চতন্ত্ৰ কথাই মুখ্যাংশ অধিকাৰ কৰিছিল। ৫৭০ খৃষ্টাব্দত ই চিৰীয় ভাষালৈ আৰু ৫৫০ খৃষ্টাব্দত আৰবীলৈ অনূদিত হয়। ১০৮০

খৃষ্টাব্দত ই আৰবীৰপৰা ক্ৰমে গ্ৰীকলৈ আৰু ১২৫১ চনত স্পেনীচলৈ অনূদিত হয়। ১১০০খৃষ্টাব্দত ইয়াৰ হিব্ৰু অনুবাদ হয়। ১৫৮৩ খৃষ্টাব্দত ই ইটালীয় ভাষালৈ অনূদিত হয়। এনেদৰে পৰৱৰ্তী কালত ইউৰোপৰ পৰা প্ৰায়বোৰ ভাষালৈ ইয়াৰ ব্যাপক অনুবাদ হোৱাৰ পৰিপেক্ষিতত ইয়াৰ জনপ্ৰিয়তা বাঢ়ি যায়।



# সপ্তম অধ্যায় (ক)

## গীতিকাব্য

অতিশয় আবেগিক অনুভূতিপূৰ্ণ আৰু সংবেদনশীল ভাবযুক্ত অথচ মাধুৰ্যময় কবিতাক গীতিকাব্য বা কবিতা আখ্যা দিয়া হয়। 'উৎকণ্ঠাবিৰচিতপদং গেয়ং' বুলি ইয়াৰ লক্ষণ নিৰূপিত হৈছে। অৰ্থাৎ অতীৱ উৎকণ্ঠাপূৰ্ণ ভাবানুভূতিৰে বিৰচিত গীতকে 'গীতিকাব্য' বোলা হয়। শৃঙ্গাৰৰসেৰে ৰঞ্জিত শৃঙ্গাৰকাব্য বা ভক্তিৰসেৰে আপ্লুত কবিতা এই শ্ৰেণীত পৰে। সংস্কৃতত এই শ্ৰেণীৰ কাব্যক লঘু বা খণ্ডকাব্য বোলা হয়। সংস্কৃতত থকা শ্ৰব্য আৰু দৃশ্য — সকলো শ্ৰেণীৰ কাব্যতে গীতি কবিতাই প্ৰভাৱ বিস্তাৰ কৰিছে। তথাপি ইয়াৰ সুকীয়া বৈশিষ্ট্য ব্যঞ্জক এশ্ৰেণী কাব্যই সংস্কৃত সাহিত্যৰ ইতিহাসৰ পাত জিলিকাই ৰাখিছে।

অধ্যেতাসকলে অৱশ্যে ঋগ্বেদৰ পাতত থকা উষাসুক্ত বা সূৰ্য সুক্তসমূহৰ মাজতে গীতিকাব্যৰ প্ৰথম চানেকি দেখা পায়। আনকি ইতিহাস পুৰাণৰ যুগতো ৰামায়ণ, মহাভাৰত তথা অনেক পুৰাণৰ অংশ বিশেষত গীতিধৰ্মী কাব্যৰ নিদৰ্শন দেখা যায়। মহাকাব্যসমূহৰ মাজত গীতিধৰ্মী কাব্যৰ প্ৰাচুৰ্য বিদ্যমান স্বত্ত্বেও কালিদাসৰ যুগৰপৰা এই শ্ৰেণী কাব্যৰ স্বতন্ত্ৰ অস্তিত্ব দেখা পোৱা যায়। মহাকবিজনৰ মেঘদূত আৰু ঋতুসংহাৰকে এই শ্ৰেণী কাব্যৰ প্ৰথম নিদেৰ্শন বোলা হয়।

**কালিদাসৰ ঋতুসংহাৰম্ আৰু মেঘদূতম্ ঃ** মহাকবি কালিদাসে যথাসম্ভৱ ঋতুসংহাৰেৰে নিজৰ কবি জীৱনৰ পাতনি মেলিছিল। ইয়াত দেখা পোৱা ছন্দাদিৰ দোষলৈ চকুদি হিলেব্ৰাণ্ট প্ৰভৃতি প্ৰতীচ্যৰ অনেক পণ্ডিতে এই খণ্ডকাব্যখন কালিদাসৰদ্বাৰা বিৰচিত বুলি মানিবলৈ দ্বিধাবোধ কৰে যদিও আন ভালেমান প্ৰাচ্যপ্ৰাশ্চাত্যৰ পণ্ডিতে গ্ৰন্থখন কবিৰ আদ্যসৃষ্টি বুলি স্বীকাৰ কৰিছে। খৃ০৪৭২-৭৩ চনতে বৎসভট্টিয়ে ঋতুসংহাৰৰ আলমত মান্দাচোৰ প্ৰশস্তি ৰচনা কৰা বুলিও অনেকে অভিমত পোষণ কৰে।

এই খণ্ডকাব্যখনত ভাৰতবৰ্ষত সততে দেখা পোৱা ছয় ঋতুৰ বৰ্ণনা ক্ৰমশঃ কবিজনে তুলি ধৰিছে। 'ঋতুসংহাৰ' নামটোৱে ঋতুসমূহৰ সমাহাৰ বা সমষ্টিকে বুজায়। ইয়াত কবিজনে ক্ৰমে গ্ৰীষ্ম, বৰ্ষা, শৰৎ, হেমন্ত, শীত আৰু বসন্ত এই ছয় ঋতুৰ মাৰ্মিক বৰ্ণনা ১১৪টা শ্লোকত প্ৰকাশ কৰিছে। কবিজনৰ নাট্যকৃতি অভিজ্ঞান শকুন্তলমো গ্ৰীষ্ম ঋতুৰ বৰ্ণনাৰে আৰম্ভ হৈছে। ঋতুসংহাৰ বসন্ত ঋতুৰ বৰ্ণনাৰে সমাপ্ত হোৱাত বুজিবলৈ পাৰি যে কবিয়ে 'মধুৰেণ সমাপয়েৎ' (মধুমানে বসন্ত ঋতু) বাক্যটিৰ সাৰ্থকতা অনুসৰণ কৰিছে। কালিদাসে ঋতুৰ বৰ্ণনা কৰোঁতে বাল্মীকিৰ ৰামায়ণৰ বৰ্ণনা সন্মুখত ৰখা যেন অনুমান হয়। কবিয়ে মানৱীয় অনুভূতি সাপেক্ষেহে ঋতুৰ বৰ্ণনা কৰিছে। দৰিতাক সুকোমল কাব্যপংক্তি শুনোৱাৰ ছলেৰে কবিয়ে ঋতুৰ বৰ্ণনা কৰিছে। কবিয়ে ইয়াতো মানুহ আৰু প্ৰকৃতিৰ অনুভূতিৰ সুসমন্বয় সাধনৰ প্ৰচেষ্টা কৰিছে। অৱশ্যে তেওঁৰ প্ৰয়াস ইয়াত সাফল্যলাভ

আছে। যিটো শাকুন্তলমত সিদ্ধ হৈছে। কবিজনে ভাৰতীয় প্ৰকৃতিৰ ৰাজ্যখন বিবিধ ৰংবিৰঙেৰে আঁকিবলৈ যত্নপৰ হৈছে। প্ৰকৃতিৰ শক্তিক কবিয়ে পৰ্যবেক্ষণ কৰি তাৰ নিজৰ আবেগ-অনুভূতিৰে সিক্ত কৰি শ্ৰোতৃবৰ্গৰ সমক্ষত তুলি ধৰিছে। কালিদাসৰ বৰ্ণনা-শক্তি, কলা-কুশলতা, যথাৰ্থ উপমা আৰু অনুপম শব্দ সম্ভাৰৰ আভাস পোনতে ঋতুসংহাৰৰ পাততে পঢ়ুৱৈয়ে দেখা পায়। তথাপি এয়া যে কবিৰ অপৈণত হাতৰহে সৃষ্টি পাঠকে তাক নুবুজি নাথাকে।

**মেঘদূত ঃ** মহাকবি কালিদাসৰ ৰচনাৰাজিৰ ভিতৰত অভিজ্ঞান শাকুন্তলম্‌ৰ পিছতে মেঘদূতৰ খ্যাতি আৰু প্ৰসিদ্ধি আছে। সম্ভৱতঃ মহাকবিজনে ঋতুসংহাৰ ৰচনা কৰি তেওঁৰ মহাকাব্য দুখন ৰচনা কৰাত হাত নৌদিওঁতেই মেঘদূত ৰচনা কাৰ্যত হাত দিছিল। যথাসম্ভৱ বাল্মীকিৰপৰাই তেওঁ মেঘদূত ৰচনা কৰিবলৈ অনুপ্ৰেৰণা লাভ কৰিছিল। ৰামৰ সীতা বিৰহৰ ছাঁ, যক্ষৰ পত্নী বিয়োগৰ ওপৰত পৰাটো সহজে অনুমান কৰিব পাৰি। আকৌ ৰামায়ণৰ বৰ্ষা বৰ্ণনাৰ ছাঁও ইয়াত পৰিছে।

বৰ মৰ্মস্পৰ্শী বিষয়-বস্তুক উপজীব্য কৰি কবিজনে মেঘদূত কাব্য ৰচনা কৰিছে।

প্ৰভু কুবেৰৰ আদেশ পালনত ব্যৰ্থ হোৱা অলকাবাসী যক্ষই নিৰ্বাসিত হৈ নিজৰ যক্ষজনোচিত মহিমা হেৰুৱাই মধ্যভাৰতৰ অন্তৰ্গত ৰামগিৰি আশ্ৰমত এবছৰ কাল কটাবলগীয়া হ'ল। নিজ বাসস্থান অলকা আৰু প্ৰিয়তমাৰপৰা বিযুক্ত হৈ যক্ষই ৰামগিৰিৰ নিৰ্জন শৃঙ্গত কান্তবিৰহত ভাৰাক্ৰান্ত হৃদয়েৰে শুকাই-খিনাই যোৱা শৰীৰেৰে বিচৰণ কৰিবলৈ ধৰিলে। আহাৰৰ আগমনত আকাশত ভাহি ফুৰা মেঘ দেখি যক্ষৰ মন প্ৰিয়াবিৰহত অধিক আতুৰ হৈ পৰিল। প্ৰিয়াৰ কামনাত অধীৰ যক্ষৰ মন চেতন আৰু অচেতনৰ প্ৰতি বোধশূন্য হ'ল। আকাশত ভাহি ফুৰা মেঘখণ্ড দেখি তেওঁৰ বিৰহত বিধুৰ হৈ থকা পত্নীলৈ এটি সান্ত্বনাসূচক আৰু মিলনৰ আশাব্যঞ্জক বতৰা বিৰহত বিধুৰ হৈ থকা পত্নীলৈ পঠিওৱাৰ কথা মনত খেলালে। মেঘ পুষ্কৰাবৰ্তৰ বংশধৰ। তেওঁ যদি যক্ষৰ বতৰা অলকালৈ কঢ়িয়াই নিনিয়েও তথাপি যাবে তাৰ দুঃখ কৰিবলগীয়া কথা নাই; কাৰণ 'যাচ্ঞা মোঘা বৰমধিগুণে নাধমে লব্ধকামা।' কোনটি পথেৰে গলে মেঘে অলকাপুৰী পাবলৈ তাৰ বিস্তৃত বতৰা (পূৰ্বমেঘত) কবিয়ে যক্ষৰ মুখেৰে প্ৰকাশ কৰিছে। মেঘে উত্তৰলৈ বুলি যাত্ৰা কৰি অমৰকূটশৃঙ্গ, নৰ্মদানদী, বিদিশা নগৰী, বেত্ৰৱতী নদী, অৱন্তীৰ ৰাজধানী উজ্জয়িনী, পুণ্যতীৰ্থ কুৰুক্ষেত্ৰ আদি অতিক্ৰম কৰি শেষত যক্ষৰ বাসভূমি অলকাত উপস্থিত হ'বলৈ কৈছে। উত্তৰ মেঘত যক্ষই অলকাপুৰী আৰু নিজৰ প্ৰাসাদৰ চমৎকাৰ বৰ্ণনা দিছে। আতুৰ চিত্তেৰে যক্ষই তেওঁৰ বিৰহাতুৰ পত্নীলৈ মেঘদূতৰ জৰিয়তে এটি বতৰা পঠিয়াইছে যাতে বাকী থকা চাৰিটা মাহ (পত্নীয়ে) মিলনৰ আকাংক্ষাৰে সহজে অতিবাহিত কৰিবলৈ পাৰে।

এই খণ্ডকাব্যখন ১৫৫টা মন্দাক্ৰান্তা শ্লোকত ৰচিত। কাব্যখনৰ নতুনত্ব আৰু গঠন প্ৰক্ৰিয়াই কবিজনৰ মৌলিক সাহিত্যকলাৰ বৈশিষ্ট্য বহন কৰে। খণ্ডকাব্যৰ আদ্য সৃষ্টিকপে

ই পিছলৈ এশ্ৰেণী 'দূতকাব্য' নামে গীতিকাব্য সৃষ্টিৰ প্ৰেৰণাৰ স্থল হয়গৈ। পণ্ডিতবৰ্গই যথাৰ্থতে ৰামায়ণৰ প্ৰভাৱতে কবিমানসত মেঘদূতে জনম লৈছিল বুলি ক'বলৈ প্ৰয়াস পাইছে। ই যে সংস্কৃত গীতিকাব্যৰ বাটকটীয়া তাত সন্দেহ নাই। কিয়নো আনবিলাক কাব্য একোটিকে স্থূল কাহিনীক উপজীব্য কবি গঢ়ি উঠিছে। কিন্তু মেঘদূতৰ লেখীয়া দূতকাব্যৰ কাহিনী ভাগ নিচেই লাহী আৰু সূক্ষ্ম; মাথোন ইয়াত ভাবানুভূতিৰ প্ৰখৰতা বেচি। অৱশ্যে খেনোৱে ইয়াৰ মাজত কবিজনৰ নিজৰ জীৱনত ঘটা একেবিধ ঘটনাৰ চিত্ৰ প্ৰতিফলিত হোৱা বুলিও ক'ব খোজে। ইয়াৰ মূলাদৰ্শ গ্ৰহণ কবি জাৰ্মান কবি চিলাৰে (Schiller) 'মৰিয়াষ্টুৱাৰ্ট' নামে কাব্য ৰচনা কৰে। কাব্যখনে জাৰ্মান কবি গ্যেটে আৰু আমেৰিকান কবি ইলিয়টৰ প্ৰশংসা অৰ্জন কৰিছে।

**মেঘদূতৰ প্ৰভাৱ আৰু দূতকাব্যৰ পৰম্পৰা ঃ** খৃ০ ৮ ম শতাব্দীৰ জৈন কবি জিনসেনে জৈন সন্ত পাৰ্শ্বনাথৰ চৰিত্ৰক অৱলম্বন কবি 'পাৰ্শ্বাভ্যুদয়'নামে গ্ৰন্থ ৰচোঁতে তেওঁ মেঘদূতৰ অনুকৰণ কৰে। 'সমস্যাপূৰ্তি'ৰ আৰ্হিত তেওঁ মেঘদূতৰ প্ৰতিটো শ্লোকৰ এশাৰী বা দুশাৰী ধাৰাবাহিক ক্ৰমত গ্ৰহণ কবি স্বকীয় কাব্যৰ মালা গাঁথিছে। উদাহৰণস্বৰূপে পাৰ্শ্বাভ্যুদয়ৰ প্ৰথম শ্লোকটো তুলি ধৰা হওকঃ

> শ্ৰীমন্মূৰ্ত্যা মৰকতময়স্তম্ভলক্ষ্মীং বহন্ত্যা
> যোগৈকাগ্ৰস্তিমিততৰয়া তস্থিবাংসৌ নিদধ্যৌ।
> পাৰ্শ্বে দৈত্যো নভসি বিৰহনুবদ্ধবৈৰেণ দগ্ধঃ
> কশ্চিৎকান্তাবিৰহগুৰুণা স্বাধিকাৰাৎপ্ৰমত্তঃ।।

. সেই অষ্টম শতিকাতে মেঘদূতৰ স্বৰূপ কেনেকুৱা আছিল তাক সাৰ্থকভাৱে বুজিবলৈ পাৰ্শ্বাভ্যুদয় এক প্ৰকৃত উপকৰণ।

সপ্তদশ শতিকাত বিক্ৰম নামে আন এজন কবিয়েও মেঘদূতৰ শ্লোকাংশবোৰৰ সুপ্ৰয়োগ কবি 'নেমিদূত' নামে এখন দূতকাব্য ৰচনা কৰে। ইয়াৰ উপৰিও মেঘদূতৰ অনুকৰণত অনেক দূতকাব্য এই দেশত ৰচিত হৈছে। তাৰ ভিতৰত ধোয়ি কবিৰ (১২ শ শতিকা) 'পৱন দূত', ১৪ শ শতিকাৰ কবি উদ্দণ্ড ৰচিত 'কোকিল সন্দেশ', আৰু বেঙ্কটনাথ বা বেদান্তদেশিক ৰচিত 'হংসসন্দেশ', পঞ্চদশ শতিকাৰ ৰজা বেমভূপালৰ সভাকবি বামনভট্ট বাণৰ 'হংসদূত', ১৬ শ শতিকাৰ ভক্তকবি ৰূপগোস্বামী কৃত 'হংসদূত', বঙ্গৰ কবি ভোলানাথ বিৰচিত 'পান্থদূত' আদি (খণ্ডকাব্য মেঘদূতৰ আৰ্হিতে ৰচিত) উল্লেখযোগ্য।

**শৃঙ্গাৰতিলক ঃ** মহাকবি কালিদাসৰ নামেৰে জড়িত অন্যান্য গ্ৰন্থ ভিতৰত 'শৃঙ্গাৰ তিলক' অন্যতম কাব্য। আমাৰ ভাৰতীয় পৰম্পৰাই কালিদাসক এই গ্ৰন্থৰ ৰচক বুলি কলেও সি সন্দেহাতীত নহয়। গ্ৰন্থখন মাত্ৰ ২৩টা শ্লোকত ৰচিত। প্ৰেম, তথা প্ৰেমিক-প্ৰেমিকাৰ মিলন আৰু বিৰহৰ অনেকবোৰ মনোৰম শব্দচিত্ৰ অঙ্কিত হৈছে। উদাহৰণাৰ্থঃ

> ইয়ং ব্যাধায়তে বালা ভ্ৰূৰস্যা কাৰ্মুকায়তে।

কটাক্ষাশ্চ শৰায়ন্তে মনো মে হৰিণায়তে।।

আকৌ আন এটা শ্লোকত কবিজনে আপত্তি তুলি সুধিছে কিয় বাৰু কামিনীৰ হৃদয় শিলৰ দৰে কঠিন, অথচ তেওঁৰ অঙ্গসমূহ পদুমৰ দৰে কমনীয় আৰু সুকোমলঃ

ইন্দীবৰেণ নয়নং মুখাম্বুজেন কুন্দেন দন্তম্

অধৰং নৱপল্লবেন

অঙ্গানি চম্পকদলৈঃ স বিধায় বেধাঃ কান্তে কথং

ঘটিত বানুপলেন চেতঃ।।

শ্লোকবোৰ সুসংহত আৰু সুসামঞ্জস্যকৰ ভাবানুভূতিৰে নিবদ্ধ নহ'লেও, ইয়াৰ অধিকখিনিয়েই শৃঙ্গাৰৰসসিক্ত শ্লোকবস্তুৰ উদাহৰণ।

**ঘটকৰ্পৰ ঃ** মাথোন বাইশটা শ্লোকত ৰচিত এই ক্ষুদ্ৰ গীতিকাব্যখন পৰম্পৰা মতে বিক্ৰমাদিত্যৰ সভাত থকা 'নৱৰত্ন' নামে খ্যাত পণ্ডিত-কবিসকলৰ অন্যতম ঘটকৰ্পৰৰ নামেৰে বিজড়িত। কাব্যখনৰ দুই-এটি পাণ্ডুলিপিত ৰচক হিচাপে কবি কালিদাসৰ নামো পোৱা যায়। কাব্যখন অৰ্থালংকাৰৰ বাবে সুখ্যাত নহয়; বৰঞ্চ ই 'যমক' নামে শব্দালংকাৰৰ বাবে অধিক জনাজাত। কাব্যখনৰ' নামটি 'ঘটকৰ্পৰ' বা 'ভঙা কলহ' মূলতে হৈছে কবিজনে কৰা গৰ্বোক্তি। কাৰণ গ্ৰন্থৰ শেষ শ্লোকত কবিজনে গৰ্ব কৰি কৈছে যে বিজনে তেওঁক যমক অলংকাৰ প্ৰয়োগ কৰি শ্লোক ৰচনাত চেৰ পেলাবলৈ পাৰিব তেওঁলৈ কবিয়ে ভঙাকলহেৰে পানী বৈ আনিব ঃ

আলম্ব্য বাম্বু তৃষিতঃ কৰকোশপেয়ং

ভাবানুৰক্তবনিতাসুৰতৈঃ শপেয়ম্।

জীয়েয় যেন কবিনা যমকৈঃ পৰেণ

তস্মৈ বহেয়মুদকং ঘটকৰ্পৰেণ।।

বৰ্ষাৰ আগমনত কোনো বিৰহী ৰমণীয়ে বিদেশত থকা তেওঁৰ পতিলৈ মেঘৰ জৰিয়তে পঠোৱা এক বাৰ্তাক উপজীব্য কৰি এই কাব্যখন কবিয়ে ৰচিছে। ই মেঘদূতৰ এক ক্ষুদ্ৰ অনুকৰণ।

**অমৰুক ঃ অমৰুকশতক** নামে গীতিকাব্যখন অমৰু বা অমৰুক নামে কবিৰ ৰচনা বুলি প্ৰসিদ্ধি আছে। ইয়াৰ বিভিন্ন পাঠত নকৈৰেপৰা এশ গোটাচেৰেক শ্লোক পোৱা যায় যদিও তাৰ ভিতৰত ৫০টা শ্লোকহে সকলো পাঠতে সমানে বৰ্তমান। বাকীবোৰ অসমান। গ্ৰন্থখনৰ ওপৰত ৰচিত (১৫টা) টীকাৰ সংখ্যালৈ চাই ইয়াৰ জনপ্ৰিয়তা সহজে বুজিবলৈ পাৰি।

প্ৰবাদমতে ভগৱান আদিশংকৰাচাৰ্যই মণ্ডনমিশ্ৰক তৰ্কত পৰাস্ত কৰাৰ পাছত তেওঁৰ পত্নী শাৰদাই কামশাস্ত্ৰ সম্বন্ধীয় প্ৰশ্ন কৰাত ভগৱান শংকৰাচাৰ্যই সেই শাস্ত্ৰজ্ঞান অৰ্জিবলৈ এমাহৰ সময় লৈ নৰ্মদাৰ তীৰলৈ যায়। তাতে তেওঁ যোগৰ বলত সেহতো নিষ্প্ৰাণকাৰক.

সংৰক্ষণ কৰিবলৈ দি ইতিমধ্যে মৃত কাশ্মীৰৰ ৰজা অমৰুকৰ পত্নীসকলেৰে শৃঙ্গাৰ কেলি কৰি পুনঃ নিজ দেহত প্ৰৱেশ কৰে। এনেদৰে লব্ধ জ্ঞানেৰে তেওঁ অমৰুক কাব্য ৰচনা কৰিছিল বুলি কোৱা হয়। কিন্তু আধুনিক পণ্ডিতসকলে এনে প্ৰবাদ অস্বীকাৰ কৰে।

**অমৰুকশতকৰ** শ্লোকবোৰ মনোহৰ। ইয়াৰ ভাব-ভাষা ছন্দ আৰু অলংকাৰ সকলোদিশতে মনোহাৰিত্ব বিদ্যমান। শাৰ্দুলবিক্ৰীড়িতৰ দৰে দীঘলীয়া ছন্দ প্ৰযুক্ত কাব্যখনত দীঘলীয়া সমাসবদ্ধ পদ ব্যৱহাৰ কবিয়ে কৰিছে। অমৰুক শব্দ-কবি নহয়, ৰসকবিহে। তেওঁৰ ৰচনা শৃঙ্গাৰৰসেৰে সমৃদ্ধ। প্ৰতিটো শ্লোক নায়ক-নায়িকাৰ প্ৰেমৰ মূৰ্ত চিত্ৰ। সেয়ে কাব্যখনক এলানি প্ৰেমলীলাৰ চিত্ৰহাৰ বুলিব পাৰি।

**কাল ঃ** আলংকাৰিক বামন (খৃ০ ৮০০) আৰু আনন্দবৰ্ধন ( ৮৫০খৃ০) তেওঁলোকৰ গ্ৰন্থত অমৰুকৰ কবিতাৰ শলাগ লোৱাৰপৰা বুজিব পাৰি যে 'অমৰুশতক' কমেও খৃষ্টীয় ৭ ম শতিকাৰ ৰচনা হোৱা সম্ভৱ।

**বিল্‌হনৰ চৌৰ পঞ্চাশিকা ঃ** একাদশ শতিকাৰ কাশ্মীৰি কবি বিল্‌হনে **চৌৰ পঞ্চাশিকা** নামে এক ক্ষুদ্ৰকায় অথচ ৰসপূৰ্ণ কাব্য গ্ৰন্থ ৰচনা কৰিছে। ইয়াৰ পঞ্চাশটা শ্লোকত কবিজন প্ৰণয়ী-প্ৰণয়িণীৰ প্ৰেমৰ চিত্ৰ অঙ্কন কৰিছে। গ্ৰন্থখন কমেও তিনিটা পাঠত উপলব্ধ। মাত্ৰ পাঁচটা শ্লোকহে (১, ২, ১১, ১২, ৫০) সকলোকেইটা পাঠতে বিদ্যমান।

**চৌৰপঞ্চাশিকাৰ** প্ৰতিটো শ্লোকতে প্ৰণয়ী কবিজনে তেওঁৰ প্ৰিয়তমাক স্মৰণ কৰি পূৰ্বকৃত প্ৰণয়ৰ মৰ্মস্পৰ্শী বৰ্ণনা তুলি ধৰিছে। কোনোটো পাঠত গ্ৰন্থৰ পৃষ্ঠভূমি সুকীয়াকৈ বৰ্ণোৱা হৈছে। বৰ্ণনামতে কবি বিল্‌হন গুজৰাটৰ ৰজা বীৰসিংহৰ কন্যা চন্দ্ৰলেখা বা শশীকলাৰ গৃহশিক্ষকৰূপে নিযুক্ত হৈছিল। দিন যোৱাৰ লগে লগে বিল্‌হন আৰু চন্দ্ৰলেখা প্ৰণয়পাশত আবদ্ধ হ'ল। এসময়ত গৈ তেওঁলোকৰ গোপন প্ৰেমৰ কথা ওলাই পৰিলত ৰজাই বিল্‌হনক মৃত্যু দণ্ডেৰে দণ্ডিত কৰিলে। বধ্যভূমিত বিল্‌হনে মৰ্মস্পৰ্শী শ্লোকেৰে ৰাজপুত্ৰীৰ প্ৰতি থকা তেওঁৰ প্ৰণয়ৰ কথা বৰ্ণনা কৰা কথা শুনি ৰজাই বিল্‌হনক ক্ষমা কৰি বিধিমতে তেওঁলৈ কন্যাদান কৰে।

পশ্চিমীয়া পণ্ডিত কীথ আৰু বিন্টাৰনিট্‌চে উক্ত পৰম্পৰাগত কথাত বিশ্বাস স্থাপন কৰা নাই।

**গোবৰ্ধনৰ আৰ্যসপ্তশতী ঃ** গোবৰ্ধন আছিল বঙ্গৰ ৰজা লক্ষ্মণসেনৰ সভাকবি আৰু কবি জয়দেৱৰ সমকালীন। তেওঁ হালৰ 'সত্তসঈ'ৰ আহিত সংস্কৃতত আৰ্য সপ্তশতী ৰচনা কৰে। ৭৩১ শ্লোকত কবিজনে কাব্যখন ৰচনা কৰিবলৈ লওঁতে তেওঁৰ শিষ্য আৰু সোদৰ উদয়ন আৰু বলভদ্ৰই তেওঁক বৰকৈ সহায় কৰে।

কাব্যখন আৰ্য্যা ছন্দোময়। শ্লোকসমূহ বৰ্ণনাক্ৰমত সজোৱা হৈছে। শ্লোকবোৰ আদি ৰসাত্মক। আন কবিসকলৰ বিষয়েও তেওঁ (কবিয়ে) হৃদয়গ্ৰাহী সমালোচনা আগবঢ়াইছে। কবি বিহাৰীলালে তেওঁৰ সতসঈ ৰচোঁতে গোবৰ্ধনে অনুপ্ৰেৰণা যোগাইছিল বুলি পণ্ডিত গ্ৰীয়েৰ্চনে অভিমত প্ৰকাশ কৰি গৈছে।

**কাব্যখনৰ ৰচনা কাল খৃ০ ১২শ শতাব্দী।**

# সপ্তম অধ্যায় (খ)
## ভক্তি গীতি

শৃঙ্গাৰ ৰসাত্মক গীতি কাব্যৰ লগে লগে সংস্কৃত কবিসকলে ধৰ্মীয় আৰু দাৰ্শনিক অনুভূতিসিক্ত ভক্তিৰস ৰঞ্জিত অনেক কাব্য বা কবিতাও ৰচনা কৰিছিল। নিজৰ উপাস্য দেৱ-দেৱীৰ প্ৰতি কবি হৃদয়ত উদ্বেলিত হোৱা সংবেদনশীল ভাবানুভূতিৰ মূৰ্চ্ছনা এনেবোৰ কাব্যৰ মাজেৰে প্ৰকাশিত হৈছে। দেৱ-দেৱীৰ শাৰীৰিক সৌন্দৰ্য্য নৃদেহৰ সমস্ত সম্পদেৰে সুগঢ়িত বুলি কৰা বৰ্ণনাৰ লগতে সিসকলে উপাস্যৰ ওপৰত নিহিত সৰ্বময় কৰ্তৃত্বৰ ব্যঞ্জনাও কবিকৃতিৰ মাজেৰে প্ৰতিপন্ন কৰিবলৈ বিচৰা দেখা যায়। তাকে কৰোঁতে ভক্ত-কবিৰ ভাৱ-ভাষা আৰু ভক্তিৰাগ এনে স্বতঃস্ফূৰ্ত ধাৰেৰে প্ৰবাহিত হয় যে সি সদায় সঙ্গীতৰ উপযোগী গেয় পদাৰ্থ বা উপকৰণত পৰিণত হয়।

এনে ভক্তিৰস ৰাগ ৰঞ্জিত দেৱ-দেৱীৰ বৰ্ণনা পৰক কবিতাৰ উদ্‌গম ঋগ্বেদৰ যুগতে পোনতে হৈছিল বুলি ক'লে অত্যুক্তি কৰা নহয়। ঋগ্বেদৰ অনেক সূক্ত অকল সুন্দৰ গীতি কবিতাৰেই আৰ্হি বা নমুনা নহয় ভক্তি গীতিৰো সুন্দৰ উদাহৰণ। বিশেষতঃ সপ্তম মণ্ডলৰ বৰুণ সূক্ত কেইটা তাৰ সজ দৃষ্টান্ত। পৰৱৰ্তী কালৰ মহাভাৰত, ৰামায়ণ তথা পুৰাণ সমূহত-বিশেষকৈ ভাগৱৎ পুৰাণৰ অনেকাংশ আৰু মাৰ্কণ্ডেয় পুৰাণৰ চণ্ডীৰ মাজত ভক্তিগীতিৰ নমুনা দেখা যায়। পিছলৈ বিদ্বান ভক্তসকলে মঠ-মন্দিৰলৈ গৈ গোৱা স্বৰচিত ভক্তি গীতবোৰে দেশত ভক্তি সাহিত্যৰ গঠন আৰু বিকাশত বিশেষ সহায় কৰে। তামিল 'আলৱাৰ' আৰু 'নয়না'ৰসকলৰ ক্ৰমে বৈষ্ণৱ আৰু শৈৱ স্তোত্ৰৰাজি, বৈষ্ণৱ ভক্তসকলৰ 'ভজন', 'অভঙ্গ' আৰু 'বৰগীত' আৰু 'কীৰ্ত্তনবোৰ' তাৰেই প্ৰমাণ মাত্ৰ।

এনেবোৰ ভক্তিগীতি কবিৰ কল্পনাৰ ৰম্য চিত্ৰ হৈ অলংকাৰেৰে বিভূষিত হৈ ভক্তিৰসেৰে আপ্লুত সাহিত্যৰ বুৰঞ্জীত এক বিশেষ স্থান লাভ কৰিছে। তলত তাৰে আভাস দিয়া হ'ল ঃ

**শ্যামলদণ্ডক ঃ**—এই ভক্তিময় গীতি কাব্যখনি প্ৰকৃততে কাৰ ৰচনা তাক ধৰুণকৈ ক'বলৈ নোৱাৰি সঁচা; তথাপি ই কালিদাসৰ ৰচনা বুলি পৰম্পৰাই বিশ্বাস কৰে। কাব্যখন দণ্ডকাখ্য গদ্যময় ছন্দ বিশেষত নিবদ্ধ আৰু ইয়াৰ মাজেৰে আই বাগ্দেৱী সৰস্বতীৰ স্তুতি কৰা হৈছে। ৰচনাত বিৰাজমান শব্দময় স্পন্দনে কাব্যখনে গীতবাদ্য সমন্বিত আবৃত্তিৰ উপযোগী কৰি তুলিছে।

ইয়াৰ কাল নিৰূপণ কৰা কঠিন।

**বাণভট্টৰ চণ্ডীশতক ঃ**—সততে গদ্যকবি বুলি জনাজাত বাণভট্টই ৭ম শতিকাত

**চণ্ডীশতক** নামে এখনি ভক্তি গীতি কাব্য ৰচনা কৰে। ই শাৰ্দুলবিক্ৰীড়িত ছন্দত ৰচিত। গ্ৰন্থস্থ এশ দুটা শ্লোকত চণ্ডিকাখ্য কালী আৰু মহিষাসুৰৰ মাজত হোৱা যুদ্ধৰ চিত্ৰ পোৱা যায়। মাৰ্কণ্ডেয় পুৰাণৰ দেৱী মাহাত্ম্য ইয়াৰ প্ৰেৰণাৰ উৎস।

ইয়াৰ ৰচনা ৰীতি আৰু শৈলীত কবিৰ স্বতঃস্ফুৰ্ত কবিপ্ৰতিভাৰ স্বাক্ষৰ দেখা নাযায়; বৰঞ্চ ইয়াত কষ্টকৰ কাব্য সৃষ্টিৰ আকাঙ্ক্ষাহে চকুত পৰে। অলংকাৰৰ প্ৰাচুৰ্যই তাৰ ওপৰত থকা কবিৰ দখলৰ কথা প্ৰমাণ কৰে। কোনো কোনো পণ্ডিতে বাণ চণ্ডিকাৰ উপাসক আছিল বুলি ভাবে।

**ময়ূৰৰ সূৰ্যশতকঃ**— কিম্বদন্তীমতে ময়ূৰ বাণৰ শহুৰেক আছিল। জল্হনকৃত 'সূক্তি মুক্তাৱলীত' উদ্ধৃত ৰাজশেখৰৰ শ্লোক এটাত বাণ, ময়ূৰ আৰু মাতঙ্গদিবাকৰক শ্ৰীহৰ্ষৰ সভাক ৰিৰূপে উল্লেখ কৰিছেঃ

অহো প্ৰভাবো বাগ্দেব্যা যন্মাতঙ্গদিবাকৰঃ।
শ্ৰীহৰ্ষস্যাভবৎসভ্যঃ সমং বাণ ময়ূৰয়োঃ।

ৰাজশেখৰৰ উক্তিমতে বাণ আৰু ময়ূৰ সমকালীন কবি। দুয়োৰে কাল সপ্তম শতিকাৰ পূৰ্বভাগ হ'ব।

ময়ূৰে **সূৰ্যশতক, ময়ূৰাষ্টক, শব্দলিঙ্গাৰ্থ**চন্দ্ৰিকা আৰু **আৰ্যমুক্তামালা** নামে চাৰিখন গ্ৰন্থ ৰচনা কৰি যোৱা কথা পৰম্পৰাই সমৰ্থন কৰে। তাৰ ভিতৰত সূৰ্যশতক প্ৰসিদ্ধ ভক্তিকাব্য।

**সূৰ্য্যশতকঃ**— ইয়াত এশ এটা শ্লোকত কবিজনে ভগবান সূৰ্যৰ আৰাধনা কৰিছে। অন্তিম শ্লোকত ইঙ্গিত দি কৈছে যে জনকল্যাণ আৰু ভক্তিভাব-নামে প্ৰেৰিত হৈ কবিজনে এই শতকখন ৰচনা কৰিছে।

শ্লোকা লোকস্য ভূত্যৈশতমিতি ৰচিতাঃ শ্ৰী-ময়ূৰেণ ভক্ত্যা
যুক্তশ্চৈতান্ পঠেদ্যঃ সকৃদপি পৰুষঃ সৰ্বপাপৈৰ্বিমুক্তঃ।
আৰোগ্যং সৎকবিত্বং মতিমতুলবলং কান্তিমায়ুঃ প্ৰকৰ্ষং
বিদ্যামৈশ্বৰ্যমৰ্থং সুতমপি লভতে সোঽত্ৰ সূৰ্য প্ৰসাদাৎ।।

শতক খনৰ প্ৰতিটো শ্লোক আশীষ স্বৰূপ। প্ৰতিটো শ্লোকতে সূৰ্য, সূৰ্যকিৰণ, সূৰ্যাশ্ব, ৰথ, সূৰ্যমণ্ডললৈ যোৱাৰ উপায় বুলিছে।

সূৰ্যশতকৰ শ্লোকবোৰ শাৰ্দুলবিক্ৰীড়িত ছন্দত গ্ৰথিত। ইয়াৰ ওপৰত ১৫টা টীকা থকালৈ চাই ইয়াৰ লোকপ্ৰিয়তা সহজে বুজা যায়। পাছলৈ ইয়াৰ অনুকৰণত পাঁচখন সূৰ্যশতক ৰচিত হৈছে।

**মানতুঙ্গ ঃ** মানতুঙ্গ আছিল বাণভট্টৰ সমসাময়িক জৈন সম্প্ৰদায়ভুক্ত কবি। তেওঁ ঋষভদেৱৰ স্তুতিপৰক 'ভক্তামৰস্তোত্ৰ' ৰচনা কৰে। মানতুঙ্গই বাণ আৰু ময়ূৰৰ সৈতে প্ৰতিদ্বন্দ্বিতা কৰি জৈন মুনিক স্তুতি কৰিও যে ৰোগ মুক্তি পাব পাৰি তাকে দেখুৱাবলৈ এই গ্ৰন্থ ৰচনা কৰিছিল বুলি জনা যায়।

**শঙ্কৰাচাৰ্য ঃ** বৰ্তমান কেৰালা ৰাজ্যৰ ভিতৰৰ কালাডি নামে ঠাইত এটি নাম্বুদ্ৰি ব্ৰাহ্মণ পৰিয়ালত শঙ্কৰৰ জন্ম হয়। পৰম্পৰামতে তেওঁ শিৱৰ অৱতাৰ। ল'ৰালিতে সন্ন্যাস গ্ৰহণ কৰি মাত্ৰ ৩২ বছৰীয়া চমু জীৱন কালতে তেওঁ অদ্বৈত বেদান্তপ্ৰতিষ্ঠা কৰি ভাৰতীয় দৰ্শনলৈ অতুল অৱদান দি থৈ গৈছে। তেখেতে দহখন মুখ্য উপনিষদ, ব্ৰহ্মসূত্ৰ আৰু শ্ৰীমদ্‌ভগবদ্ গীতাৰ ওপৰত ভাষ্য প্ৰস্তুত কৰি তাৰ মাজেৰে অদ্বৈত সিদ্ধান্ত প্ৰমাণ কৰে।

গোড়াপন্থীসকলে শঙ্কৰৰ আৰ্বিভাৱ কাল ৫০৮ খৃষ্ট পূৰ্ব বুলি দাবী কৰিলেও সৰহভাগ পণ্ডিতে খৃঃ ৮ম শতিকা বুলিহে মত প্ৰকাশ কৰে।

**শঙ্কৰৰ ভক্তিগীতসমূহ ঃ—** ভাৰতীয় পৰম্পৰাই অনেক স্তোত্ৰ বা স্তুতিগীত শঙ্কৰাচাৰ্যৰ ৰচনা বুলি দাবী কৰে। ইয়াৰে কোনবাৰ/ কোনখন শংকৰৰ প্ৰকৃত ৰচনা তাক ঠাৱৰ কৰা সহজ নহয়।

'সৌন্দৰ্যলহৰী' তেওঁৰ স্তোত্ৰকাব্য সমূহৰ অন্যতম। ইয়াৰ এশ শ্লোকত মহাদেৱী পাৰ্বতীৰ অপৰিসীম সৌন্দৰ্যৰ বৰ্ণনা কৰা হৈছে। তেওঁক জগত সৃষ্টি, স্থিতি আৰু বিনাশৰ কাৰণৰূপে বৰ্ণনা কৰিছে।

একেদৰে 'শিৱানন্দ লহৰী'ৰ এশ শ্লোকত কবিজনে শিৱক সকলো মঙ্গলাশীষৰ দাতাৰূপে স্তুতি কৰিছে।

শঙ্কৰাচাৰ্য বিৰচিত বুলি কথিত দুটি 'পদাদিকেশান্ত স্তোত্ৰ' পোৱা যায়। তাৰে এটিত বিষ্ণুৰ, আনটোত শিৱৰ পাদৰপৰা কেশলৈকে সৰ্বাঙ্গৰ প্ৰশংসা কৰা হৈছে।

'মোহমুদ্গৰ' বা 'ভজগোবিন্দ স্তোত্ৰ'ত কবিজনে পৰম দাৰ্শনিক সত্যক— ক্ষণভঙ্গুৰ শৰীৰৰ ভক্তিৰসাপ্লুত বৰ্ণনা তুলি ধৰিছে। জনতাৰ মোহভঙ্গ কৰাই এই কাব্যৰ উদ্দেশ্য। ইয়াৰ ভাষা সৰল আৰু সহজবোধ্য।

শঙ্কৰৰ নামত ভুজঙ্গ প্ৰয়াত ছন্দত নিবদ্ধ শিৱভুজঙ্গ, বিষ্ণুভুজঙ্গ আৰু ৰামভুজঙ্গ শীৰ্ষক তিনিখন ভুজঙ্গস্তোত্ৰ কাব্য পোৱা যায়। ইয়াৰ ১ ম খনৰ ৩৭ টা শ্লোকত শিৱস্তুতি, ২য় খনত বিষ্ণুৰ স্তুতি আৰু ৩য় খনত ৰামৰ স্তুতি কৰা হৈছে।

একেদৰে শঙ্কৰ বিৰচিত বুলি জ্ঞাত 'কনকধাৰা স্তৱ'ত লক্ষ্মীৰ প্ৰতি ভক্তি প্ৰকাশ কৰা হৈছে। 'শিৱাপৰাধক্ষমাপন স্তোত্ৰ'ত পুনঃ সকলো পাপক্ষয়ৰ বাবে শিৱৰ ওচৰত ক্ষমা বিচৰা হৈছে। 'হৰিস্তুতি' (৪৪টা শ্লোক), 'দশশ্লোকী' (১০ শ্লোক), 'দক্ষিণামূৰ্তি স্তোত্ৰ' (১০ শ্লোক), 'অপৰোক্ষানুভূতি' (১১০ শ্লোক), 'শতশ্লোকী' (১০১ শ্লোক), 'আত্মবোধ' (৬৮ শ্লোক), 'স্বাত্মনিৰূপণম্' (১৫৬ শ্লোক), আদি গ্ৰন্থৰ মাজত ভক্তি আৰু অদ্বৈত দৰ্শনৰ মূলতত্ত্বৰ সৰল ব্যাখ্যা সহজ ভাষাত পোৱা যায়।

**মূককবি ঃ—** পৰম্পৰা অনুসৰি মূককবি কাঞ্চীৰ অধিবাসী আৰু আদি শঙ্কৰাচাৰ্যৰ সমকালীন ভক্তকবি আছিল। তেওঁ হেনো আশৈশৱসত মূক (বাক্‌হীন) আছিল কামাক্ষী দেৱীৰ অনুগ্ৰহত কাব্যপ্ৰতিভা লাভ কৰি দেৱীৰ প্ৰশংসাসূচক পাঁচটা স্তোত্ৰ ৰচনা কৰিছিল,

তাৰে সমষ্টিক '**মূকপঞ্চশতী**' বুলি জনা যায়। মূককবিক দুৰ্বাসা মুনিৰ অৱতাৰ বুলি কোৱা হয়। তেওঁৰ কাল ৮ ম খৃষ্টীয় শতিকা।

মূকপঞ্চশতীত থকা শতশ্লোকাত্মক স্তোত্ৰ কেইটা যথাক্ৰমে '**আৰ্যাশতক**', '**পা ,ৰবিন্দশতক**', '**স্তুতিশতক**', '**কটাক্ষশতক**', আৰু '**মন্দস্মিতশতক**' নামে জনা যায়। স্তোত্ৰসমূহৰ ৰচনা শৈলী স্বতঃস্ফূৰ্ত শ্লোকেৰে সমৃদ্ধ আৰু সৰল ভাষাত প্ৰকাশিত।

**কুলশেখৰ ঃ** তামিলনাডু আৰু কেৰালা ৰাজ্যত একে নামৰ একাধিক ব্যক্তি জন্মিছিল। তেওঁলোকৰ এজন 'আলৱাৰ' বুলি জনাজাত বৈষ্ণৱ ভক্ত কবি আছিল। তেওঁ পোনতে কেৰেলাত ৰাজত্ব কৰিছিল। পাছলৈ তেওঁ বৈষ্ণৱ হৈ ৪০০০ তামিল শ্লোক ৰচনা কৰে। তেওঁকেই '**তপতীসম্বৰণ**' আৰু '**সুভদ্ৰাহৰণ**' নাটকৰ নাট্যকাৰ আৰু '**মুকুন্দমালা**' ভক্তিকাব্যৰ ৰচক বুলি জনা যায়। এই ক্ষুদ্ৰ ভক্তিকাব্যখন অতি জনপ্ৰিয়। মোক্ষপথিকৰ বাবে ই এক উপায়স্বৰূপ বুলি ভক্তসকলে সততে ইয়াৰ আবৃত্তি কৰে।

কাব্যখন খৃ০ ৯ম শতিকাৰ ৰচনা।

**লীলাশুক (বিল্বমঙ্গল) ঃ—** লীলাশুক আছিল দামোদৰ আৰু নীতিদেৱীৰ পুত্ৰ। তেওঁ মালাবাৰৰ ভাৰতী নৈৰ তীৰস্থ মুক্তিস্থানত বসতি কৰিছিল। আন একমত অনুসৰি তেওঁ দাক্ষিণাত্যৰ কৃষ্ণবেন্না বা কৃষ্ণবীণা নৈৰ পাৰৰ গাঁও এখনতহে জন্ম গ্ৰহণ কৰিছিল। পোনতে তেওঁ শৈব আছিল যদিও পাছলৈ তেওঁ কৃষ্ণভক্ত হৈ পৰে। তেওঁৰ পিতৃদত্ত নাম বিল্বমঙ্গল। কৃষ্ণভক্ত হোৱা গুণে লোকে তেওঁক লীলাশুক বুলিহে অধিক জানে।

আগবয়সত তেওঁ বৰ বেশ্যাসক্ত হৈ পাছত গৈ চিন্তামণি নামে বেশ্যাৰ কথাৰ প্ৰভাৱতে বৈৰাগ্য লাভ কৰে বুলি কথিত আছে। তেওঁৰ গুৰুৰ নাম সোমগিৰি।

বিণ্টাৰনিট্সৰ মতে বিল্বমঙ্গলৰ আৰ্বিভাব কাল খৃ০ ১১শ শতিকা, আৰু বিমান বিহাৰী মজুমদাৰৰ মতে খৃ০ ১৩ শতাব্দী।

**লীলাশুকৰ ৰচনাসমূহ ঃ—** কৃষ্ণমাচাৰ্যৰ মতে লীলাশুকৰ উপলব্ধ গ্ৰন্থসমূহ হৈছে '**ত্ৰিভুবন সুভাগ**', '**গণপতিস্তুতি**', '**কৰ্কোটকস্তুতি**', **ৰামচন্দ্ৰস্তুতি**', '**অভাৰস্তুতি**', '**কৃষ্ণস্তুতি**', '**বিৰাধিকস্তুতি**', '**সুমঙ্গলস্তুতি**', '**কৃষ্ণচৰিত**', '**কৃষ্ণবালক্ৰীড়া**', '**অভিনৱ কৌস্তুভমালা**', '**কৃষ্ণচৰিত**', '**কৃষ্ণবালক্ৰীড়া**', '**অভিনৱ কৌস্তুভমালা**', '**ক্ৰমদীপিকা**', আৰু '**শংকৰ হৃদয়াঙ্গনা**'। অৱশ্যে ইয়াৰ উপৰিও তেওঁ '**বৃন্দাবনস্তুতি**', আৰু '**শ্ৰীকৃষ্ণ কৰ্ণামৃত**' নামে অন্য দুই পুথিও ৰচনা কৰে।

**কৃষ্ণকৰ্ণামৃত ঃ—** লীলাশুকবিৰচিত শ্ৰীকৃষ্ণকৰ্ণামৃত প্ৰায় ৩০০ শ্লোকৰ সংগ্ৰহ। কবিয়ে বালকৃষ্ণৰ নানান বিচিত্ৰ লীলাৰ চিত্ৰ ইয়াত অঙ্কন কৰিছে। তাৰ মাজেৰে গোপবধূসকলৰ কৃষ্ণপ্ৰীতি বা ভক্তিৰ চিত্ৰও উজ্জ্বলি উঠিছে। গ্ৰন্থখন তিনিটা আশ্বাসত বিভক্ত। ১৫শ শতিকাত বঙ্গত আৰ্বিভূত শ্ৰীচৈতন্য আৰু অসমত আৰ্বিভূত শ্ৰীমাধৱদেৱৰ ওপৰত কৃষ্ণকৰ্ণামৃতৰ অসীম প্ৰভাৱ পৰে। বৃন্দাবন স্তুতিত কবি লীলাশুকে ৰাসক্ৰীড়াৰ

বৰ্ণনা কৰিছে।

**জয়দেৱ ঃ—** ভক্ত কবি জয়দেৱৰ জন্ম হৈছিল পূৰ্ববঙ্গৰ (বৰ্তমান বাংলাদেশৰ) বীৰভূম জিলাৰ অন্তৰ্গত কেন্দুবিল্ব (কেন্দুলি) নামে গাঁৱত। তেওঁৰ পিতৃ আৰু মাতৃৰ নাম যথাক্ৰমে ভোজদেৱ আৰু ৰামদেৱী। বাল্যকালতে জয়দেৱে পিতৃ-মাতৃক হেৰুৱাই নিঠৰুৱা হয়।

জয়দেৱে জীৱনৰ আগচোৱাত মথুৰা আৰু বৃন্দাবন পৰিভ্ৰমণ কৰি ৰাধাকৃষ্ণৰ বিষয়ে মনোমুগ্ধকৰ গীত-মাত আৰু গল্পগুজৱবোৰ শুনি বৰকৈ প্ৰভাৱান্বিত হয়। তাৰ পাছত পুৰুষোত্তম পুৰীৰ জগন্নাথ ধাম দৰ্শন কৰে। তাতে তেওঁ পদ্মাৱতীক বিয়া কৰায়। পদ্মাৱতী সততে স্বামীৰ বশবৰ্তিনী আৰু সহায়িকা আছিল।

বঙ্গৰ ৰজা লক্ষ্মণসেনৰ সমাদৰ লাভ কৰি তেওঁৰ সভাত পঞ্চৰত্নৰ অন্যতমৰূপে জয়দেৱে বিৰাজ কৰিছিল। উমাপতিধৰ, ধোয়ী, শৰণ আৰু গোবৰ্ধন তেওঁৰ অন্যান্য সমকালীন পণ্ডিত 'ৰত্ন' আছিল। লক্ষ্মণসেনৰ ৰাজত্বকাল অনুসৰি জয়দেৱৰ আৰ্বিভাৱ কাল খৃ০ ১২শ শতিকাৰ শেষভাগ বুলিব পাৰি।

**গীতগোবিন্দ ঃ—** সংস্কৃত গীতিকাব্য বা ভক্তিগীতিৰ ইতিহাসত জয়দেৱ বিৰচিত 'গীতগোবিন্দ'ৰ স্থান কালিদাসৰ 'মেঘদূত'ৰ পিছতেই। ইয়াক আখ্যান-বিবৰণ সম্বলিত খণ্ডবাক্য বুলিব পাৰি। ই হৈছে কেতবিলাক 'প্ৰেমৰ পৰিস্থিতিৰ বৰ্ণনা আৰু অন্তৰঙ্গ প্ৰেমৰ দৃশ্য বৰ্ণিত শৃঙ্গাৰাত্মক কবিতাৰ সংমিশ্ৰণ আৰু তাৰ তলে তলে সংলাপ আৰু নাটকীয় উপাদানৰ সৃষ্টি প্ৰবাহিত হৈছে।

সমগ্ৰ গীতগোবিন্দ কাব্যখনত মুঠতে বাৰ সৰ্গত ২৪টা অষ্টপদী গীত আৰু বৰ্ণনাংশ সামৰি ৩৮৬টা শ্লোক আছে। দুটা দশাৱতাৰ বিষয়ক গীতেৰে কাব্যখন আৰম্ভ হৈছে। আৰু প্ৰথমটো ('প্ৰলয় পয়োধিজলে' ইত্যাদি) বৰ জনপ্ৰিয়। বাৰটা সৰ্গৰ বৈশিষ্ট্য বাচক নামবোৰ ক্ৰমশঃ এনেঃ (১) সামোদ-দামোদৰ, (২) অক্লেশ-কেশৱ, (৩) মুগ্ধ-মধুসূদন, (৪) স্নিগ্ধ-মধুসূদন, (৫) সাকাঙ্ক্ষ দামোদৰ, (৬) ধৃষ্ট-বৈকুণ্ঠ, (৭) নাগৰ-নাৰায়ণ, (৮) বিলক্ষ-লক্ষ্মীপতি, (৯) মুগ্ধ-মুকুন্দ, (১০) চতুৰ-চতুৰ্ভুজ, (১১) সানন্দ-দামোদৰ আৰু (১২) সুপ্ৰীত-পীতাম্বৰ।

যথাৰ্থতে ই ৰাধাকৃষ্ণৰ সম্ভোগ আৰু বিপ্ৰলম্ভ শৃঙ্গাৰৰ ব্যাখ্যাপকৰ কাব্য। শৃঙ্গাৰ আৰু যৌনমিলন, কাব্যখনৰ আলম্বন। তাৰে পটভূমি ৰচোঁতে কবিয়ে বসন্ত ঋতুৰ [illegible], গছ, লতা, ফুল, সেউজীয়া পৰ্বত আৰু যোৱতী নদী, গীতমুখৰ পখী আৰু [illegible] জোনোৱাৰ চিত্ৰ অংকন কৰিছে। কালিদাসে তেওঁৰ কাব্য আৰু নায়িকাৰ মাজত [illegible] আত্মীয়তা সৃষ্টি কৰিছে অথবা শৃঙ্গাৰক মূল ৰতিভাৱৰ ওপৰত [illegible] জয়দেৱে [illegible] সাৰ্থকতা লাভ কৰা নাই। তথাপি জয়দেৱৰ গীতগোবিন্দৰ [illegible] অপূৰ্ব আছে। [illegible] টীকা, ভাষ্য আৰু অনুবাদ [illegible]। [illegible] সংস্কৃত সাহিত্যৰ [illegible] 'সংস্কৃত কাব্যৰ শেষ কবি' জয়দেৱক বুলি কৈছে।

**যমুনাচাৰ্য ঃ**— খৃ০ ১১ শ শতিকাত আৰ্বিভাৱ হোৱা আলৱন্দৰ নামে খ্যাত এই বৈষ্ণৱ কবিজনে **'চতুঃশ্লোকী'** নামে স্তোত্ৰত লক্ষ্মীৰ গৌৰৱ গাথা বৰ্ণনা কৰিছে। তেওঁ **'স্তোত্ৰৰত্ন'** শীৰ্ষক গ্ৰন্থত (৬৫ শ্লোক) বিষ্ণুৰ স্তুতি কৰিছে।

**ৰামানুজাচাৰ্য ঃ**— বিশিষ্টাদ্বৈতৰ প্ৰৱক্তা ৰামানুজে (১০১৭-১১৩৫) **'গদ্যত্ৰয়'** নামে 'তিনিটা কথা কবিতাত বিষ্ণুৰ জ্ঞান-ঐশ্বৰ্য, শক্তি আৰু বিভূতিৰ বৰ্ণনা কৰিছে।

**বেঙ্কটনাথ ঃ**— সততে 'বেদান্তদেশিক' আখ্যোপেত বেঙ্কটনাথে (খৃ০১৩০০) ১২১খন সৰুবৰ গ্ৰন্থ ৰচনা কৰি গৈছে। তেওঁৰ **'পাদুকা সহস্ৰ'** (ৰামৰ পাদুকাৰ স্তুতি) **'হয়গ্ৰীৱস্তোত্ৰ', 'দেৱৰাজ পঞ্চাশৎ', 'গোপাল বিংশতি', 'দেহলি স্তুতি', 'যথোক্তকাৰী' স্তোত্ৰ', 'অষ্টভূজস্তোত্ৰ', 'পৰমাৰ্থস্তুতি', 'ভগৱদ্ধ্যান সোপান', 'দশাৱতাৰস্তোত্ৰ', 'অভীষ্টিস্তৱ', 'ন্যাসদশক', 'ন্যাসবিংশতি', ন্যাসতিলক', 'শ্ৰীস্তুতি', 'ভূস্তুতি, 'নীলস্তুতি', 'গোদাস্তুতি', 'সুদৰ্শনাষ্টক', 'ষোড়শায়ুধস্তুতি', 'গৰুড়পঞ্চক', 'যতিৰাজসপ্ততি', 'ধীতিপঞ্চক', 'বৈৰাগ্য পঞ্চক'** আদিয়ে ভক্তিগীতৰ বুৰঞ্জী প্ৰসাৰিত আৰু সমৃদ্ধ কৰিছে।

**অপ্পয়দীক্ষিত ঃ**— কাঞ্চী প্ৰসূত ভাৰদ্বাজগোত্ৰজ অপ্পয়দীক্ষিতে (১৫৫৪-১৫২৬) ৰচনা কৰা মুঠ ১০৪ গ্ৰন্থৰ ভিতৰত কেইবাখনো ভক্তি কবিতা পুথি আছে। তাৰ ভিতৰত **'আত্মাৰ্পণস্তুতি' বা 'শিৱপঞ্চাশিকা', 'পঞ্চৰত্নস্তৱ', 'ভক্তামৰস্তৱ', 'শান্তিস্তৱ', 'ভাৰতস্তৱ', 'বৰদৰাজস্তৱ, 'আদিত্যস্তোত্ৰৰত্ন', 'শিৱকামিস্তৱৰত্ন', 'শিৱমহিমা, কালিকাস্তৱ'** আদি প্ৰসিদ্ধ।

**নাৰায়ণ ভট্টাথিৰি ঃ**— কেৰালাৰ সন্তান নাৰায়ণ ভট্টাথিৰিয়ে (১৫৬০-১৬৪৬) একাধিক চম্পূকাব্য ৰচনা কৰাৰ উপৰিও 'নাৰায়ণীয়' নামে এখন ভক্তিকাব্য ৰচনা কৰি গৈছে। বাৰ স্কন্ধত বিভক্ত এই কাব্য মুঠতে ১০৩৬ শ্লোক আছে। মালাবাৰৰ লোকে সদায় ভক্তি সহকাৰে এই কাব্যৰ আবৃত্তি কৰে। এই কাব্য ৰচি কবিজনে বাতব্যাধিৰপৰা মুক্তি পাইছিল বুলি জনশ্ৰুতি আছে।

**পণ্ডিতৰাজজগন্নাথ ঃ**— খৃ০ সপ্তদশ শতিকাৰ আলংকাৰিক তৈলঙ্গ ব্ৰাহ্মণ পণ্ডিতৰাজ জগন্নাথে গীতি কবিৰূপেও খ্যাতি লাভ কৰে। তেওঁ ৰচনা কৰা **'গঙ্গালহৰী', 'অমৃতলহৰী', 'কৰুণালহৰী', 'লক্ষ্মীলহৰী'** আৰু **'সুধালহৰী'** নামে পাঁচ লহৰীয়ে ভক্তিৰসৰ নৈ বোৱাইছিল। গঙ্গা আৰু অমৃত লহৰীত যথাক্ৰমে গঙ্গা আৰু যমুনাৰস্তুতি, কৰুণা আৰু লক্ষ্মী লহৰীত ক্ৰমে বিষ্ণু আৰু লক্ষ্মীৰস্তুতি আৰু সুধালহৰীত আদিত্যৰ স্তুতি পোৱা যায়।

**নীলকণ্ঠ দীক্ষিত ঃ**— ১৭শ শতিকাৰ কবি নীলকণ্ঠই অন্যান্য গ্ৰন্থৰ উপৰিও **'আনন্দসাগৰস্তৱ'** আৰু **'শিৱোৎকৰ্ষমঞ্জৰী'** নামে দুখন ভক্তিৰসাশ্ৰিত কাব্য ৰচনা কৰে। গ্ৰন্থদুখনত ক্ৰমে পাৰ্বতীৰ স্তুতি আৰু শিৱাৰ্চন সন্নিবিষ্ট হৈছে।

**ৰামভদ্ৰ দীক্ষিত ঃ**— ১৮শ শতিকাৰ কবি ৰামভদ্ৰই ৰচনা কৰা অনেক স্তোত্ৰৰ ভিতৰত **'ৰামচাপস্তৱ', 'ৰামবাণস্তৱ'** আৰু **'ৰামাষ্টপ্ৰাস'** বিশেষভাৱে উল্লেখনীয়।

**নাৰায়ণতীৰ্থ ঃ**— ১৭শ শতিকাৰ শেষ আৰু ১৮শ শতিকাৰ আৰম্ভণিত গোদাৱৰী

জিলাৰ কুচিমঞ্চি অগ্ৰহাৰম নামে ঠাইত বসতি কৰা নাৰায়ণতীৰ্থই বাৰটা সৰ্গত 'কৃষ্ণকথাৰ' ভেটিত 'কৃষ্ণলীলাতৰঙ্গিনী' নামে এখন গীতিধৰ্মী আৰু বীণাদি বাদ্যসমেত গেয়কাব্য ৰচনা কৰে।

এনে বহু ভক্তি গীতি দেশৰ প্ৰান্তেপ্ৰান্তে ৰচিত, পঠিত আৰু গীত হৈ আছে, সিবোৰৰ পৰিচয় ইয়াত দিয়া অসম্ভৱ।



# সপ্তম অধ্যায় (গ)

## নীতিকাব্য

অতি কম পৰিসৰতে অধিক সাকাৰ্ভ আৰু নীতিব্যঞ্জক কথা সৰল ভাষাত তুলি ধৰা নীতি-প্ৰবচন ভাৰতীয় সাহিত্যত আবহমান কালৰেপৰা প্ৰচলিত আছে। ব্যৱহাৰিক জীৱনত সততে কামত অহা ভাবৰ সামঞ্জস্য থকা তেনে শ্লোকৰ সমষ্টিক অৱশ্যে নীতি কাব্য বুলিব পাৰি।

ভাৰতীয় সাহিত্যৰ প্ৰাচীন কৃতি বুলি জনাজাত ঋগ্বেদতে তেনে নীতিপূৰ্ণ কাব্য বা কবিতাৰ উদ্‌গম হৈছিল। ঋগ্বেদৰ অক্ষসূক্ত (১০।৩৪), ভিক্ষুসূক্ত (১০।১১৭), সংজ্ঞানসূক্ত (১০।৭১-৭২) আদিত নীতি কথাৰ ধ্বনি পোনতে শুনিবলৈ পোৱা যায়। উদাহৰণস্বৰূপে অক্ষসূক্তৰ (১০-৩৪) ত্ৰয়োদশ মন্ত্ৰলৈ নজৰ দিয়ক ঃ—

অক্ষৈৰ্মা দীব্যঃ কৃষিমিৎ কৃষস্ব বিত্তে ৰমস্ব বহু মন্যমানঃ।
তত্ৰ গাবঃ কিতৱ তত্ৰ জায়া তন্মে বিচষ্টে সবিতায়মৰ্যঃ।।

একেদৰে ঋ ১০।১১৭ সূক্তৰ প্ৰতিটো শ্লোকতে নীতিবচনৰ ছাপ পৰিছেঃ যেনে, ‘ন সখা যো ন দদাতি সখ্যে’, ‘মোঘমন্নং বিন্দতে অপ্ৰচেতাঃ সত্যং ব্ৰবীমি বধ ইৎ স তস্য ইত্যাদি। তেনেদৰে উপনিষদ সাহিত্যও নীতি সমৃদ্ধ। কল্পসূত্ৰৰ অন্তৰ্গত ধৰ্মসূত্ৰ, পাছৰ যুগৰ স্মৃতিসমূহ পুৰুষাৰ্থ চতুষ্টয় সাধনৰ বাবে বিহিত ধৰ্ম নীতি, সমাজনীতি, ৰাজনীতি, প্ৰবচন আদিৰ স্তুপীকৃত গ্ৰন্থাকৃতি মাথোন। মহাভাৰত, ৰামায়ণ, পুৰাণ আদিৰ মাজতো অনেক নীতিগৰ্ভ কাব্যসম্ভাৰ সোমাই আছে। মহাভাৰতৰ শান্তি আৰু অনুশাসন পৰ্ব দুটা অকল নীতি কথাৰ ভাণ্ডাৰ বুলিলেই হয়। তদুপৰি (বৈদিক) নীতিমঞ্জৰী, নাটক, কাব্য, কথা সাহিত্য, পঞ্চতন্ত্ৰ, হিতোপদেশ আদিও নীতিপূৰ্ণ কাব্য-কথাৰ বিচিত্ৰৰূপ মাথোন।

বৌদ্ধ আৰু জৈন কাব্যসমূহো নীতি সমৃদ্ধ কাব্যৰ নিদৰ্শন। ধম্মপদাদি ক্ষুদ্দনিকায়ৰ ভিতৰুৱা গ্ৰন্থসমূহক নীতিকাব্যৰ পূৰ্বৰূপ বুলিব পাৰি। জৈন আৰু বৌদ্ধধৰ্ম অধিকতৰ নৈতিকতাপূৰ্ণ ধৰ্মসম্প্ৰদায় হোৱা বাবে তেওঁলোকৰ ধৰ্মগ্ৰন্থসমূহো নীতি পূৰ্ণ। সিবোৰে পিছৰ যুগত ইদেশত নীতিগৰ্ভ কাব্যৰচনাৰ প্ৰেৰণাৰ উৎস হৈ পৰিছে।

নীতিগৰ্ভ কাব্য শ্ৰেণীৰ মাজত বহুপ্ৰকাৰ নীতিৰ বৈচিত্ৰপূৰ্ণ সমাহাৰ ঘটা দেখা যায়। তাৰ মাজত ৰাজনীতি, লোকনীতি আৰু ধৰ্মনীতিৰ প্ৰাচুৰ্য বেছি দেখা যায়। সাংসাৰিক ভোগ-মোহ অভিমান, অহংকাৰ, লোভ আদিৰপৰা হ'ব পৰা দুৰ্গতি জীৱনৰ ক্ষণস্থায়িত্ব, নাৰীৰ মোহনীয় চৰিত্ৰ আৰু ৰূপৰ প্ৰলোভনৰ প্ৰতি সতৰ্কতা, আসক্তি হীনতা আৰু বৈৰাগ্যৰপৰা হ'ব পৰা সুবিধা, শম-দমাদিৰপৰা হোৱা লাভ, দাৰিদ্ৰনিন্দা, সংসঙ্গতিৰপৰা

হোৱা লাভ আৰু অসৎসঙ্গৰপৰা হোৱা ক্ষতি, বিদ্যাৰ মহত্ত্ব, অবিদ্যাৰ নীচতা, সৎ আৰু অসতৰ গুণাগুণ, দৈব আৰু পুৰুষাকাৰৰ আৱশ্যম্ভাৱী ফলাফল, সৎ কাৰ্য্যৰ গুণ, বিদ্বানৰ মহত্ত্ব নীতিকাব্যৰ সাধাৰণ বিষয়-বস্তু। বিষয়-বস্তুৰ বৰ্ণনা যাতে বিৰক্তিকৰ আৰু নীৰস নহয় তাৰ বাবে প্ৰাচীন সাহিত্যৰ মাজৰপৰা কবিজনে অনেক দৃষ্টান্ত দাঙি ধৰা দেখা যায়। তদুপৰি এনে কাব্যত সততে শান্তৰসৰ প্ৰাধান্য চকুত পৰে। অলংকাৰ আৰু ছন্দৰ বৈচিত্ৰ্যও এই কাব্যসমূহত বিৰাজমান। অনেক কবিয়ে স্বকীয় কবি প্ৰতিভাৰ ফলত নীতিগৰ্ভ কাব্য ৰচনা কৰিছে। কোনো কোনোৱে অন্য পূৰ্বসূৰী কবিৰ সদুক্তিৰ সংকলন কৰি মৌচাক সাজিছে। তলত সংস্কৃত নীতিকাব্যৰ নাতিদীৰ্ঘ ইতিহাস তুলি ধৰা হ'ল।

**নীতিকাব্যৰ বিকাশ ঃ—** সম্ভৱতঃ চাণক্যৰ চনকনীতি শাস্ত্ৰই এই শ্ৰেণীৰ কাব্যৰ প্ৰথম উপলব্ধ গ্ৰন্থ। সোতৰ অধ্যায়ত বিভক্ত এই গ্ৰন্থত মুঠ ৩৪০টা শ্লোক আছে। ইয়াৰ অনেক পাঠান্তৰ আছে। সিবোৰ **'চাণক্য নীতিসাৰ', 'চাণক্য নীতি শতক', 'বৃদ্ধ চাণক্য'** আৰু **'লঘু চাণক্য'** আদি নামেৰে জনাজাত। মূলতঃ ইয়াৰ বিষয়-বস্তু ৰাজনীতি হ'লেও তাৰ মাজত অনেকবোৰ সাধাৰণ (common) নীতিও সোমাই আছে। গ্ৰন্থখন চন্দ্ৰগুপ্ত মৌৰ্যৰ মন্ত্ৰী বিষ্ণুগুপ্ত চাণক্য বিৰচিত বুলি দাবী কৰা হয়।

কালিদাসৰ সমকালীন কবি বুলি জনাজাত বৰৰুচি আৰু বেতালভট্টই **'নীতিৰত্ন', 'নীতিসাৰ'** আৰু **'নীতিপ্ৰদীপ'** নামে তিনিখন নীতিকাব্য খৃ০ ১ ম শতিকাত ৰচনা কৰিছিল বুলি জনা যায়। ভালেমান সুভাষিতসংগ্ৰহ'ত তেওঁলোকৰ সূক্তিৰ উদ্ধৃতি পালেও গ্ৰন্থবোৰৰ পৰিচয় এতিয়াও পোৱা হোৱা নাই।

সুন্দৰ পাণ্ড্য বিৰচিত **'নীতিদ্বিষষ্ঠিকা'** এখন নীতিগৰ্ভকাব্য। ইয়াত ১১৬টা শ্লোক আছে। গ্ৰন্থখন আৰ্যাছন্দত নিবদ্ধ। কবিজন পাণ্ড্যসকলৰ ৰাজধানী মাদুৰাৰ অধিবাসী আছিল। ৭৫০ খৃষ্টাব্দত ৰচিত ফলি এখনত তেওঁক অৰিকেশীৰ পূৰ্বজ বোলা হৈছে। কুমাৰিলভট্টই (৭ম শতিকা) তেওঁৰ গ্ৰন্থত পাণ্ড্যৰ উল্লেখ কৰিছে। সেয়ে তেওঁৰ কাল খৃ০ ৬ষ্ঠ শতিকা হোৱা সম্ভৱ।

**ভৰ্তৃহৰিৰ শতকত্ৰয় ঃ—** ভৰ্তৃহৰিৰ জীৱনবৃত্ত সম্বন্ধে সঠিককৈ একো জনা নাযায়। কাৰোমতে তেওঁ বিক্ৰমাদিত্যৰ জ্যেষ্ঠভ্ৰাতা, কাৰোমতে তেওঁ 'ৰাৱণবধ' কাব্য প্ৰণেতা ভট্টি, কাৰোমতে 'বাক্যপদীয়' প্ৰণেতা আৰু শতকত্ৰয়ৰ ৰচয়িতা একেজন ভৰ্তৃহৰি। হিউৱেনচাঙে ৬৯১ খৃষ্টাব্দত লেখা এটা টোকাত ৬৫১ খৃষ্টাব্দত বৈয়াকৰণ ভৰ্তৃহৰিয়ে পৰলোকলৈ গমন কৰিছিল বুলি লিখিছিল। কিন্তু শতকত্ৰয়ৰ ৰচকজন বৈয়াকৰণিক আছিল নে নাই তাক সঠিককৈ কোৱা নাযায়। ইৎচিঙৰ মতে ভৰ্তৃহৰিয়ে সাতবাৰ প্ৰব্ৰজ্যা গ্ৰহণ কৰি সাতবাৰ পুনঃ সাংসাৰলৈ উভতি গৈছিল।

ভৰ্তৃহৰিয়ে তেওঁৰ শৃঙ্গাৰ, নীতি আৰু বৈৰাগ্য শতকত্ৰয়ৰ আদিতে ক্ৰমে কামদেৱ, ব্ৰহ্মা আৰু শিৱৰ স্তুতি কৰিছে। নীতি শতকৰ আদি শ্লোকে ভৰ্তৃহৰিক এজন অদ্বৈতবাদী

ৰূপেহে দেখুৱায়।

দিক্‌কালাদ্যনবচ্ছিন্নানন্ত চিন্মাত্ৰ মূৰ্তয়ে।
স্বানুভূত্যেকমানায় নমঃ শান্তায় তেজসে।।

ৱিণ্টাৰনিৎসে কয় যে ভৰ্তৃহৰি পোনতে এজন শৈৱবেদান্তী আছিল; শেষলৈ তেওঁ বৌদ্ধধৰ্ম গ্ৰহণ কৰে।

**শতকত্ৰয় ঃ—** কবি ভৰ্তৃহৰি শতকত্ৰয়ৰ ৰচয়িতা বুলি জনাজাত। শতক তিনিখন ক্ৰমে 'নীতিশতক', 'শৃঙ্গাৰ শতক' আৰু 'বৈৰাগ্যশতক'।

**(১) নীতিশতক ঃ—** এই শতকখনৰ এশটা শ্লোক দহটা পদ্ধতিত ভাগ কৰি তাৰ অনুশীলন লোক সমক্ষত দাঙি ধৰিছে। মঙ্গলাচৰণ কৰাৰ পাছত ক্ৰমে (১) মূৰ্খপদ্ধতি (২-১০), (২) বিদ্বৎপদ্ধতি (১১-২০), (৩) মানশৌৰ্য পদ্ধতি (২১-৩০), (৪) অৰ্থপদ্ধতি (৩১-৪০), (৫) দুৰ্জন পদ্ধতি (৪১-৫০), (৬) সজ্জন পদ্ধতি (৫১-৬০), (৭) পৰোপকাৰ পদ্ধতি (৬১-৭০), (৮) ধৈৰ্যপদ্ধতি (৭১-৮০), (৯) দৈৱপদ্ধতি আৰু (১০) কৰ্মপদ্ধতি। নীতি শতকৰ আটাইবোৰ শ্লোক ভৰ্তৃহৰিচৰিত বুলিবলৈ নোৱাৰি। কালিদাস, শূদ্ৰক প্ৰভৃতিৰ গ্ৰন্থৰপৰাও তেওঁ উদ্ধৃতি সংগ্ৰহ কৰিছে। কিন্তু শ্লোকবোৰ অতি জনপ্ৰিয় আৰু লোকৰ মুখত ইবোৰৰ আবৃত্তি প্ৰায়ে শুনা যায়। শ্লোকবোৰৰ মাজত কবিৰ সূক্ষ্মনীতি মানৱচৰিত্ৰ সমীক্ষণৰ ছাপ দেখা যায়।

**(২) শৃঙ্গাৰশতক ঃ—** এই শতকখন বিষয়ানুসৰি পাঁচটি বিংশতিত বিভক্তঃ (১) স্ত্ৰীপ্ৰশংসা (১-২০); (২) সম্ভোগবৰ্ণন (২১-৪০), (৩) কামিনী নিন্দা (৪১-৬০), (৪) সুবিৰক্ত-দুৰ্বিৰক্ত পদ্ধতি, (৫) ঋতুবৰ্ণন্। ইয়াৰ এশটা শ্লোকৰ মাজেৰে কবিজনে নাৰী প্ৰকৃতিৰ উপলব্ধি, প্ৰেমেৰে প্ৰভাবিত কামী আৰু কামুকৰ চিত্তবৃত্তিৰ যথাৰ্থ স্বৰূপোদ্‌ঘাটন আৰু পৰিণতি আদি আঙুলিয়াই দিছে।

**(৩) বৈৰাগ্যশতক ঃ—** এয়া ভৰ্তৃহৰিকৃত তৃতীয় শতক। বিষয়ানুসৰি ইয়াৰ শতশ্লোক দহটা দশকত বিভক্ত (১) তৃষ্ণাদূষণম্ (১-১০); (২) বিষয় পৰিত্যাগ বিড়ম্বনা (১১-২০), (৩) যাচ্ঞাদৈন্যদূষণম্ (২১-৩০); (৪) ভোগাস্থৈৰ্যবৰ্ণনম্ (৩১-৪০); (৫) কালমহিমানুবৰ্ণনম্ (৪১-৫০); (৬) যতিনৃপতি সংবাদ বৰ্ণনম্ (৫১-৬০), (৭) মনঃ সম্বোধন নিয়মনম্ (৬১-৭০), (৮) নিত্যানিত্য বস্তুবিচাৰঃ (৭১-৮০); (৯) শিৱাৰ্চনম্ (৮১-৯০) আৰু (১০) অৱধূতচৰ্যা (৯১-১০০)। ইয়াৰ প্ৰতিটো শ্লোক মৰ্মজ্ঞানুভূতিৰে সুসমৃদ্ধ। ইয়াৰ বিষয়-বস্তুলৈ মন দিলে বুজিব পাৰি যে তেওঁ সঁচাকৈ এজন অদ্বৈতবাদী আছিল আৰু অদ্বৈত ধাৰণাক ফলৱতী কৰিবলৈ তেওঁ বৈৰাগ্যপথৰ প্ৰশংসাপৰক শতক ৰচিছে।

**দামোদৰ গুপ্ত ঃ—** দামোদৰ গুপ্ত আছিল কাশ্মীৰৰ ৰজা জয়াপীড়ৰ (খৃ° ৭৭৯-৮১৩) মন্ত্ৰী। দামোদৰ গুপ্তই 'কুট্টনীমত' বা 'সম্ভালীমত' নামে এখনি নীতি-গৰ্ভ কাব্য ৰচনা কৰে। গ্ৰন্থখনত প্ৰকৃতপক্ষে বেশ্যাবৃত্তি লোৱা যুৱতীৰ কৰ্তব্যাকৰ্তব্য সম্বন্ধে উপদেশ

সন্নিবিষ্ট হৈছে!

**ভল্লট ঃ—** ভল্লট নিঃসন্দেহে কাশ্মীৰৰ অধিবাসী আছিল। সম্ভৱতঃ ৯ম বা তাৰ পূৰ্বৰ শতিকাত তেওঁৰ আবিৰ্ভাৱ হৈছিল। তেওঁ ৰচনা কৰা শতক গ্ৰন্থখন 'ভল্লট-শতক' নামে জনা যায়। অমৰু শতকৰ দৰে ইও মুক্তক পদ্যৰ সংগ্ৰহ। ইয়াত অন্যোক্তিৰ বাহুল্য দেখা যায়। তেওঁৰ অনুপম শ্লোক উদাহৰণাৰ্থে তুলি ধৰা হ'লঃ

বিশালং শাল্মল্যা নয়ন সুভগং বীক্ষ্য কুসুমং
শুকস্যাসীদ্ বুদ্ধিঃ ফলমপি ভৱেদস্য সদৃশম্।
ইতি ধ্যাত্বোপাস্তং ফলমপি চ দৈৱাৎ পৰিণতং
বিপাকে তূলোঽন্তঃ সপদি মৰুতা সোঽপ্যপহৃতঃ।।

বিশাল শিমলু গছত চকু জুৰাবলৈ পাৰা সুন্দৰ ফুল দেখি শুকপক্ষীৰ মনত হ'ল যে ইয়াৰ ফলো সুন্দৰ হ'ব। তাকে ভাবি শুকই শিমলুৰ সেৱা কৰি ৰ'ল। দৈৱক্ৰমে ফল পৰিণত হোৱাত, দৈৱৰ বিপাকত, তাত তুলা দেখা গ'ল, তাকো বতাহে হৰণ কৰিলে।

এনে চমৎকাৰ কবিতাই ভল্লটক অতুলনীয় কবিৰ সন্মান দিছে।

**ক্ষেমেন্দ্ৰ ঃ—** ১১শ শতিকাত আৰ্বিভূত হোৱা কাশ্মীৰি কবি ক্ষেমেন্দ্ৰই কেইবাখনো নীতিগৰ্ভ কাব্যগ্ৰন্থ ৰচনা কৰে। মহাকাব্য দুখন আৰু বৃহৎকথাৰ সংক্ষিপ্ত সংস্কৰণ বোৰৰ তুলনাত কবিয়ে এনে চমু নীতি কাব্যবোৰত নিজৰ প্ৰতিভাৰ পূৰ্ণবিকাশ ঘটাইছে।

১০ সৰ্গবিশিষ্ট 'কলাবিলাসত' তেওঁ মানৱ চৰিত্ৰৰ অনেক দুৰ্বলতা বা দোষলৈ আঙুলি টোৱাইছে। নায়ক মূলদেৱৰ মুখেৰে কবিয়ে মানুহৰ স্বাৰ্থপৰতা আদি দুৰ্গুণৰ কথা কোৱাইছে।

ক্ষেমেন্দ্ৰ বিৰচিত দ্বিতীয়খন নীতি কাব্য হৈছে 'চাৰুচৰ্যা'। ইয়াত সজ্জিত ১০০ শ্লোকত কবিজনে মানুহে পালিবলগীয়া সজব্যৱহাৰ, সজনিয়ম আৰু সজগুণৰ কথা কৈছে। তেওঁ উদাহৰণবোৰ ইতিহাস— পুৰাণৰপৰা বুটলিছে।

অন্য এখন নীতি কাব্য 'চতুৰ্বৰ্গ সংগ্ৰহ'ত কবি ক্ষেমেন্দ্ৰই ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষ এই চতুৰ্বৰ্গ বা চাৰি পুৰুষাৰ্থৰ চৰ্চা কৰিছে। তৃতীয় পাদত তেওঁ তৃতীয়টো পুৰুষাৰ্থৰ বিষয়ে বিশদভাৱে চৰ্চা কৰিছে। 'সেব্য সেৱকোপদেশ' নামে গ্ৰন্থত কবিজনে সেৱা আৰু সেৱকৰ পাৰস্পৰিক কৰ্তব্য সম্বন্ধে চৰ্চা কৰিছে। তেওঁলোক পৰস্পৰে পালিবলগীয়া কৰ্তব্য, এৰাবলগীয়া দোষৰ কথাও তেওঁ কৈছে।

'দৰ্পদলন' ক্ষেমেন্দ্ৰৰ এখন দীঘলীয়া গ্ৰন্থ। তাত তেওঁ দৰ্পৰ উৎপত্তিৰ মূলত থকা সাতটা কাৰণ নিৰ্দেশ কৰিছেঃ উচ্চজন্ম, ধন, বিদ্যা, ৰূপ, সাহস, দান আৰু সন্যাস। সাতটা সৰ্গত কবিজনে দৰ্পবিশেষৰ উৎপত্তি আৰু তাৰ নিৰ্মূলৰ উপায় চৰ্চা কৰিছে।

ক্ষেমেন্দ্ৰই পুনঃ 'সময় মাতৃকা' নামে অন্য এখন নীতি কাব্য ৰচনা কৰিছে। ৮টা সৰ্গত সমাপ্ত গ্ৰন্থত কবিজনে বাৰাঙ্গনাই কেনেদৰে নতুনক প্ৰলুব্ধ কৰে তাৰ বিষয়ে চৰ্চা

কৰিছে। সম্ভবত ঃ এই কাব্যখনৰদ্বাৰা প্ৰভাৱান্বিত হৈ পিছলৈ কবি জল্হনেও একে বিষয় লৈ 'মুগ্ধোপদেশ' নামে নীতি কাব্য ৰচনা কৰে।

কাশ্মীৰৰ অধিপতি হৰ্ষৰ ৰাজত্ব কালত (খৃ০ ১০৮৯-১১০১) সম্ভু নামে কবিয়ে ১০৮টা শ্লোক বিশিষ্ট **'অন্যোক্তি মুক্তাৱলী'** ৰচনা কৰে। ইয়াৰ প্ৰতিটো শ্লোকৰ গূঢ় আৰু দৃশ্য দুটা অৰ্থ আছে। তাৰে কবিয়ে মানবীয় দুৰ্বলতাৰ সমালোচনা কৰিছে।

**সিল্হন ঃ—** কাশ্মীৰি কবি সিল্হনে **'সিল্হনশতক'** বা **'শান্তি শতক'** ৰচনা কৰে। তেওঁ ভৰ্তৃহৰিৰ বৈৰাগ্যশতককে ধৰি অন্য বহুতৰ ওচৰত ঋণবদ্ধ হ'লেও কাব্যখনিৰ অনেকখিনি মৌলিক। তেওঁ দ্বাদশ শতিকাৰ কবি। ১২০৫ খৃষ্টাব্দত ৰচিত **'সদুক্তি কৰ্ণামৃত'**ত তেওঁৰ শ্লোকৰ উদ্ধৃতি পোৱা যায়।

**কুসুমদেৱ ঃ—** কুসুমদেৱৰ **'দৃষ্টান্তশতক'** এখন অনুপম নীতিকাব্য। ইয়াৰ প্ৰতিটো শ্লোকৰ প্ৰথমাৰ্দ্ধত একোটি নীতিৰ কথা কৈ দ্বিতীয়াৰ্দ্ধত তাৰ দৃষ্টান্ত তুলি ধৰিছে। তেওঁৰ সম্বন্ধে বিশেষ জনা নাযায়। বল্লভদেৱৰ সুভাষিতাৱলীত তেওঁৰ শ্লোকৰ উদ্ধৃতি পোৱাৰ্লে চাই তেওঁ পঞ্চদশ শতিকাতকৈ পিছৰ হ'ব নেলাগে।

**ধনদৰাজ ঃ—** খৃষ্টীয় ১৪৩৪ চনত ধনদৰাজ নামে কবি এজনে ভৰ্তৃহৰি শতকত্ৰয়ৰ চানেকি লৈ **'নীতিধনদ'**, **'শৃঙ্গাৰধনদ'**, আৰু **'বৈৰাগ্যধনদ'** নামে শতক তিনিখন ৰচনা কৰে। কাব্যকেইখনত ৰুচিপূৰ্ণ আৰু পদ্ধতিগত ভাবে আদৰ্শবোৰ উপস্থাপন কৰিলেও সিবোৰ ভৰ্তৃহৰিৰ মান বিশিষ্ট হোৱা নাই।

**বেঙ্কটনাথ বা বেদান্ত দেশিকঃ—** বেদান্ত দেশিকে (খৃ° ১২৬৮-১৩৬৯) **'সুভাষিত নীৱ'** ৰচনা কৰে। ই ১২টা পদ্ধতি বিভক্ত আৰু ১৪৫টা শ্লোকৰ সমষ্টি। কবিজনে ইয়াত সজ্জগুণ আৰু সদাচাৰৰ উপদেশ দিছে। কাব্যখনত বিষয় উপস্থাপনত অভিনৱ পদ্ধতি অনুসৰণ কৰা বাবেই আকৰ্ষণীয় হৈছে।

দ্যাদ্বিবেদৰ **'নীতিমঞ্জৰীও'** এখন সুন্দৰ নীতিকাব্য। (বৈদিককাণ্ডত ইয়াৰ পৰিচয় দিয়া হৈছে)।

**জগন্নাথ ঃ—** ধ্বন্যালোকৰ ৰচক পণ্ডিতৰাজ জগন্নাথে (খৃ° ১৫৯০-১৬৬৫) 'ভামিনীবিলাস' নামে এখনি নীতিকাব্য ৰচনা কৰে। ইয়াক অৱশ্যে একেধাৰে শৃঙ্গাৰ কাব্য, শোকগীতি আৰু নীতিকাব্য বুলিব পাৰি। এই কাব্যখন 'প্ৰাস্তাৱিক বিলাস', 'শৃঙ্গাৰবিলাস', 'কৰুণবিলাস' আৰু 'শান্তবিলাস' নামে চাৰিটা বিলাসাখ্য বিভাগত বিভক্ত। ইয়াত জগন্নাথে 'অন্যাপদেশ' নামে অলঙ্কাৰ কৌশল পূৰ্ণভাবে প্ৰয়োগ কৰিছে। প্ৰথম ভাগত কেতবোৰ নীতিবিষয়ক শ্লোক সংগৃহীত হৈছে। প্ৰতিটো শ্লোক অন্যোক্তি বা অপ্ৰস্তুত প্ৰশংসাৰ উদাহৰণস্বৰূপ। দ্বিতীয় বিলাসটি দীঘলীয়া আৰু ই শৃঙ্গাৰ কাব্যৰ এক সুন্দৰ দৃষ্টান্ত। কৰুণ বিলাস নামে অন্ত তৃতীয় পাদত নীতিকাব্য সন্নিৱিষ্ট হৈছে। ই শোকগাথাৰ উজ্জ্বল চানেকি। 'শান্তিবিলাস' একপ্ৰকাৰ ভগৱদ্ ৰতি বিষয়ক গীতিকাব্য। শ্লোকসমূহত শ্ৰীকৃষ্ণপ্ৰেমৰ তত্ত্বৰ

ভাৱমূৰ্তি প্ৰকাশিত হৈছে।

**নীলকণ্ঠ দীক্ষিত ঃ** নীলকণ্ঠৰ 'কলিবিড়ম্বন' এশশ্লোকৰ সমষ্টি। ইয়াত কবিজনে কলিযুগৰ অনেক দোষৰ ব্যঙ্গাত্মক চিত্ৰ অঙ্কন কৰিছে। কবিজনে মহৎ আৰু নৈতিক স্বভাৱৰ সপক্ষে মাত মাতিছে আৰু লোভাদি পৰিহাৰৰ বাবে লোকক আহ্বান জনাইছে। তেওঁ 'সভাৰঞ্জন শতক'ত নীতি বিষয়ক অনেক আকৰ্ষণীয় আৰু সুশ্ৰাব্য শ্লোক ৰচিছে। 'শান্তিবিলাস'ৰ ৫০ টা শ্লোকত শান্তাৱস্থাৰ আনন্দময় অনুভূতিৰ বিষয়ে কৈছে। তেনেকৈ আৰ্য্যাছন্দত ৰচিত ১০০ শ্লোকাত্মক 'বৈৰাগ্য শতক'ত তেওঁ সন্ন্যাসৰ প্ৰসংসা কৰিছে। আকৌ 'অন্যাপদেশ শতক'ত সদাচাৰৰ অনেক বোধ দিশৰ ওপৰত আলোকপাত কৰিছে।



# তৃতীয় খণ্ডঃ প্ৰকীৰ্ণ কাণ্ড

## প্ৰথম অধ্যায়

### অলঙ্কাৰ শাস্ত্ৰ

সাহিত্য বা কাব্যাদিৰ সমীক্ষণ বা আলোচনা বা অনুশীলন আমাৰ দেশত অতি প্ৰাচীন কালৰপৰা প্ৰচলিত আছে। এনে আলোচনাত্মক শাস্ত্ৰ বিশেষক সাহিত্যশাস্ত্ৰ বা অলঙ্কাৰ শাস্ত্ৰ বোলা হয়। সকলো শাস্ত্ৰৰ শিৰৰ ভূষণ বেদ। বৈদিক যুগতেই অলংকাৰ শাস্ত্ৰৰো বীজ অঙ্কুৰিত হৈছিল। যাস্কৰ নিৰুক্তত উপমাৰ শ্ৰেণী বিভাজন চকুত পৰে। তেওঁ গাৰ্গ্যৰ মতৰ উল্লেখ কৰিছে। 'অদ্ৰূপঃ অৰ্দ্বৰ্ণ তদ্বৎ তথেত্যুপমা ৩।১৩। যাস্কই কৰ্মোপমা, ভূতোপমা, ৰূপোপমা, সিদ্ধোপমা, লুপ্তোপমা আদি উপমাৰ ভেদৰ উল্লেখ কৰিছে। পিছত প্ৰসিদ্ধ বৈয়াকৰণ পাণিনিয়ে অষ্টাধ্যায়ীৰ সমাস প্ৰকৰণত ৰূপক, উপমান আদি পৰ্যায় বাচক শব্দ প্ৰয়োগ কৰিছে। 'উপমিতং ব্যাঘ্ৰাদিভিঃ সামান্য প্ৰয়োগে, ২।১।৫৬; 'উপমানানি সামানবচনৈঃ ২।১।৫৫; আদি সূত্ৰত উপমান, উপমিত, সামান্য ধৰ্মাদিৰ বিশেষ উল্লেখ কৰা দেখা যায়। কৌটিল্যৰ অৰ্থশাস্ত্ৰত শাসনাধিকাৰত লেখ-গুণ -দোষাদিৰ বিচাৰ কৰা চকুত পৰে। যদিও বৈদিক কালৰ কোনো অলঙ্কাৰ শাস্ত্ৰ উপলব্ধ নহয় তথাপি সাহিত্য বিচাৰ যে বহু পুৰণি তাক বুজাত কঠিন নহয়। কিন্তু ইয়াৰ ইতিহাস ভৰত মুনিৰ নাট্যশাস্ত্ৰৰপৰাহে নিৰবচ্ছিন্নৰূপে পোৱা যায়।

১। ভৰত আৰু নাট্যশাস্ত্ৰ ঃ— কাল ঃ আচাৰ্য ভৰতৰ 'নাট্যশাস্ত্ৰ'কে প্ৰাচীনতম অলংকাৰ শাস্ত্ৰ বোলা হয়। যদিও মহামহোপাধ্যায় কাণেয়ে অগ্নিপুৰাণক নাট্যশাস্ত্ৰৰ পুৰোভাগত ঠাই দিছে তথাপি পুৰাণৰ কাল সম্বন্ধে সঠিক একো জনা নাযায়; বৰঞ্চ কোনো কোনো পণ্ডিতে অগ্নিপুৰাণৰ অৰ্বাচীনত্বহে পোষকতা কৰা দেখা যায়। নাট্যশাস্ত্ৰৰ প্ৰকৃত ৰচনা কালৰ বিচাৰ কৰিবলৈ গৈ পি, ভি কাণেয়ে নাট্যবেদ আৰু গান্ধৰ্ববেদৰ পাৰস্পৰিক সম্বন্ধ বিচাৰ কৰিছে। গান্ধৰ্ববেদ প্ৰকৃততে সামবেদৰ উপবেদ। কিন্তু নাট্যবেদক সুকীয়াকৈ পঞ্চমবেদ বোলা হয়। ইয়াৰ বিষয় বাহুল্যও জনাজাত। আনকি গান্ধৰ্ববেদৰ বিষয়ো নাট্যবেদত (নাট্যশাস্ত্ৰত) সামৰি লোৱা হৈছে। খাৰবেলৰ হস্তিগুম্ফা লেখত (খৃং পূং ২য় শতিকা) গান্ধৰ্ববেদৰ উল্লেখ আছে। খৃষ্টজন্মৰ কেই শতিকামান আগতে এই গান্ধৰ্ববেদক সুকীয়া উপবেদৰূপে স্বীকাৰ কৰা হৈছিল। গান্ধৰ্ববেদক সামৰি লোৱা নাট্যবেদক সম্ভৱতঃ খৃষ্টপূৰ্ব

২য় শতিকাৰ গ্ৰন্থ বুলিব পাৰি।

তদুপৰি কালিদাস, ভৱভূতি, দামোদৰ গুপ্ত প্ৰভৃতিয়ে নাট্যশাস্ত্ৰৰ প্ৰবক্তা আৰু প্ৰচাৰকৰূপে ভৰতৰ আখ্যানৰ চৰ্চা কৰিছে। কালিদাসৰ কাল খৃ০ ৫ ম শতিকাৰ পাছলৈ নাযায়। গতিকে নাট্যশাস্ত্ৰৰ ১-৫ অধ্যায়বোৰ নিশ্চয় কালিদাস প্ৰভৃতিৰ সময়তকৈ কেইবা শতিকাৰ পূৰ্বৰ হ'ব। সেয়ে কাণে কয় যে খৃষ্টীয় ৩য়-৪ৰ্থ শতিকামানতে নাট্যশাস্ত্ৰৰ (বৰ্তমানে পোৱা অৱস্থাত) অধিক অধ্যায় ৰচিত হৈছিল। তেওঁ নিজ মতৰ সমৰ্থনত বহুতো সাক্ষ্য প্ৰমাণ দাঙি ধৰিছে (History of Sanskrit Poetics গ্ৰন্থৰ ১৮-২৩ পৃষ্ঠা দ্ৰষ্টব্য)।

**নাট্যশাস্ত্ৰৰ বিষয়-বস্তু ঃ** সমস্ত নাট্যশাস্ত্ৰ ৩৬ অধ্যায়ত বিভক্ত ( উত্তৰ ভাৰতৰ পাঠত অৱশ্যে ৩৭টা অধ্যায় দেখা যায়)। ইয়াত মুঠতে প্ৰায় ৫০০০ শ্লোক আছে। তাৰে প্ৰায়খিনি অনুষ্টুপ ছন্দত দাঙি ধৰিছে। ঠায়ে ঠায়ে আৰ্যা ছন্দও দেখা যায়। ৬ষ্ঠ, ৭ম আৰু ২৭ শ অধ্যায়ত গদ্য বৰ্তমান। ৬ষ্ঠ অধ্যায়ত নিৰূপণৰ প্ৰসঙ্গত কেতবোৰ সূত্ৰ আৰু সিবোৰৰ গদ্যময় ব্যাখ্যা পোৱা যায়। ভৰতে নিজৰ কাৰিকাৰ সমৰ্থনত অনুবংশ্য শ্লোক উদ্ধৃত কৰিছে। অভিনৱ গুপ্তৰ মতে শিষ্য পৰম্পৰা অনুসৰি প্ৰাপ্ত শ্লোকক অনুবংশ বুলি কোৱা হয়। প্ৰকৃততে বৰ্তমান আমি পোৱা নাট্যশাস্ত্ৰ অনেক লেখকৰদ্বাৰা অনেক শতিকাত কৰা সুদীৰ্ঘ অনুশীলনৰ ফল। বৰ্তমান আমি যিৰূপত নাট্যশাস্ত্ৰ পাইছোঁ তাত তিনিটা স্তৰ বৰ্তমান —(১) সূত্ৰ, (২) ভাষ্য আৰু (৩) শ্লোক বা কাৰিকা।

নাট্যশাস্ত্ৰৰ বিষয়-বস্তু বৰ ব্যাপক আৰু অনেক। গ্ৰন্থৰ নামানুসৰি ইয়াৰ মুখ্য বিষয়-বস্তু নাট্যকথা বিচাৰ; কিন্তু তাৰ লগতে ছন্দঃশাস্ত্ৰ 'অলংকাৰ শাস্ত্ৰ' সংগীতশাস্ত্ৰ আদি অনেক শাস্ত্ৰৰ বিবেচনাও ইয়াত পোৱা যায়। এক কথাত ইয়াক প্ৰাচীন ভাৰতীয় ললিত কলাৰ এখন বিশ্ব কোষ বুলিব পাৰি। অধ্যায় অনুসৰি গ্ৰন্থৰ বিষয় সূচী তলত দিয়া হ'ল (বন্ধনিত দিয়া সংখ্যাই অধ্যায় বুজাইছে) ঃ (১) নাটকৰ উৎপত্তি, (২) নাট্যশালা বা ৰঙ্গমঞ্চ (৩) ৰঙ্গদেৱতাৰ পূজা, (৪) তাণ্ডৱ সম্বন্ধীয় ১০৮ কৰণৰ আৰু ৩২ অঙ্গহাৰৰ বৰ্ণনা, (৫) পূৰ্বৰঙ্গৰ বিস্তৃত বিধান, (৬) ৰসনিৰূপণ, (৭) ভাৱসমূহৰ বিস্তৃত বিৱৰণ, (৮) উপাঙ্গৰদ্বাৰা অভিনয়ৰ বৰ্ণনা, (৯) হস্তাভিনয়, (১০) শৰীৰাভিনয়, (১১) চাৰীৰ (ভৌম আৰু আকাশ) বিধান, (১২) মণ্ডল (আকাশগামী আৰু ভৌমৰ বিধান ) (১৩) ৰসৰ অনুকূল গতি প্ৰচাৰ, (১৪) প্ৰবৃত্ত ধৰ্মৰ ব্যঞ্জনা, (১৫) ছন্দোবিভাগ, (১৬) বৃত্তৰ লক্ষণ আৰু উদাহৰণ, (১৭) বাগভিনয় সম্বন্ধে লক্ষণ, অলংকাৰ, কাব্যদোষ আৰু কাব্যগুণৰ বৰ্ণনা (অলংকাৰ শাস্ত্ৰ), (১৮) ভাষাৰ ভেদ আৰু অভিনয়ত প্ৰয়োগ, (১৯) কাকুস্বৰ ব্যঞ্জনা, (২০) দশৰূপকৰ লক্ষণ, (২১) নাটকীয় পঞ্চসন্ধি আৰু সন্ধ্যঙ্গৰ বিধান, (২২) চাৰিবিধ বৃত্তিৰ বিধান, (২৩) আহাৰ্য অভিনয়, (২৪) সামান্য অভিনয়, (২৫) বাহ্য উপচাৰ, (২৬) চিত্ৰাভিনয়, (২৭) সিদ্ধিব্যঞ্জনৰ নিৰ্দেশ (এনেদৰে ৮-২৭ অধ্যায়ত অভিনয়ৰ বিস্তৃত বিৱৰণ ভৰতে দি উঠি ২৮-৩৩ অধ্যায়ত সঙ্গীতশাস্ত্ৰৰ বৰ্ণনা দিছে যথা) (২৮) আতোদ্য, (২৯) ততোতোদ্য (৩০)

সুষিৰাতোদ্যৰ বিধান বৰ্ণনা, (৩১) তাল, (৩২) ধ্ৰুবাবিধান, (৩৩) বাদ্যৰ বিস্তৃত বিৱৰণ। পৰৱৰ্তী তিনি অধ্যায়ত বিবিধ বিষয়ৰ বৰ্ণনা আছে; যেনে (৩৪) প্ৰকৃতি (পাত্ৰ) ৰ বিচাৰ (৩৫) ভূমিকাৰ ৰচনা আৰু (৩৬) নাট্যৰ ভূতলত অৱতৰণৰ বিৱৰণ আছে। এয়া নাট্য শাস্ত্ৰৰ সংক্ষিপ্ত বিষয়সূচী।

নাট্যশাস্ত্ৰত আঠ প্ৰকাৰ ৰসৰ কথা কোৱা হৈছে — (১) শৃঙ্গাৰ, (২) বীৰ, (৩) কৰুণ, (৪) হাস্য, (৫) ৰৌদ্ৰ, (৬) ভয়ানক, (৭) বীভৎস, (৮) অদ্ভুত। প্ৰতিৰসৰ সম্বন্ধত একোটি স্থায়ীভাব নিৰ্দিষ্ট আছে; যেনে— ৰতি, উৎসাহ, শোক, হাস, ক্ৰোধ, ভয়, জুগুপ্সা আৰু বিস্ময়। এই স্থায়ী ভাবৰ সৈতে বিভাৱ অনুভাব আৰু সঞ্চাৰী বা ব্যাভিচাৰি ভাবৰ সংযোগ ঘটিলেহে ৰসনিস্পত্তি হয় (তত্ৰ বিভাবানু ভাব ব্যাভিচাৰি সংযোগাৎ ৰসনিষ্পত্তিঃ)। বিভাব আকৌ দুই প্ৰকাৰৰ ঃ অলম্বন আৰু উদ্দীপন বিভাব। উদাহৰণ এটা ল'লে এনে হ'ব ঃ শৃঙ্গাৰৰসৰ স্থায়ীভাব ৰতি। সি পুৰুষ আৰু নাৰীৰ হৃদয়ত নিত্য বিদ্যমান। শৃঙ্গাৰৰসত নাৰী আৰু পুৰুষ পৰস্পৰেই পৰস্পৰৰ প্ৰতি আলম্বন। নাৰীয়ে পুৰুষৰ চিত্তত অন্তৰ্নিহিত হৈ থকা বৃত্তিসমূহক জগাই তুলিবৰ বাবে এক উপযোগী পৰিবেশ লাগে, যাক উদ্দীপন বিভাব বোলা হয়। 'নিৰ্জন ফুলনি, জোনাক নিশা আদি তেনে পৰিবেশ— উদ্দীপন বিভাব। নৰ-নাৰী অন্তৰত শৃঙ্গাৰ অঙ্কুৰিত হ'লে বাহিৰত সি প্ৰকাশ পায়। তাক অনুভাব বুলি কোৱা হয়। শৃঙ্গাৰ ৰসোপভোগৰ সময়ত আনন্দাদি সৰুসুৰা যিবোৰ ভাব একেধাৰে প্ৰকাশ পায় তাক ব্যাভিচাৰি ভাব বোলে। এনেদৰে শিল্পৰ মাধ্যমত ৰতিভাব যেতিয়া অন্যান্য ভাবৰ সংযোগত প্ৰকাশ পায় তাক শৃঙ্গাৰ ৰস বোলা হয়। এনেদৰে আনবোৰ ৰসো নিষ্পন্ন হয়। সিবোৰৰ স্থায়ীভাবাদি মাত্ৰ ভেদ হয়। নিষ্পন্ন ৰস সহৃদয়জনৰ উপলব্ধিৰ বিষয়।

আচাৰ্য ভৰত আছিল ৰসসূত্ৰৰ প্ৰথমজন প্ৰবক্তা। পিছলৈ তেওঁ কোৱা আঠ প্ৰকাৰ ৰসৰ সৈতে নৱম প্ৰকাৰ —শান্তৰস যোগ হয়। ভৰতে মাথোন উপমা, ৰূপক, দীপক আৰু যমক — এইবিধ অলংকাৰৰহে লক্ষণ দিছে। তেওঁ দহ প্ৰকাৰ গুণ আৰু দহ প্ৰকাৰ দোষৰো উল্লেখ কৰিছে। তেওঁৰ গ্ৰন্থত নাট্যাভিনয়, ৰসনিষ্পত্তি, সঙ্গীত আদিৰ প্ৰাধান্য দেখা যায়। উদ্ভট, লোল্লট, শঙ্কুক, ভট্টনায়ক, ৰাহুল, ভট্টযন্ত্ৰ, অভিনৱগুপ্ত, কীৰ্ত্তিধৰ, মাতৃগুপ্তাচাৰ্য প্ৰভৃতিয়ে নাট্যশাস্ত্ৰৰ টীকা ৰচনা কৰিছে।

২। ভামহ ঃ— ভামহ অলঙ্কাৰ শাস্ত্ৰৰ প্ৰথমাচাৰ্য। যথাসম্ভৱ দণ্ডীৰ পূৰ্বতে ভামহৰ আৰ্বিভাৱ হৈছিল। ভামহৰ তুলনাত যিহেতু দণ্ডীয়ে অধিক অলংকাৰৰ লক্ষণ দিছে আৰু ভামহৰ দৰে কাব্যক গদ্য-পদ্য দুভাগত ভাগ নকৰি দণ্ডীয়ে কাব্যক গদ্য, পদ্য আৰু মিশ্ৰ- তিনি প্ৰকাৰত ভাগ কৰিছে, সেয়ে ভামহ দণ্ডীৰ আগৰ লোকহোৱা স্বাভাৱিক। আনন্দৱৰ্দ্ধনে ভামহক বাণৰ পূৰ্বৰ আচাৰ্য বুলিছে। সেয়ে ভামহৰ কাল ৫০০-৬২০ খৃষ্টাব্দৰ মাজত বুলিব পাৰি।

কাব্যালঙ্কাৰ ঃ— ভামহকৃত গ্ৰন্থক 'কাব্যালংকাৰ' বা 'ভামহালংকাৰ' নামে জনা

যায়। গ্ৰন্থখন ছটা পৰিচ্ছেদত বিভক্ত। ১ম পৰিচ্ছেদত কাব্যৰ লক্ষণ,প্ৰয়োজন আদি, ২য়-৩য় পৰিচ্ছেদত অলংকাৰসমমূহৰ লক্ষণ, ৪ৰ্থ পৰিচ্ছেদত কাব্যদোষ, ৫ম পৰিচ্ছেদত ন্যায় আৰু ৬ষ্ঠ পৰিচ্ছেদত শব্দ-শুদ্ধি বা শব্দৰ সাধুতাৰ বিষয়ে চৰ্চা কৰা হৈছে। ভামহে 'শব্দাৰ্থৌ সহিতৌ কাব্যম্' বুলি কৈ কাব্যৰ দুই উপাদান — শব্দ আৰু অৰ্থৰ স্বীকাৰ কৰিছে। তেওঁৰ মতে অলংকাৰযুক্ত অৰ্থবহ শব্দবাক্যিয়ে কাব্য।

৩। দণ্ডী ঃ দণ্ডীৰ পৰিচয় গদ্যকাব্যৰ প্ৰসঙ্গত দি অহা হৈছে। তেওঁ ৰচনা কৰা অলংকাৰ শাস্ত্ৰক 'কাব্যাদৰ্শ' নামে জনা যায়। গ্ৰন্থখন তিনিটা পৰিচ্ছেদত বিভক্ত। ইয়াত (৬৬০ —৬৬৩) টা শ্লোক আছে। ১ম পৰিচ্ছেদত কাব্যৰ লক্ষণ আৰু প্ৰকাৰ (গদ্য,পদ্য, মিশ্ৰ), মহাকাব্যৰ সূত্ৰ, গদ্যৰ ভেদ (কথা— আখ্যায়িকা), সংস্কৃত, প্ৰাকৃত, অপভ্ৰংশ আৰু মিশ্ৰ চাৰি শ্ৰেণীৰ সাহিত্য, দুই ৰীতি (বৈদৰ্ভী, গৌড়ী), দশবিধগুণ আৰু অনুপ্ৰাসৰ লক্ষণ দিছে। কবি প্ৰতিভা — প্ৰতিভা, শ্ৰুতি আৰু অভিযোগৰ বিষয়েও কোৱা হৈছে। ২য় পৰিচ্ছেদত শব্দৰ লক্ষণ তথা স্বভাবোক্তি, উপমা, ৰূপক, দীপকাদি ৩৫ বিধ অলংকাৰৰ লক্ষণ পোৱা যায়। ৩য় পৰিচ্ছেদত যমক, চিত্ৰবন্ধ, প্ৰহেলিকাৰ লক্ষণ আৰু দহবিধ কাব্যদোষৰ আলোচনা কৰিছে। দণ্ডীয়ে কাব্যৰ লক্ষণ দি কৈছে যে কাব্যৰ শৰীৰ হৈছে কবিজনৰ অভিপ্ৰেত, অৰ্থবিশিষ্ট কেতবোৰ শব্দ সমষ্টি (শৰীৰং তাবদিষ্টাৰ্থব্যৱচ্ছিন্ন পদাৱলী)।

৪। উদ্ভট ঃ— উদ্ভট আছিল কাশ্মীৰৰ ৰজা জয়াপীড়ৰ (৭৭৯-৮১৩ খৃঃ) সভাকবি। গতিকে তেওঁৰ কাল ৭৫০-৮৫০ খৃষ্টাব্দৰ মাজত।

উদ্ভটে ভামহৰ কাব্যালংকাৰৰ ওপৰত ভামহবিৱৰণ নামে টীকা লিখাৰ উপৰিও 'অলংকাৰসাৰসংগ্ৰহ' নামে স্বকীয় সাহিত্য গ্ৰন্থ ৰচনা কৰে। গ্ৰন্থখন ছটা বৰ্গত বিভক্ত। ইয়াৰ ৭৯ কাৰিকাত তেওঁ ৪১ বিধ অলংকাৰৰ লক্ষণ ৯০ টা উদাহৰণসহ দাঙি ধৰিছে। গ্ৰন্থখন প্ৰকৃততে তেওঁৰ ভামহবিৱৰণৰ সাৰাংশহে। তথাপিও পৰৱৰ্তী আলংকাৰিকসকলক (তেওঁ) প্ৰভাৱান্বিত কৰিছে।

৫। বামন ঃ— এওঁ উদ্ভটৰ সমকালীন আৰু জয়াপীড়ৰ সভাকবি আছিল। তেওঁ ৰাষ্ট্ৰকুট নৃপতি জগতুঙ্গ বা ৩য় গোবিন্দৰ (৭৯৭-৮১৩খৃঃ) সভাতো কবিৰূপে বিৰাজ কৰিছিল।

বামনে 'কাব্যালংকাৰ সূত্ৰ' ৰচনা কৰে। গ্ৰন্থখন পাঁচটা অধিকৰণত বিভক্ত। প্ৰতিটো অধিকৰণ দুই বা তিনি অধ্যায়ত বিভক্ত। মুঠতে পাঁচ অধিকৰণত বাৰটা অধ্যায় আছে। মুঠ সূত্ৰৰ সংখ্যা ৩১৯।

শাৰীৰ নামে ১ম অধিকৰণত বামনে কাব্যৰ প্ৰয়োজন, অধিকাৰী আৰু কাব্যৰ লক্ষণ (ৰীতিৰাত্মা কাব্যস্য) দিছে। তেওঁ বৈদৰ্ভী, গৌড়ী আৰু পাঞ্চালী ৰীতিৰ বিষয়ে আলোচনা কৰিছে। লগতে কাব্যৰ বিভাজনো দিছে। দোষ দৰ্শন নামে ২য় অধিকৰণত তেওঁ গুণ আৰু অলংকাৰৰ পাৰ্থক্য, গুণৰ লক্ষণ, উদাহৰণ আদি দিছে। আলংকাৰিক নামে

৪ৰ্থ অধিকৰণত বামনে (যমক, অনুপ্ৰাস—) শব্দালংকাৰ আৰু উপমা আৰু উপমাগৰ্ভ অৰ্থালংকাৰৰ লক্ষণ দিছে। প্ৰয়োগিক নামে ৫ম অধিকৰণত তেওঁ দ্বিৰুক্তি, সন্ধি আৰু খলু প্ৰভৃতি শব্দৰ ব্যৱহাৰৰ বিষয়ে আলোচনা কৰিছে। শেষ অধ্যায়টো শব্দশুদ্ধি নামে জনাজাত।

বামনক ৰীতিবাদৰ প্ৰবক্তা বুলি কোৱা হয়।

৬। **ৰুদ্ৰট ঃ**— সম্ভৱতঃ ৮২৫-৮৫০ খৃষ্টাব্দৰ ভিতৰত কাশ্মীৰত ৰুদ্ৰটৰ আৰ্বিভাব হৈছিল। তেওঁৰ অন্য নাম শতানন্দ। পিতৃৰ নাম বামুক। তেওঁলোক সামবেদী ব্ৰাহ্মণ আছিল।

ৰুদ্ৰটৰ **'কাব্যালংকাৰ'** এখন বিশাল গ্ৰন্থ। ই যোল্ল অধ্যায়ত বিভক্ত। মুঠতে গ্ৰন্থখনত ৭৩৪ টা শ্লোক আছে। ১ম অধ্যায়ত গণেশ আৰু গৌৰীৰ স্তুতিৰ পাছত কাব্য প্ৰয়োজন, কবি প্ৰতিভাৰ (শক্তি, ব্যুৎপত্তি, অভ্যাস আদি গুণৰ) আলোচনা কৰিছে। ২য় অধ্যায়ত তেওঁ কাব্যলক্ষণ, পাঁচ বিধ শব্দালংকাৰ (বক্ৰোক্তি, অনুপ্ৰাস, যমক, শ্লেষ আৰু চিত্ৰ) চাৰিবিধ ৰীতি (বৈদৰ্ভী, গৌড়ী, পাঞ্চালী, লাটী), কাব্য ৰচনাৰ মাধ্যম —ভাষা আৰু পাঁচবিধ বৃত্তিৰ বিষয়ে কৈছে। ৩য় অধ্যায়ত যমক, ৪ৰ্থত শ্লেষ , ৫মত বিভিন্ন চিত্ৰ, ৬ষ্ঠত পদ আৰু বাক্যদোষ, ৭ ম অধ্যায়ত ২৩ প্ৰকাৰ অৰ্থালংকাৰ, ৮ মত ২১ প্ৰকাৰ ঔপম্য অলংকাৰ, ৯মত অতিশয়ৰ আশ্ৰিত ১২ বিধ অৰ্থালংকাৰ, ১০ম অধ্যায়ত ১০ বিধ শুদ্ধ শ্লেষ, দুবিধ সঙ্কৰ, ১১ শ অধ্যায়ত ৯ বিধ অৰ্থদোষ, ৪ বিধ উপমা দোষ, ১২শত ১০ প্ৰকাৰ ৰস,১৩ শত সম্ভোগ শৃঙ্গাৰ, ১৪শ অধ্যায়ত নানান বিপ্ৰলম্ভশৃঙ্গাৰ ১৫শ অধ্যায়ত বীৰাদিৰস আৰু ১৬শ অধ্যায়ত কথা-আখ্যায়িকা আদি নানা প্ৰকাৰ কাব্যৰ বিষয়ে কৈছে। ৰুদ্ৰটে সততে বিজ্ঞানসন্মতভাৱে সকলো আলোচনা কৰিছে।

৭। **আনন্দবৰ্ধন ঃ**— আনন্দবৰ্ধনৰ **'ধ্বন্যালোকে'** প্ৰাচীন ভাৰতীয় নন্দনতত্ত্বৰ ইতিহাসত এক নুতন যুগৰ সূচনা কৰিছে। তেওঁ কাশ্মীৰৰ ৰজা অৱন্তিবৰ্মাৰ (৮৫৫-৮৮৪ খৃ০) সভাকবি আছিল। তেওঁৰ পিতৃৰ নাম নোন। ৰত্নাকৰ, মুক্তানক আৰু শিৱস্বামী তেওঁৰ মিত্ৰ আছিল। তেওঁৰ আবিৰ্ভাৱ কাল ৮৬০-৮৯০ খৃষ্টাব্দৰ মাজত।

**'দেৱীশতক', 'বিষমবাণলীলা'** আৰু **'অৰ্জুনচৰিত'** নামে কাব্যৰ উপৰিও আনন্দবৰ্ধনে 'ধ্বন্যালোক' ৰচনা কৰে। এই অলংকাৰগ্ৰন্থ খনত কাৰিকা, গদ্যময়ীবৃত্তি আৰু উদাহৰণ—এই তিনি ভাগ দেখা যায়। কাৰিকা আৰু বৃত্তি একেজন লিখকৰ হয় নে নহয়, তাকে লৈ পণ্ডিতসকলৰ মাজত মতানৈক্য আছে। ড° কাণে আৰু ড° দেই কাৰিকাকাৰ আৰু বৃত্তিকাৰ দুজন পৃথক ব্যক্তি বুলি স্বীকাৰ কৰে।

ধ্বন্যালোকত ১২০ টা চুটী কাৰিকা আছে। সিবোৰ ধ্বনিকাৰিকা নামে জনাজাত। তাৰ ব্যাখ্যা বৃত্তিক 'আলোক' নামে জনা যায়। গ্ৰন্থখন চাৰিটা উদ্যোতত বিভক্ত। ১ম উদ্যোতত প্ৰাচীন আচাৰ্য্যৰ ধ্বনিবিষয়ক অভিমতৰ আলোচনা কৰা হৈছে। ২য় উদ্যোতত ধ্বনিৰ বিভেদৰ লগতে প্ৰাসঙ্গিক অলংকাৰৰ আলোচনা কৰা হৈছে। ৩য় উদ্যোতত ধ্বনি-

বিভেদৰ আলোচনা অব্যাহত আছে। ৪ৰ্থ উদ্যোতত ধ্বনিৰ প্ৰয়োজন সম্বন্ধে পৰ্য্যাপ্ত বিবেচনা কৰা হৈছে।

আনন্দবৰ্ধনৰ মতে ভাবপ্ৰকাশ তিনি ধৰণে কৰিবলৈ পাৰি,—অভিধাৰে বাচ্যাৰ্থ, লক্ষণাৰে লক্ষ্যাৰ্থ আৰু ব্যঞ্জনাৰে ব্যঙ্গাৰ্থ প্ৰকাশ কৰিবলৈ পাৰি। ধ্বনিৰ মূলতে থাকে ব্যঙ্গাৰ্থ। ধ্বনি কাব্যৰ প্ৰাণস্বৰূপ। তেওঁ ধ্বনিৰদ্বাৰা ৰসাভিব্যক্তি হোৱা কথা স্বীকাৰ কৰে। ধ্বনিও বস্তুধ্বনি, অলংকাৰ ধ্বনি আৰু ৰসধ্বনিত ত্ৰিধা বিভক্ত। তেওঁৰ মতে ধ্বন্যাৰ্থই যেতিয়া বাচ্য-বাচকক চেৰ পেলাই ৰসাভিব্যক্ত কৰে তেতিয়া ৰসধ্বনিৰ সৃষ্টি হয়। এয়ে শ্ৰেষ্ঠকাব্য। ই ব্যঙ্গ বা ধ্বনিকাব্য। যি কাব্যত বাচ্যাৰ্থৰ প্ৰাধান্য আৰু প্ৰতীয়মান অৰ্থৰ গৌণতা দেখা যায় সেয়ে গুণীভূতব্যঙ্গ নামে ২য় শ্ৰেণীৰ কাব্য হয় গৈ। ব্যঙ্গাৰ্থহীন কৃত্ৰিম কাব্যক চিত্ৰকাব্য নামে তৃতীয় শ্ৰেণীৰ বুলি জনা যায়।

৮। ৰাজশেখৰ ঃ— কবি আৰু আলংকাৰিক ৰাজশেখৰে ( তেওঁৰ পৰিচয় পূৰ্বতে দি অহা হৈছে) 'কাব্য মীমাংসা' নামে গ্ৰন্থখন ৰচনা কৰে। ই ১৮ অধ্যায়ত বিভক্ত। প্ৰতিঅধ্যায়ৰ বস্তু নিৰ্দেশক নাম আছে। শাস্ত্ৰসংগ্ৰহ নামে ১ম অধ্যায়ত শাস্ত্ৰোৎপত্তি বিষয়ক আখ্যান, শাস্ত্ৰনিৰ্দেশ নামে ২য় অধ্যায়ত শাস্ত্ৰ আৰু কাব্যৰ বিভাজন, ৩য় অধ্যায়ত কাব্য পুৰুষৰ উৎপত্তি, প্ৰবৃত্তি, বৃত্তি আৰু লক্ষণ কথিত হৈছে। ৪ৰ্থ অধ্যায়ত কাব্যহেতু আৰু কবি প্ৰতিভাৰ বিষয়ে কোৱা হৈছে। পিছৰ অধ্যায়বোৰত ক্ৰমে পদবাক্যৰ বিবেচনা, পাঠ প্ৰতিষ্ঠা, কাব্যাৰ্থৰ উৎস, বৰ্ণনীয় বিষয়ৰ সূচী, কবি চৰ্চা আৰু ৰাজচৰ্চা, পূৰ্ব কবিৰপৰা পৰবৰ্তী কবিয়ে অৰ্জন কৰা শব্দ আৰু ভাব, কবিসময় (১৪-১৬ অধ্যায়ত) দেশ বিভাগ (১৭ শ অ°) আদিৰ বিষয়ে শাস্ত্ৰকাৰে ব্যাপকভাৱে চৰ্চা কৰিছে। এই গ্ৰন্থখন বিবিধ জ্ঞানৰ ভাণ্ডাৰ বুলি খ্যাতি আছে।

৯। মুকুলভট্ট ঃ— ১০ ম শতিকাৰ ১ম পাদত মুকুলভট্টই 'অভিধাবৃত্তিমাতৃকা' ৰচনা কৰে। ইয়াত বৃত্তিসহ পোন্ধৰটা কাৰিকা সন্নিবিষ্ট হৈছে। শব্দৰ দুই অৰ্থ — মুখ্য আৰু লাক্ষণিক অৰ্থৰ কথা নিৰ্দিষ্ট হৈছে। গ্ৰন্থকাৰে লক্ষণাৰ বিষয়ে বিশদভাৱে কৈছে। কাণেৰ মতে গ্ৰন্থখন ৯০০-৯২৫ খৃষ্টাব্দৰ ভিতৰত ৰচিত।

১০। ভট্টনায়ক ঃ— এইজন আলংকাৰিকে 'হৃদয়দৰ্পণ' নামে অলংকাৰ শাস্ত্ৰ ৰচনা কৰে। এই গ্ৰন্থৰ মূলাধাৰ ভৰতৰ নাট্যশাস্ত্ৰ। তেওঁ নিজ গ্ৰন্থত আনন্দবৰ্ধনৰ ধ্বনিবাদৰ প্ৰতিবাদ কৰে আৰু ভৰতৰ ৰসবাদ সমৰ্থন কৰে। তেওঁৰ মতে শব্দৰ অভিধা, ভাৱনা আৰু ভোগ কৃতিয়ে কাব্যৰ সৌন্দৰ্য বিধান কৰে। যুক্তিতৰ্ক দেখি বোধ হয় তেওঁ যেন এজন মীমাংসক। যথাসম্ভৱ তেওঁ আনন্দবৰ্ধনৰ পৰবৰ্তী আৰু অভিনৱগুপ্তৰ পূৰ্ববৰ্তী; আৰু কাল ৯০০-১০০০ খৃষ্টাব্দৰ মাজ ছোৱা।

১১। কুন্তক ঃ— 'বক্ৰোক্তিজীৱিত' নামে অলংকাৰ শাস্ত্ৰৰ প্ৰণেতাৰূপে কুন্তক বা কুন্তলৰ খ্যাতি আছে। তেওঁৰ গ্ৰন্থখনত কাৰিকা, বৃত্তি আৰু উদাহৰণ এই তিনি অংশ আছে।

গ্ৰন্থখন চাৰিটা 'উন্মেষ' নামে ভাগত বিভক্ত। ১ম উন্মেষত কাব্য-প্ৰয়োজন, সাহিত্য-কল্পনা আৰু বক্ৰোক্তিৰ সুন্দৰ লক্ষণ দিছে। বক্ৰোক্তিৰ ছয় ভেদো কথিত হৈছে। ২য় উন্মেষত বৰ্ণবিন্যাস, পদপূৰ্বাৰ্ধ আৰু প্ৰত্যয় বক্ৰতাৰ চৰ্চা কৰি তৃতীয় উন্মেষত বাক্য-বক্ৰতা আৰু ৪ৰ্থ উন্মেষত প্ৰকৰণ আৰু প্ৰবন্ধবক্ৰতাৰ আলোচনা কৰিছে। কুন্তকৰ মতে বক্ৰোক্তি কাব্যৰ প্ৰাণস্বৰূপ। তেওঁ ৰস আৰু ধ্বনিকো বক্ৰোক্তিৰ পৰিসীমাৰ ভিতৰলৈ টানিছে। তেওঁৰ কাব্যসিদ্ধান্ত মৌলিক আৰু মহত্বপূৰ্ণ।

যিহেতু তেওঁ ধ্বনিবাদেৰে পৰিচিত, ৰাজশেখৰৰ গ্ৰন্থৰো উদ্ধৃতি দিছে আৰু মহিমভট্টই আকৌ তেওঁৰ বক্ৰোক্তিবাদ খণ্ডনৰ যত্ন কৰিছে। সেয়ে তেওঁৰ কাল ৰাজশেখৰ আৰু মহিমভট্টৰ কালৰ মধ্যস্থ হোৱা উচিত। সেয়ে তেওঁ ১০ শতিকাৰ উত্তৰাৰ্ধ আৰু ১১শ শতিকাৰ পূৰ্বাৰ্ধত জীৱিত আছিল বুলি ভাবিব পাৰি।

১১। **অভিনৱগুপ্ত ঃ—** মধ্যযুগত ভাৰতবৰ্ষত জন্মগ্ৰহণ কৰা প্ৰজ্ঞা পৰিণত পণ্ডিত আৰু আলংকাৰিকসকলৰ ভিতৰত অভিনৱ গুপ্ত শ্ৰেষ্ঠ। যথাসম্ভৱ ৯৫০-১০৭০ খৃষ্টাব্দৰ মাজত কাশ্মীৰত নৰসিংহ গুপ্ত বা চুখলৰ ঔৰসত আৰু বিমলাৰ গৰ্ভত অভিনৱ গুপ্তৰ জন্ম হয়। তেওঁ চিৰকুমাৰ হৈ আজীৱন শিৱৰ আৰাধনা কৰি অধ্যয়ন আৰু অধ্যাপনাত কাল কটায়।

তেওঁ তন্ত্ৰ, স্তোত্ৰ আৰু অলংকাৰ শাস্ত্ৰ বিষয়ক একাধিক গ্ৰন্থ ৰচনা কৰে। তেওঁৰ 'তন্ত্ৰালোক' এক বিশাল গ্ৰন্থ। তেওঁ ভৰতৰ নাট্যশাস্ত্ৰৰ ওপৰত 'অভিনৱ ভাৰতী' আনন্দবৰ্ধনৰ ধ্বন্যালোকৰ ওপৰত 'লোচন' নামে টীকা প্ৰস্তুত কৰে। প্ৰথম টীকাটিয়ে যিদৰে ভৰতৰ ৰসতত্ত্ব বুজাত সহায় কৰে, সিদৰে ২য় টীকা লোচনেও অনন্দবৰ্ধনৰ ধ্বনিতত্ত্ব বুজাত প্ৰকৃষ্ট সহায়ক হয়।

১২। **ধনঞ্জয় ঃ—** ধনঞ্জয় আৰু ধনিক দুয়ো আছিল বিষ্ণুৰ পুত্ৰ। ধনঞ্জয় মালৱাৰ পৰমাৰবংশীয় ৰজা মুঞ্জ (২য় বাকপতিৰাজৰ) সভাকবি আছিল। মুঞ্জৰ ৰাজত্বকাল ৯৭৪-৯৯৫ খৃষ্টাব্দ। ধনঞ্জয়ে তেওঁৰ পিতৃ আৰু আশ্ৰয়দাতাৰ নিৰ্দেশত 'দশৰূপক' নামে নাট্য বিষয়ক শাস্ত্ৰ ৰচনা কৰে। তেওঁ ভৰতৰ নাট্যশাস্ত্ৰৰ ৬-২৮ অধ্যায়ৰ আধাৰত দশৰূপক ৰচনা কৰে। সহোদৰ ধনিকে দশৰূপকৰ ওপৰত 'অৱলোক' নামে বৃত্তি ৰচনা কৰে। গ্ৰন্থখন চাৰিটা 'প্ৰকাশ'ত বিভক্ত। ১ম প্ৰকাশত ৰূপকৰ বৰ্ণনা, কথাবস্তুৰ ৬৪ সন্ধ্যঙ্গৰ বিৱৰণ আৰু অৰ্থোপেক্ষক পাঁচবিধৰ বৰ্ণনা দিছে। ২য় প্ৰকাশত নায়ক-নায়িকাৰ ভেদ, সিসকলৰ গুণ, ক্ৰিয়া আৰু সহচৰ আৰু বৃত্তি সমূহৰ বৰ্ণনা কৰা হৈছে। ৩য় প্ৰকাশত ৰূপকৰ প্ৰধানবিধ নাটকৰ লাক্ষণিক পৰিচয় দিছে। ৪ৰ্থ প্ৰকাশত আছে ৰসবিষয়ক বিবেচনা।

১৪। **ৰাজানক মহিমভট্ট ঃ—** তেওঁ আছিল কাশ্মীৰৰ অধিবাসী। তেওঁৰ পিতৃৰ নাম শ্ৰীধৈৰ্য্য আৰু গুৰুৰ নাম শ্যামল। তেওঁৰ আৰ্বিভাব কাল ১১শ শতিকা। আনন্দবৰ্ধনৰ ধ্বনিবাদৰ প্ৰতিবাদকল্পে তেওঁ 'ব্যক্তি বিবেক' ৰচনা কৰে। সমস্ত ধ্বনিক তেওঁ অনুমানৰ

অন্তৰ্ভুক্ত বুলি সিদ্ধ কৰিবলৈ প্ৰতিশ্ৰুতিবদ্ধ হয়। 'ব্যক্তিবিবেক' তিনিটা বিমৰ্শত বিভক্ত। ১ম বিমৰ্শত তেওঁ ধ্বনিৰ লক্ষণৰ উদ্ধৃতি দি তাৰ দোষ-ত্ৰুটী বিবেচনা কৰি খণ্ডন কৰিছে। তেওঁ ধ্বনিৰ পৃথক অস্তিত্ব অস্বীকাৰ কৰি শব্দৰ বাচ্যাৰ্থ আৰু অনুমিত অৰ্থ স্বীকাৰ কৰিছে। তেওঁ লক্ষণা আৰু ব্যঞ্জনাক অনুমিত অৰ্থৰ ভিতৰৰা বুলি কৈছে। ২য় বিমৰ্শত তেওঁ অনৌচিত্যক কাব্যৰ মুখ্য দোষ বুলিছে। দোষৰ ভেদ -উপভেদবো চৰ্চা তেওঁ কৰিছে। ৩য় বিমৰ্শত তেওঁ ধ্বন্যালোকত দিয়া উদাহৰণবোৰ বিবেচনা কৰি সিহঁতৰ অনুমানৰহে সাৰ্থক উদাহৰণ বুলি নদি কৈছে। এনেদৰে মহিমভট্টই নিজকে অনুমিতিবাদৰ প্ৰৱক্তাৰূপে প্ৰতিষ্ঠা কৰিছে।

১৫। ভোজৰাজ ঃ— ধাৰাধিপতি ভোজৰাজ একেধাৰে কবি, সমালোচক আৰু সুপণ্ডিত ৰজা আছিল। তেওঁ একাদশ শতিকাৰ আগভাগত ৰাজপাট খাইছিল।

ৰজা ভোজে 'সৰস্বতী কণ্ঠাভৰনম্' আৰু 'শৃঙ্গাৰ প্ৰকাশ' নামে দুখন অলংকাৰ শাস্ত্ৰ ৰচনা কৰে। সৰস্বতী কণ্ঠাভৰণম্ পাঁচটা পৰিচ্ছেদত বিভক্ত। প্ৰথম পৰিচ্ছেদত পদ, বাক্য আৰু বাক্যাৰ্থৰ ১৬ প্ৰকাৰকৈ দোষ তথা শব্দ আৰু অৰ্থৰ প্ৰত্যেকৰে ২৪ প্ৰকাৰ গুণৰ চৰ্চা কৰিছে। ২য় পৰিচ্ছেদত ২৪ বিধ উভয়ালংকাৰৰ লক্ষণাদি বৰ্ণনা কৰিছে। ৫ম পৰিচ্ছেদত ৰস, ভাব, পঞ্চসন্ধি আৰু চাৰিপ্ৰকাৰ বৃত্তিৰ বিবৰণ দিছে। গ্ৰন্থখনত তেওঁ পূৰ্ব কবিসকলৰ ১৫০০ শ্লোকৰ উদ্ধৃতি উদাহৰণস্বৰূপে দাঙি ধৰিছে।

দ্বিতীয় গ্ৰন্থ শৃঙ্গাৰ প্ৰকাশ আংশিকভাৱে প্ৰকাশ পাইছে। গ্ৰন্থখন ৩৬টা 'প্ৰকাশ'ত বিভক্ত। ১-৮ প্ৰকাশত শব্দাৰ্থবিষয়ক অনেক ব্যাকৰণসম্মত সিদ্ধান্ত আলোচিত হৈছে। ৯-১০ প্ৰকাশত গুণ আৰু দোষ বিবেচিত হৈছে। ১১-১২ প্ৰকাশত মহাকাব্য আৰু নাটকৰ বৈশিষ্ট্য কথিত হৈছে। পাছৰ ২৪টা প্ৰকাশত উদাহৰণৰ সৈতে ৰসৰ বিশদ আলোচনা কৰা হৈছে। ই এক প্ৰকাৰ আলংকাৰিক বিশ্বকোষ।

অলংকাৰ শাস্ত্ৰৰ ইতিহাসত ভোজক এজন সমন্বয়বাদী আলংকাৰিকক বুলি স্বীকাৰ কৰা হয়। তেওঁৰ পূৰ্বজ আলংকাৰিকসকলৰ মতামতবোৰৰ সমন্বয় সাধনৰ চেষ্টা কৰিছিল। তদুপৰি ভোজে শৃঙ্গাৰকেই একমাত্ৰ ৰস বুলি প্ৰতিপাদন কৰিবলৈ যত্ন কৰিছিল।

১৬। ক্ষেমেন্দ্ৰ ঃ— ক্ষেমেন্দ্ৰৰ বিষয়ে জনপ্ৰিয় পদ্য সাহিত্যৰ আলোচনা প্ৰসঙ্গত কৈ অহা হৈছে। ক্ষেমেন্দ্ৰ কবিয়েই নহয় তেওঁ এজন আলংকাৰিকো। তেওঁ 'ঔচিত্যবিচাৰ চৰ্চা' আৰু 'কবিকণ্ঠাভৰণ' নামে দুখন অলংকাৰ শাস্ত্ৰ ৰচনা কৰে। তেওঁৰ 'ঔচিত্যবিচাৰ চৰ্চা' এখন মৌলিক গ্ৰন্থ। গ্ৰন্থখনত থকা কাৰিকা আৰু বৃত্তি দুয়োটিয়েই ক্ষেমেন্দ্ৰৰ নিজৰ ৰচনা। তেওঁ ঔচিত্যক ৰসৰ সাৰ বুলি কৈছে। তেওঁ তাত পদ, বাক্য, প্ৰবন্ধাৰ্থ, গুণ, অলংকাৰ, ৰস, ক্ৰিয়া, কাৰক, লিঙ্গ, বচন, উপসৰ্গ, দেশ, কাল আৰু বহুবিষয়ক ঔচিত্যৰ উদাহৰণ দিছে।

২য় গ্ৰন্থ 'কবিকণ্ঠাভৰণ'ত ৫৫টা কাৰিকা আছে আৰু ই পাঁচটা সন্ধি নামে বিভক্ত

বিভক্ত। গ্ৰন্থৰ বিষয় সম্বন্ধে তেওঁ তাত কৈছেঃ

তত্ৰাকবেঃ কবিত্বাপ্তিঃ শিক্ষা প্ৰাপ্তগিৰঃ কবেঃ।
চমৎকৃতিশ্চ শিক্ষাপ্তৌ গুণদোষাদ্গতিস্ততঃ।।
পশ্চাৎপৰিচয়প্ৰাপ্তিৰিত্যেতে পঞ্চ সন্ধয়ঃ।। ১,৩-৪

তাত তেওঁ শিষ্যসকলক তিনি ভাগত ভাগ কৰি কবিসকলকো ছায়োপজীৱী, পদকোপজীৱী, সকলো পজীৱী, ভুবনোজীৱী আদি ভাগত ভগাইছে। লগতে কবিগুণ আৰু কাব্যদোষবো নির্দেশ কৰিছে। তেওঁ দহবিধ চমৎকাৰৰ বিষয়েও কৈছে।

১৭। **মম্মট ঃ**— 'সুধাসাগৰ' নামে গ্রন্থত ভীমসেনে মম্মটক মহাভাষ্যপ্রদীপৰ ৰচক কৈয্যত আৰু ঋকপ্রাতিশাখ্যৰ ভাষ্যকৰ উৱটৰ ভায়েক আৰু জৈয়তৰ পুতেক আছিল বুলি কৈছে। মম্মটে অভিনৱ গুপ্ত (খৃ০১০১৫) আৰু নৱসাহসাঙ্ক চৰিত (২০০৫চনত ৰচিত) ৰপৰা উদ্ধৃতি দিছে। ১০৫৪ খৃষ্টাব্দলৈ ধাৰাৰাজ্য শাসন কৰোঁতা ভোজৰ দান শীলতাৰ প্রশংসাও তেওঁ কৰিছে। ৰুয্যকে 'অলংকাৰসর্বস্ব' ত মম্মটৰ মত খণ্ডন কৰিছে। ১১৪৩ খৃষ্টাব্দত 'কাব্যানুশাসন' ৰচনাকাৰ হেমচন্দ্ৰয়ো তেওঁৰ উল্লেখ কৰিছে। গতিকে মম্মটৰ কাব্য প্ৰকাশ ১০৫০-১১০০ খৃষ্টাব্দৰ ভিতৰত ৰচিত হৈছে।

মম্মটে 'কাব্যপ্ৰকাশ' নামে অলংকাৰ শাস্ত্ৰ ৰচনা কৰে। ইয়াত মুঠ ১৫০টা কাৰিকাসহ ৬২০ টা শ্লোকৰ উদ্ধৃতি আছে। গ্ৰন্থখন কাৰিকা, বৃত্তি আৰু উদাহৰণেৰে তিনি তৰপীয়া। শৈলী সূত্ৰাত্মক। ইয়াৰ ৭০ টা মান টীকা আছে। গ্ৰন্থখন দহটা উল্লাসত বিভক্ত। ১ম উল্লাসত কাব্যহেতু, লক্ষণ আৰু কাব্যৰ তিনিপ্ৰকাৰ ভেদ — উত্তম, মধ্যম আৰু অধম কথিত হৈছে। ২য় উল্লাসত শব্দশক্তিৰ বিচাৰ; শব্দৰ বাচ্যাৰ্থ, লক্ষাৰ্থ, আৰু ব্যঙ্গাৰ্থৰ নির্দেশ কৰাৰ লগতে লক্ষণা আৰু ব্যঞ্জনাৰ উপভেদো কৈছে। ৩য় উল্লাসত শাব্দী ব্যঞ্জনা, ৪ৰ্থ উল্লাসত ধ্বনি আৰু তাৰ ভেদবোৰ, ৰস তথা ভাৱৰ বিৱৰণ, ৫ম উল্লাসত গুণীভূত ব্যঙ্গকাব্য আৰু আঠ প্ৰকাৰ ৰসৰ ক্ষেত্ৰত হ'ব পাৰা দোষৰ বৰ্ণনা কৰা হৈছে। ৮ ম উল্লাসত্ৰ গুণ, নৱম উল্লাসত শব্দালংকাৰ বৃত্তি আৰু ৰীতি আৰু ১০ ম উল্লাসত ৬১ প্ৰকাৰ অৰ্থালংকাৰ উদাহৰণৰে সৈতে বৰ্ণিত হৈছে। মম্মটে ধ্বনিবাদ প্ৰতিষ্ঠা কৰাত সহযোগ দিয়ে। 'কাব্য প্ৰকাশ' সাহিত্যকাৰ আৰু পণ্ডিতসকলৰ বাবে পথনির্দেশক স্বৰূপ।

১৮। **ৰুয্যক ঃ** ৰুয্যক আছিল কাশ্মীৰৰ অধিবাসী। তেওঁৰ পিতৃৰ নাম তিলক। তেওঁ আছিল 'শ্ৰীকণ্ঠ চৰিত' ৰচয়িতা মঙ্খৰ গুৰু। কবি মঙ্খ জয়সিংহৰ (১১২৯-১১৫০ খৃ০) সভাকবি আছিল। ৰুয্যকৰ অন্য নাম ৰুচক। মম্মটৰ পৰৱৰ্তী লোক হিচাপে তেওঁৰ কাল ১২শ শতিকাৰ মাজভাগ হোৱা উচিত।

ৰুয্যেকৰচিত 'অলংকাৰ সৰ্বস্ব' এক প্ৰসিদ্ধ গ্ৰন্থ। ইয়াৰ উপৰিও তেওঁ 'অলংকাৰানুসাৰিণী', 'নাট্যকমীমাংসা', 'ব্যক্তিবিবেকবিচাৰ', 'সহৃদয়লীলা' আৰু 'সাহিত্যমীমাংসা' নামে অন্য ৫ খন অলংকাৰ শাস্ত্ৰ আৰু 'শ্ৰীকণ্ঠস্তৱ' আৰু 'হৰ্ষচৰিতবার্তিক'

নামে অন্যান্য গ্ৰন্থত ৰচনা কৰে।

ৰুয্যক ধ্বনি সিদ্ধান্তৰ প্ৰবক্তা। ভামহ, উদ্ভট, বামন, কুন্তক, মহিমভট্ট আৰু আনন্দবৰ্দ্ধনৰ কাব্যবিষয়ক মতসমূহৰ সাৰভাগ সংগ্ৰহ কৰি সংক্ষিপ্তাকাৰে 'অলংকাৰসৰ্বস্ব'ত তুলি ধৰিছে। তাৰ পাছত ৭৫ বিধ অৰ্থালংকাৰৰ লক্ষণ উদাহৰণৰে সৈতে প্ৰস্তুত কৰিছে। মম্মটতকৈ অধিককৈ তেওঁ পৰিণাম, ৰসবৎ, প্ৰেয়স্, উৰ্জস্বি, সমাহিত, ভাবোদয়, ভাৱসন্ধি আৰু শবলতা অলংকাৰৰ লক্ষণ আৰু উদাহৰণ দিছে। অলংকাৰ সৰ্বস্ব কাৰিকা, বৃত্তি আৰু উদাহৰণেৰে তিনি তৰপীয়া গ্ৰন্থ।

তেওঁৰ 'সাহিত্যমীমাংসা' আঠ প্ৰকৰণত বিভক্ত। ইয়াত কবি আৰু ৰসিকৰ প্ৰভেদ, বৃত্তি আদিৰ লক্ষণ, দোষৰ বিবেচনা, অলংকাৰ, ৰস আৰু ভাৱৰ বিবেচনা, কবিৰ চাৰি প্ৰকাৰ বৈশিষ্ট্য আৰু আনন্দৰ ৰূপ আদি ফহিয়াই আলোচনা কৰিছে। ইয়াত ব্যঞ্জনাৰ উল্লেখ নোহোৱা বাবে গ্ৰন্থখনৰ কৰ্তৃত্বলৈ সন্দেহ হৈছে। তথাপি এইখন ৰুয্যকৰ আগবয়সৰ ৰচনা আৰু 'অলংকাৰসৰ্বস্ব' পৰিণত বয়সৰ গ্ৰন্থ বুলি দিয়া অভিমতো পোৱা যায়।

১৯। সাগৰ নন্দী ঃ নন্দী বংশোৎপন্ন সাগৰকে সাগৰ নন্দী নামে অলংকাৰিক বুলি জনা যায়। তেওঁ সম্ভৱতঃ ১৫শ শতিকাৰ লোক। তেওঁ শ্ৰীহৰ্ষ, বিক্ৰম, মাতৃগুপ্ত, গৰ্গ, অশ্মকুট্ট, নখকুট্ট, বাদৰ প্ৰভৃতিৰ মতানুসৰি ভৰতৰ সিদ্ধান্তৰ অনুশীলন পূৰ্বক 'নাটক ৰত্নকোষ' নামে নাট্যবিষয়ক গ্ৰন্থ ৰচনা কৰি গৈছে।

ৰত্নকোষত ৰূপক, অৱস্থাপঞ্চক, ভাষাপ্ৰকাৰ, অৰ্থপ্ৰকৃতি পঞ্চক, অঙ্ক, অৰ্থোপক্ষেপক, সন্ধি, প্ৰদেশ, পতাকাস্থানক, বৃত্তি, লক্ষণ, অলংকাৰ, ৰস, ভাব, নায়িকাৰ গুণ আৰু ভেদ, ৰূপকৰ ভেদ আৰু উপৰূপকৰ প্ৰকাৰাদিৰ বিষয়ে আলোচনা কৰিছে।

২০। হেমচন্দ্ৰ ঃ গুজৰাটৰ আহমেদাবাদ জিলাৰ ধুন্ধুক নামে গাঁৱত ১০৮৮ খৃষ্টাব্দত (১১৪৫ সম্বতত) জন্মগ্ৰহণ কৰা জৈন পণ্ডিত হেমচন্দ্ৰই অনহিল পট্টনৰ চালুক্য নৃপতি 'জয়সিংহ সিদ্ধৰাজৰ (১০৯৩-১১৪৩ খৃ০) আদেশমতে 'সিদ্ধহেম' ব্যাকৰণ ৰচনা কৰিছিল। ১১৭২ খৃষ্টাব্দত হেমচন্দ্ৰৰ মৃত্যু হয়।

তেওঁ 'কাব্যানুশাসন' নামে অলংকাৰ শাস্ত্ৰ ৰচনা কৰে। তেওঁ নিজে এই সূত্ৰাত্মক গ্ৰন্থৰ ওপৰত 'বিবেক' নামে টীকাও ৰচনা কৰে। গ্ৰন্থখন আঠ অধ্যায়ত বিভক্ত। ১ম অধ্যায়ত কাব্য প্ৰয়োজন, কাব্যহেতু, লক্ষণ আৰু শব্দাৰ্থৰ স্বৰূপ বিবেচনা কৰিছে। ২য় অধ্যায়ত ৰস আৰু ভেদ, ৩য় অধ্যায়ত দোষ, ৪ৰ্থ অধ্যায়ত গুণ, ৫ম অধ্যায়ত ছয় প্ৰকাৰ শব্দালংকাৰ, ৬ষ্ঠ অধ্যায়ত ২৯প্ৰকাৰ অৰ্থালংকাৰ, ৭ম অধ্যায়ত নায়ক-নায়িকাৰ ভেদ আৰু ৮ম অধ্যায়ত কাব্যৰ ভেদাদি বিবেচনা কৰা হৈছে।

২১। বাগ্‌ভট্ট ঃ অলংকাৰ শাস্ত্ৰৰ ইতিহাসত একে নামৰ দুজন পণ্ডিতৰ কথা পোৱা যায়। তাৰে প্ৰথমজন আছিল জৈন মতাৱলম্বী। তেওঁৰ পিতৃৰ নাম সোম। কাৰো মতে তেওঁ চালুক্য শাসনকালত ১১২৩-১১৫৩ খৃষ্টাব্দৰ মাজত জীৱিত আছিল। তেওঁৰ

অলংকাৰ শাস্ত্ৰক '**বাগ্‌ভটালংকাৰ**' নামে জনা যায়।

উক্ত গ্ৰন্থখন পাঁচটা পৰিচ্ছেদত বিভক্ত। ইয়াত প্ৰায়ে অনুষ্টুপ ছন্দত ৰচিত ২৬০ টা শ্লোক আছে। ১ম পৰিচ্ছেদত কাব্যৰ লক্ষণ, কাব্যৰ উৎসৰূপ প্ৰতিভা, ব্যুৎপত্তি আৰু অভ্যাসৰ লক্ষণ, ২য় পৰিচ্ছেদত ভাষানুসৰি আৰু ছন্দোময়-ছন্দহীন ভাবে দেখুৱা কাব্য বিভাজন, ৩য় পৰিচ্ছেদত দহপ্ৰকাৰৰ গুণ, ৪ৰ্থ পৰিচ্ছেদত চাৰিবিধ ( চিত্ৰ, বক্ৰোক্তি, অনুপ্ৰাস, যমক) শব্দালংকাৰ আৰু ৩৫ প্ৰকাৰ অৰ্থালংকাৰ আৰু দুবিধ ৰীতি (বৈদৰ্ভী আৰু গৌড়ী) আৰু ৯ ম পৰিচ্ছেদত নবিধ ৰস, নায়ক -নায়িকাৰ ভেদাদি বিবেচিত হৈছে।

২২-২৩। **ৰামচন্দ্ৰ আৰু গুণচন্দ্ৰ** ঃ এওঁলোক দুয়োজন পূৰ্বোল্লেখিত হেমচন্দ্ৰৰ শিষ্য আছিল। দুয়ো যুটীয়াকৈ '**নাট্যদৰ্পণ**' নামে গ্ৰন্থ ৰচনা কৰিছিল। গ্ৰন্থখন চাৰিটা 'বিবেক'ত বিভক্ত। ইয়াত নাটক, প্ৰকৰণাদি ৰূপক, বৃত্তি, ৰস, ভাব, অভিনয় আৰু ৰূপকৰ সাধাৰণ লক্ষণৰ ক্ৰমিক বৰ্ণনা পোৱা যায়। গ্ৰন্থখনত কাৰিকা আৰু স্বোপজ্ঞ বৃত্তিৰ সমাহাৰ ঘটিছে।

২৪। **শোভকৰ মিশ্ৰ** ঃ সম্ভৱত ঃ এওঁ কাশ্মীৰৰ অধিবাসী আছিল। এওঁৰ আৰ্বিভাৱকাল ১৩ শ শতিকা। তেওঁ '**অলংকাৰ ৰত্নাকৰ**'ৰ ৰচয়িতা বুলি জনাজাত। অপ্পয়দীক্ষিত আৰু পণ্ডিত জগন্নাথে 'ৰত্নাকৰ' বুলি ইয়াৰ উল্লেখ কৰিছে। ই সূত্ৰ আৰু বৃত্তি শৈলীত ৰচিত। ইয়াত এশমান অলংকাৰৰ লক্ষণ নিৰূপিত হৈছে। তাৰে কেতবোৰ মিশ্ৰৰ নিজস্ব কল্পনা প্ৰসূত আৰু কেতবোৰে নতুনকৈ নামাঙ্কিত হৈছে। ৰুয্যক আৰু জয়ৰথৰ গ্ৰন্থত নথকা অচিন্ত্য, অনুকৃতি, অভেদ, অৱৰোহ, অশক্য, আপত্তি আদি অলংকাৰে ৰত্নাকৰৰ শোভা বঢ়াইছে।

২৫। **বাগ্‌ভট (২য়)** ঃ এইজন বাগ্‌ভটো জৈন আছিল। তেওঁ নেমকুমাৰৰ পুত্ৰ। তেওঁ সোমপুত্ৰ বাগ্‌ভটৰ উল্লেখ কৰিছে। তেওঁৰ '**কাব্যানুশাসন**'ত 'ছন্দোনুশাসন' আৰু 'ঋষভদেৱ চৰিত' অন্য দুখন স্বৰচিত গ্ৰন্থ নামোল্লেখ কৰিছে। তেওঁ ১৪শ শতিকাৰ লোক আছিল।

বাগ্‌ভটে সূত্ৰশৈলীত '**কাব্যানুশাসন**' ৰচনা কৰে। নিজে তাৰ ওপৰত 'অলংকাৰ তিলকা'খ্য বৃত্তিও ৰচনা কৰে। গ্ৰন্থখন ৫ অধ্যায়ত বিভক্ত। ১ ম অধ্যায়ত কাব্যৰ প্ৰয়োজন, হেতু, কবিসময়াদি, ২য় অধ্যায়ত ১৬ বিধ পদদোষ, ১৪ বিধ বাক্য আৰু অৰ্থদোষ তথা গুণ, ৩য় অধ্যায়ত ৬৩ প্ৰকাৰ অলংকাৰ আৰু সিবোৰৰ উদাহৰণ, ৪ৰ্থ অধ্যায়ত বক্ৰোক্তি সহ ছবিধ শব্দালংকাৰৰ লক্ষণ আৰু ৫ ম অধ্যায়ত নবিধ ৰস, নায়ক-নায়িকাৰ প্ৰকাৰ, ৰসদোষাদিৰ আলোচনা পোৱা যায়।

২৬। **জয়দেৱ** ঃ এইজন 'গীতগোবিন্দ'ৰ প্ৰণেতা ভক্ত কবি জয়দেৱ নহয়। এওঁৰ পিতৃ-মাতৃৰ নামো যথাক্ৰমে মহাদেৱ আৰু সুমিত্ৰা বুলিহে জনা যায়। এওঁ '**প্ৰসন্নৰাঘৱ**' নাটক, '**চন্দ্ৰালোক**' নামে অলংকাৰ গ্ৰন্থৰ প্ৰণেতা। এওঁৰ কাল ১২০০-১৩৫০ খৃষ্টাব্দৰ মধ্যৱৰ্তী।

'চন্দ্ৰলোক' দহটা 'ময়ুখ' নামে বিভাগত বিভক্ত। ইয়াত ৩৫০টা অনুষ্টুপ শ্লোক আছে। ১ম ময়ুখত কাব্যলক্ষণ, হেতু, শব্দৰ প্ৰকাৰ, ২য় ময়ুসত দোষ, ৩য় ময়ুখত কাব্যাংগ, ৪ৰ্থ ময়ুখত গুণ, ৫ ম ময়ুখত পাঁচবিধ শব্দালংকাৰ, ৬ষ্ঠ ময়ুখত ৰস, ভাব, ত্ৰিবিধ ৰীতি, পাঁচবিধ বৃত্তি, ৭ম ময়ুখত গুণীভূতব্যঙ্গ কাব্যৰ ভেদ আৰু ৯-১০ ময়ুখত ক্ৰমে লক্ষণা আৰু অভিধাৰ বিবেচনা চকুত পৰে৷

২৭। বিদ্যাধৰ ঃ যথাসম্ভৱ ১৩ শ -১৪শ শতিকাৰ মাজভাগত বিদ্যাধৰে কলিঙ্গৰাজ নৰসিংহৰ পৃষ্ঠপোষকতাত মম্মটৰ 'কাব্যপ্ৰকাশ'ৰ আৰ্হিত 'একাৱলী' নামে অলংকাৰ শাস্ত্ৰ ৰচনা কৰে। কাৰিকা, বৃত্তি আৰু উদাহৰণ লৈ গ্ৰন্থখন তিনি তৰপীয়া। 'একাৱলী' ৮ উন্মেষত বিভক্ত। উন্মেষ অনুসৰি বস্তুচয়ন এনেদৰে হৈছে ঃ (১) কাব্যহেতু (প্ৰতিভা, বহুশাস্ত্ৰ দৰ্শিতা, অভ্যাস), কাব্যৰ লক্ষণ, পূৰ্বাচাৰ্যৰ মতৰ আলোচনা, (২) শব্দশক্তিৰ (বাচক, লাক্ষণিক আৰু ব্যঞ্জকৰ) আলোচনা, (৩) ধ্বনিৰ প্ৰকাৰ, (৪) গুণীভূতব্যঙ্গৰ আলোচনা, (৫) গুণ আৰু ৰীতি, (৬) দোষ, (৭) শব্দালংকাৰ, (৮) অৰ্থালংকাৰ আলোচিত হৈছে।

২৮। বিদ্যানাথ ঃ ৰাবাঙ্গালত কাকতীয় বংশোদ্ভৱ ৰীৰৰুদ্ৰই (১২৬৮-১৩২৮ খৃ০) ৰাজত্ব কৰা সময়ত আৰ্বিভূত বিদ্যানাথে 'প্ৰতাপৰুদ্ৰ যশোভূষণ' বা 'প্ৰতাপৰুদ্ৰীয়' নামে অলংকাৰ আৰু নাট্যবিধি বিষয়ক প্ৰখ্যাত গ্ৰন্থ ৰচনা কৰে।

অন্য গ্ৰন্থত পোৱা দৰে ইও কাৰিকা, বৃত্তি আৰু উদাহৰণেৰে ত্ৰিকাণ্ডাত্মক গ্ৰন্থ। গ্ৰন্থ খন নটা প্ৰকৰণৰ সমষ্টি। ইয়াত নায়ক, কাব্য, নাটক, ৰস, দোষ, গুণ, শব্দাৰ্থমিশ্ৰ অলংকাৰ আলোচিত হৈছে। ৩য় প্ৰকৰণত আৰ্হি নাটকৰূপে 'প্ৰতাপ ৰুদ্ৰ কল্যাণ' নামে নাটকৰ উপস্থাপন কৰিছে। তেওঁ হয় কাব্য প্ৰকাশ নহয় বা অলংকাৰসৰ্বস্বৰ অনুসৰণ কৰিছে।

২৯। বিশ্বনাথ ঃ যথাসম্ভৱ বিশ্বনাথ উৰিষ্যাৰ অধিবাসী আছিল। তেওঁৰ পিতৃ চন্দ্ৰশেখৰ কোনো এজন কলিঙ্গৰাজৰ সন্ধিবিগ্ৰহ মহাপাত্ৰ আৰু স্বয়ং সুবিদ্বান সুকবি আছিল বুলি জনা যায়।

বিশ্বনাথে সম্ভৱতঃ ১৩০০-১৩৮৪ খৃষ্টাব্দৰ মাজত 'সাহিত্য দৰ্পণ' নামে গ্ৰন্থ ৰচনা কৰে। 'দৰ্পণ'ৰ উপৰিও তেওঁ 'ৰাঘৱবিলাস' নামে সংস্কৃত মহাকাব্য, 'কুৱলয়াশ্বচৰিত' নাম প্ৰাকৃত কাব্য, 'প্ৰভাৱতী পৰিণয়' আৰু 'চন্দ্ৰকলা' নামে নাটিকা আৰু 'প্ৰশস্তিৰত্নাৱলী' নামে যোল্লটা ভাষাত 'কৰম্ভক' ৰচনা কৰে। তদুপৰি 'নৰসিংহবিজয়' নামে এখন কাব্য আৰু 'কাব্যপ্ৰকাশদৰ্পণ' নামে কাব্যপ্ৰকাশৰ ওপৰত এটি টীকাও ৰচনা কৰে।

বিশ্বনাথ বিৰচিত 'সাহিত্য দৰ্পণ' দহটা পৰিচ্ছেদত বিভক্ত। ইয়াত একানিক্ৰমে কাব্যস্বৰূপনিৰূপণ, বাক্যস্বৰূপনিৰূপণ, ৰসাদিনিৰূপণ, কাব্যভেদনিৰূপণ, ব্যঞ্জনাব্যাপাৰনিৰূপণ, দৃশ্য-শ্ৰব্যকাব্যনিৰূপণ, দোষ নিৰূপণ, গুণবিবেচন, ৰীতি বিবেচন আৰু অলংকাৰ নিৰূপণ কৰা হৈছে। বিশ্বনাথ ধ্বনিপ্ৰস্থানৰ পৰমাচাৰ্য। তেওঁ কাব্যৰ সুচু লক্ষণৰূপে 'বাক্যং ৰসাত্মকং কাব্যম্' বুলি উপস্থাপন কৰিছে।

৩০। **ভানুদত্ত ঃ** এওঁ আছিল মিথিলাৰ অধিবাসী আৰু জনৈক গণেশ্বৰৰ পুত্ৰ। গণেশ্বৰ মিথিলাৰ ৰজাৰ মন্ত্ৰী আছিল। ভানুদত্তৰ কাল ১৪শ -১৫শ শতিকাৰ মাজত বুলি জনা যায়।

ভানুদত্তই **'ৰসতৰঙ্গিনী'** আৰু **'ৰসমঞ্জৰী, 'অলংকাৰতিলক'** নামে অলংকাৰবিধি ৰচনা কৰাৰ উপৰিও **'গীতগৌৰীশ', 'কুমাৰভাৰ্গৱীয়'** আৰু **'চিত্ৰচন্দ্ৰিকা'** নামে আন তিনিখন গ্ৰন্থ ৰচনা কৰে।

**'ৰসতৰঙ্গিনী'** গ্ৰন্থখন আঠটা তৰঙ্গত বিভক্ত। ১ম তৰঙ্গত ভাৱৰ লক্ষণ আৰু প্ৰকাৰ, ২য় তৰঙ্গত বিভাৱৰ লক্ষণ আৰু বিভাজন, ৩য় তৰঙ্গত অনুভাৱ, ৪ৰ্থ তৰঙ্গত আঠবিধ সাত্ত্বিকভাৱ, ৫ম তৰঙ্গত ব্যভিচাৰীভাৱ, ৬ষ্ঠ তৰঙ্গত শৃঙ্গাৰৰসৰ বিৱৰণ, ৭ ম তৰঙ্গত হাস্যাদি ৰসৰ বিৱৰণ আৰু ৮ ম তৰঙ্গত ভাৱানুসৰি হোৱা দৃষ্টিৰ আলোচনা কৰা হৈছে।

**'ৰসমঞ্জৰী'** ক্ষুদ্ৰকায় গ্ৰন্থ। গ্ৰন্থখনৰ দুই তৃতীয়াংশ ঠাই নায়িকাৰ আলোচনাই সামৰিছে। নায়িকাৰ ভেদৰ লগতে সখী, দূতী, নায়ক আৰু নায়কৰ প্ৰকাৰ, পীঠমৰ্দ, বিট, চেট, বিদূষকাদি বিবিধ মিত্ৰ, আঠবিধ সাত্ত্বিক গুণ, দুই প্ৰকাৰ শৃঙ্গাৰ—সম্ভোগ— বিপ্ৰলম্ভ আৰু বিপ্ৰলম্ভৰ দহপ্ৰকাৰ অৱস্থাৰ আলোচনা পোৱা যায়। উদাহৰণবোৰ ৰচকৰ নিজস্ব।

ভানুদত্তকৃত তৃতীয় আলংকাৰিক গ্ৰন্থ **'অলংকাৰতিলক'**। গ্ৰন্থখন পাঁচ পৰিচ্ছেদত বিভক্ত। ৰৱাহৰ বৰ্ণনাৰে আৰম্ভ হোৱা ১ ম পৰিচ্ছেদত ৰচকে কৈছে যে সৎ কবিৰ আত্মা হ'ল ৰসসমূহ, কাব্য তেওঁৰ দেহ, গতি, ৰীতি, বৃত্তি, দোষাভাৱঃ গুণ আৰু অলংকাৰ তেওঁৰ ইন্দ্ৰিয়, ব্যুৎপত্তি প্ৰাণ অভ্যাস, মন, কাব্য উত্তম, মধ্যম আৰু অধম এই তিনি প্ৰকাৰৰ, সংস্কৃত, প্ৰাকৃত, অপভ্ৰংশ আৰু মিশ্ৰভেদে চাৰিবিধ, শব্দাৰ্থই কাব্য, ৰীতি কাব্যৰ বৈশিষ্ট্য, ৬ প্ৰকাৰ ৰীতি, বৃত্তি কৌশিকী ইত্যাদি। ২য় পৰিচ্ছেদত পদবাক্যাদিৰ দোষ ৩য় পৰিচ্ছেদত বাহ্য, আন্তৰ, বৈশেষিক তিনিবিধ গুণ আৰু সিবোৰৰ ভেদ, ৪ৰ্থ পৰিচ্ছেদত অলংকাৰৰ লক্ষণ দুবিধ শব্দালংকাৰ, ৫ ম পৰিচ্ছেদত ৭১ বিধ অৰ্থালংকাৰ উদাহৰণসহ বৰ্ণিত হৈছে। কাব্যপ্ৰকাশ আৰু সৰস্বতীকণ্ঠাভৰণৰ ছাঁ ভানুদত্তৰ ওপৰত পৰিছে।

৩১। **শাৰদাতনয় ঃ** এওঁৰ পিতৃ, পিতামহ আৰু প্ৰপিতামহৰ নাম যথাক্ৰমে ভট্টগোপাল > বেদভূষণ > আৰু মেৰুভৰ। দেৱী শাৰদাৰ কৃপাত ওপজা বাবে ভট্টগোপালে পুত্ৰৰ নাম থয় শাৰদাতনয়। তেওঁৰ কাল ১২শ — ১৩ শ শতিকাৰ মাজত পৰে।

**'ভাৱপ্ৰকাশ'** শাৰদাতনয়কৃত অলংকাৰ গ্ৰন্থ। ই নাট্য বিষয়ক গ্ৰন্থ। গ্ৰন্থখন দহ অধিকৰণ বা অধ্যায়ত বিভক্ত। একাদিক্ৰমে ইয়াত ভাৱ, ৰসৰস্বৰূপ, ৰসভেদ, নায়ক-নায়িকা, নায়িকাভেদ, শব্দাৰ্থসম্বন্ধ, নাট্য-ইতিহাস আৰু শৰীৰ, দশৰূপক, নৃত্যভেদ আৰু নাট্য প্ৰয়োগৰ বিষয়ে আলোচনা কৰা হৈছে। ভাৱ, ৰস, শব্দাৰ্থ সম্বন্ধ আৰু ৰূপক — এই চাৰিটাই এই গ্ৰন্থৰ মাই প্ৰতিপাদ্য বিষয়।

৩২। **শিঙ্গভূপাল ঃ** এওঁ ৰজন পুত্ৰবৈসেতে ১৪০০ খৃষ্টাব্দত বিন্ধ্য আৰু শ্ৰীশৈলৰ

মাজৰ ভূখণ্ডত ৰাজাচলৰপৰা ৰাজত্ব কৰিছিল। তেওঁ একেধাৰে বিদ্বান, বিদ্যোৎসাহী, সঙ্গীত আৰু অলংকাৰ-গ্ৰন্থৰ ৰচক আছিল। তেওঁ নাট্যশাস্ত্ৰ বিষয়ক **'ৰসাৰ্ণৱসুধাকৰ'** নামে গ্ৰন্থ ৰচনা কৰে।

উক্ত গ্ৰন্থখন তিনিটা উল্লাসত বিভক্ত। ১ ম উল্লাসত নায়ক-নায়িকাৰ স্বৰূপ আৰু গুণৰ বৰ্ণনা, ২য় উল্লাসত ৰসৰ আলোচনা আৰু ৩য় উল্লাসত ৰূপকৰ বস্তুৰ বিষয়ে আলোচনা পোৱা যায়।

৩৩। **ৰূপগোস্বামী ঃ** বঙ্গীয় মহাপুৰুষ চৈতন্য মহাপ্ৰভুৰ ভক্ত ৰূপগোস্বামী আৰু জীৱ গোস্বামীয়ে বৈষ্ণৱ কল্পনাক ৰসবিবেচনাত খটুৱাইছে। ৰূপগোস্বামীৰ আৰ্বিভাৱ কাল ১৫শ-১৬ শ শতিকাৰ (অন্ত্যাদি) ভাগ। তেওঁৰ **'নাটক চন্দ্ৰিকা'** এখন নাট্যবিষয়ক গ্ৰন্থ, **'ভক্তি ৰসামৃতাসিন্ধু'** আৰু **'উজ্জ্বলনীলমণি'** মানে দুই ভক্তিৰস বিষয়ক মূল্যবান গ্ৰন্থ ৰচনা কৰি গৈছে।

৩৪। **কৰ্ণপুৰ ঃ** কৰ্ণপুৰ ওৰফে পৰমানন্দ দাসসেন আছিল চৈতন্যৰ শিষ্য শিৱানন্দৰ পুত্ৰ আৰু জীৱগোস্বামীৰ সমকালীন। ১৫২৪ খৃষ্টাব্দত নদিয়াত তেওঁৰ জন্ম হয়।

কৰ্ণপুৰে **'অলংকাৰ কৌস্তুভ'** নামে সুন্দৰ অলংকাৰ শাস্ত্ৰ ৰচনা কৰে। দহটা অধ্যায়ত সমাপ্ত এই গ্ৰন্থত কৰ্ণপুৰে কাব্যৰ লক্ষণ শব্দাৰ্থ, ধ্বনি, গুণীভূতব্যঙ্গ, ৰসভাৱভেদ, গুণ, শব্দ আৰু অৰ্থালংকাৰ, ৰীতি, দোষাদি বিষয়ৰ চৰ্চা কৰিছে। কৰ্ণপুৰে কৃষ্ণবিষয়ক পদ্যেৰে উদাহৰণবোৰ প্ৰস্তুত কৰিছে।

কৰ্ণপুৰৰ পুত্ৰ কবিচন্দ্ৰই **'কাব্যচন্দ্ৰিকা'** নামে অলংকাৰ গ্ৰন্থ ৰচিছিল। ১৬টা প্ৰকাশত কবিচন্দ্ৰই গ্ৰন্থখন সাহিত্য বিষয়ক সকলো সিদ্ধান্তৰ বিশদ আলোচনা কৰিছে। তেওঁৰ কাল ১৬শ শতিকাৰ শেষ ভাগ আৰু ১৭শ শতিকাৰ আদি ভাগ।

৩৫। **অপ্পয়দীক্ষিত ঃ—** গীতিকাব্য প্ৰসংগতে দীক্ষিতৰ পৰিচয় দি অহা গৈছে। তেওঁৰ কাল ১৫৫৪-১৬২৬ খৃষ্টাব্দ মাজচোৱা। তেওঁ **'বৃত্তিবাৰ্তিক'**, **'কুৱলয়ানন্দ'** আৰু **'চিত্ৰ মীমাংসা'** নামে তিনিখন অলংকাৰ বিষয়ক গ্ৰন্থ ৰচনা কৰে।

**'বৃত্তিবাৰ্তিক'** এখন ক্ষুদ্ৰাকৃতিৰ গ্ৰন্থ। ইয়াত দুটা পৰিচ্ছেদ শব্দৰ অভিধা আৰু লক্ষণাৰ বিষয়ে অপ্পয়ে বিবেচনা কৰিছে।

**'কুৱলয়ানন্দ'** গ্ৰন্থখন অলংকাৰ নিৰূপণৰ বাবে উপাদেয় গ্ৰন্থ। **'চন্দ্ৰালোক'**ত বৰ্ণিত ১০০ অলংকাৰেৰে সৈতে তেওঁ আৰু ১৫ বিধ অলংকাৰ যোগ দিছে।

অপ্পয়ৰ তৃতীয় অলংকাৰ গ্ৰন্থ **'চিত্ৰ মীমাংসা'**ত কাব্যক গোনেতে ধ্বনি, গুণীভূতব্যঙ্গ আৰু চিত্ৰকাব্যত ভগাই সেই বিষয়ক আলোচনা কৰিছে। শব্দচিত্ৰ বৈচিত্ৰহীন বুলি ত্যাগ কৰি তেওঁ অৰ্থচিত্ৰহে আলোচনা কৰিছে। উপমা আৰু উপমাগৰ্ভ ২২ বিধ অলংকাৰৰো আলোচনা তাত পোৱা যায়।

**'লক্ষণৰত্নাৱলী'** বুলি নাট্য বিষয়ক আন এখন পুথিও অপ্পয়ে ৰচনা কৰি গৈছে।

**৩৬। পণ্ডিত জগন্নাথ ঃ** এওঁৰ পৰিচয় গীতিকাব্য প্ৰসঙ্গত দি অহা হৈছে। পণ্ডিত জগন্নাথৰ **'ৰসগঙ্গাধৰ'** এক প্ৰকৃষ্ট অলংকাৰ গ্ৰন্থ। সংস্কৃত অলংকাৰ শাস্ত্ৰত ইয়াক ধ্বন্যালোক আৰু কাব্য প্ৰকাশৰ পাছতে স্থান দিয়া হয়। গ্ৰন্থখনৰ আধৰুৱা। ই দুটা আননতে সমাপ্ত হৈছে। প্ৰথম আননত কাব্যৰ লক্ষণ ( ৰমণীয়াৰ্থ প্ৰতিপাদকশব্দঃ আদি প্ৰতিপাদন কৰি কাব্যহেতু কাব্যৰ ভেদাদি সহ ৰসৰ আলোচনা কৰিছে। ২য় আননত ধ্বনিৰ প্ৰভেদ, অভিধা আৰু লক্ষণাৰ সমীক্ষা কৰিছে। তাৰ পাছত ৭০ বিধ অলংকাৰৰ লক্ষণাদি নিৰূপণ কৰিছে।

তেওঁ অপ্পয়ৰ **'চিত্ৰমীমাংসা'ৰ উত্তৰত 'চিত্ৰমীমাংসাখণ্ডন'** নামে অন্য এখন অলংকাৰ গ্ৰন্থ ৰচনা কৰে।

**৩৭। বিশ্বেশ্বৰ পণ্ডিত ঃ—** ১৮ শ শতিকাত আলমোৰা জিলাৰ অন্তৰ্গত পাটিয়া গ্ৰামত পৰ্বতীয়া পাণ্ডেয় কুলত লক্ষ্মীধৰৰ পুত্ৰৰূপে বিশ্বেশ্বৰৰ জন্ম হয়। তেওঁ **'অলংকাৰ কৌস্তুভ', 'অলংকাৰ মুক্তাৱলী', 'ৰসচন্দ্ৰিকা' , 'অলংকাৰ প্ৰদীপ'** আৰু **'কবীন্দ্ৰ কণ্ঠাভৰণ'** নামে পাঁচখন অলংকাৰ বিষয়ক মূল্যবান গ্ৰন্থ ৰচনা কৰি গৈছে। তেওঁ নিজ গ্ৰন্থত অপ্পয় আৰু জগন্নাথৰ মত খণ্ডন কৰিছে।

এই সকলৰ উপৰিও বেমভূপাল (৫ শ শ°) পুণ্ডৰিক ৰামেশ্বৰ (১৫ শ শ°) পুণ্যৰাজ (১৫ শ শ°), বিশ্বলেশ্বৰ, কেশৱভট্ট, গঙ্গানন্দ, প্ৰভাকৰ, চতুৰ্ভুজ প্ৰভৃতি অনেক পণ্ডিতে অলংকাৰ বিষয়ক অনেক গ্ৰন্থ ৰচনা কৰি গৈছে। বাহুল্যৰ ভয়ত আৰু ঠাইৰ অভাৱত সিবোৰৰ আলোচনাৰ পৰা আমি বিৰত হলোঁ।



## দ্বিতীয় অধ্যায়

## ছন্দঃশাস্ত্ৰ বা ছন্দোবিচিতি

সংস্কৃত শাস্ত্ৰৰ ইতিহাসত ছন্দঃশাস্ত্ৰৰ এক মহত্বপূৰ্ণ ঠাই আছে। ইয়াৰ প্ৰাচীন নাম 'ছন্দোবিচিতি' অৰ্থাৎ য'ত ছন্দৰ চয়ন বা সংগ্ৰহ (চিতি) বিশেষভাৱে কৰা হয় সেয়ে ছন্দোবিচিতি নাম পায়। পাণিনিকৃত গণপাঠত (৪।৩।৭৩) ইয়াৰ নিৰ্দেশ পোনতে পোৱা যায় আৰু ই কৌটিলীয় অৰ্থশাস্ত্ৰতো (১।৩) প্ৰযুক্ত হৈছে। ছন্দোঽনুশাসন, ছন্দোবিবৃতি, ছন্দোমান প্ৰভৃতি শব্দও সমাৰ্থক। অতিশয় প্ৰসিদ্ধি অৰ্জন কৰা বাবে পিঙ্গলৰ নামেৰেও এই শাস্ত্ৰ জ্ঞাত হয়।

ছন্দঃশাস্ত্ৰৰ জ্ঞান বৈদিক আৰু লৌকিক দুয়ো ক্ষেত্ৰতে প্ৰয়োজনীয়। বেদৰ আবৃত্তি আৰু অৰ্থজ্ঞানৰ বাবে ছন্দৰ জ্ঞান অত্যাৱশ্যক। সেয়ে সামবেদীয় আৰ্ষেয় ব্ৰাহ্মণ (১।৬) আৰু 'জৈমিনীয় আৰ্ষেয় ব্ৰাহ্মণ' (১।৭) আৰু 'বৃহদ্দেৱতা'ত (৮।১৩৬) পঠিতব্য মন্ত্ৰৰ ঋষি, ছন্দ, দেৱতা আৰু বিনিয়োগৰ (ব্ৰাহ্মণৰ) জ্ঞান অপৰিহাৰ্য বুলি কৈছে। যথা বৃহদ্দেৱতা (৮।১৩৬)ঃ

অবিদিত্বা ঋষিং ছন্দো দৈৱতং যোগমেৱ চ।

যোঽধ্যাপয়েজ্জপেদ্বাপি পাপীয়াঞ্জায়তে তু চ।

বেদাঙ্গছন্দ ঃ ছন্দক ষড়বেদাঙ্গৰ অন্যতম বুলি ধৰা হয়। যিহেতু বেদৰ মন্ত্ৰভাগৰ অৰ্থজ্ঞানৰ বাবে ছন্দাদিৰ জ্ঞান অপৰিহাৰ্য সেয়ে ছন্দোসমেত ছয়বেদাঙ্গৰ অধ্যয়ন বাধ্যতামূলক। 'ব্ৰাহ্মণেন নিষ্কাৰণো ধৰ্ম ঃ ষড়ঙ্গো বেদোঽধ্যেয়ো জ্ঞেয়শ্চ।' দৃশ্যতাঃ কোনো কাৰণ নোহোৱাকৈ ব্ৰাহ্মণে ছয় অঙ্গসহ বেদ অধ্যয়ন কৰা উচিত, তাৰ অৰ্থও জনা উচিত।' শিক্ষা, কল্প, ব্যাকৰণ, নিৰুক্ত, ছন্দ আৰু জ্যোতিষ— এয়ে ছয় বেদাঙ্গ। ইবোৰ বেদৰ অঙ্গৰূপে কিদৰে বিৰাজ কৰিছে সেই বিষয়ে পাণিনীয় শিক্ষাত (৪১-৪২) এইদৰে কোৱা হৈছেঃ

ছন্দঃ পাদৌ তু বেদস্য হস্তৌ কল্পোঽথ পঠ্যতে।

জ্যোতিষময়নং চক্ষুৰ্নিৰুক্তং শ্ৰোত্ৰমুচ্যতে।।

শিক্ষা ঘ্ৰাণং তু বেদস্য মুখং ব্যাকৰণং স্মৃতম্।

তস্মাৎ সাঙ্গমধীত্যৈৱ ব্ৰহ্মলোকে মহীয়তে।।

'ছন্দক বেদৰ দুই পাদ, কল্পক দুই হাত, জ্যোতিষক দুচকু, নিৰুক্তক দুই কাণ, শিক্ষাক বেদৰ নাক আৰু ব্যাকৰণক বেদপুৰুষৰ মুখ বুলি স্মৰণ কৰা হয়। সেয়ে অঙ্গসহ বেদ অধ্যয়ন কৰি অধ্যেতাই ব্ৰহ্মলোক প্ৰাপ্ত হয়।'

বৈদিক আৰু লৌকিক গ্ৰন্থবোৰত এই ষড়ঙ্গৰ উল্লেখ বাৰম্বাৰ চকুত পৰে।

**ছন্দৰ প্ৰাচীনত্ব আৰু পৰম্পৰা :** ছন্দৰ প্ৰাচীনতা বৈদিক মন্ত্ৰভাগৰ সমান। আনহে নেলাগে আনকি ঋগ্বেদৰ পাততে কমেও নবাৰ ছন্দশব্দৰ উল্লেখ হৈছে। তদুপৰি বেদমন্ত্ৰত প্ৰযুক্ত সপ্তছন্দৰ নাম আৰু তাৰ অধিষ্ঠাতৃ দেৱতাসকলৰ নামো ঋগ্বেদত উল্লেখিত হৈছে। ঋগ্বেদত গায়ত্ৰীৰ নাম দুবাৰ, উষ্ণিকৰ দুবাৰ, বৃহতীৰ ৪৮ বাৰ, অনুষ্টুপৰ দুবাৰ, পংক্তিৰ এবাৰ, ত্ৰিষ্টুপৰ পাঁচবাৰ আৰু জগতীৰ নাম তিনিবাৰ উল্লেখিত হৈছে। ঋগ্বেদত (১০।১৩০।৪—৫) যথাক্ৰমে অগ্নিক গায়ত্ৰীৰ, সবিতাক উষ্ণিগৰ, সোমক অনুষ্টুভৰ, বৃহস্পতিক বৃহতীৰ, ইন্দ্ৰক ত্ৰিষ্টুভৰ আৰু বিশ্বদেৱাসকলক জগতী ছন্দৰ অধিষ্ঠাতা দেৱতা বুলি নিৰ্দেশ কৰিছে। বৃহতীৰ অনেক উল্লেখে সম্ভৱতঃ ইয়াৰ প্ৰাচীনত্ব আৰু অধিক প্ৰতিষ্ঠাৰ কথাকে সূচাইছে; ইয়াৰ উল্লেখ সকলো মণ্ডলতে বৰ্তমান।

একেদৰে অথৰ্ববেদতো অনুষ্টুপ তিনিবাৰ, উষ্ণিক সাতবাৰ, গায়ত্ৰী দহবাৰ, জগতী তিনিবাৰ, ত্ৰিষ্টুপ পাঁচবাৰ আৰু বৃহতী ২১ বাৰ উল্লেখিত হৈছে। ই বিলাক উল্লেখে ছন্দৰ প্ৰাচীনত্ব আৰু ঋষিসকলৰ ছন্দোজ্ঞানৰ পৰিচয় আমাক দিয়ে। ইয়াৰ উপৰিও অথৰ্ববেদত এটি মহত্বপূৰ্ণ তথ্য প্ৰকাশ পাইছে। তাৰ এঠাইত (৮।৯।১৯) গায়ত্ৰী, উষ্ণিক্, অনুষ্টুপ, বৃহতী, পংক্তি, ত্ৰিষ্টুপ আৰু জগতী এই সপ্তছন্দৰ অক্ষৰৰ সংখ্যাৰ নিৰ্দেশ কৰি উত্তৰোত্তৰ ছন্দত চাৰিটাকৈ আখৰৰ বৃদ্ধি পোৱা কথা এনেদৰে কৈছে :

'সপ্তছন্দাংসি চতুৰুত্তৰাণ্যন্যোন্যঃ স্মিন্নধ্যৰ্পিতানি।'

ছন্দশাস্ত্ৰৰ উদ্‌গম সম্বন্ধে সঠিককৈ কোৱা টান। এই শাস্ত্ৰৰ প্ৰাচীন আচাৰ্য সকলৰ নাম অৱশ্যে পোৱা যায়। এতিয়ালৈ আমি পিঙ্গলৰ ছন্দসূত্ৰকে উপলব্ধ প্ৰাচীনতম 'ছন্দসূত্ৰ' বুলি জানো। ইয়াৰ অন্যতম ভাষ্যকাৰ যাদৱ প্ৰকাশে (খ্ৰী০ ১১০০) তেওঁৰ ভাষ্যৰ অন্তত ছন্দশাস্ত্ৰৰ পৰম্পৰাজ্ঞাপক তলত দিয়া শ্লোকটি ৰচিছে :

ছন্দোজ্ঞানমিদং ভবাদ্ ভগবতো লেভে গুৰূণাং গুৰু—
তস্মাদ্ দুশ্চ্যৱনস্ততোহসুৰগুৰুৰ্মাণ্ডব্যনামা ততঃ।
মাণ্ডব্যাদপি সৈতৱস্তত ঋষিৰ্যাস্কস্ততঃ পিঙ্গল—
স্তস্যেদং যশসা গুৰোৰ্ভুবি ধৃতং প্ৰাপ্যাস্মদাদ্যৈঃ ক্ৰমাৎ।।

এইদৰে ছন্দৰ আদি প্ৰৱৰ্তক শিৱৰপৰা বৃহস্পতিয়ে, বৃহস্পতিৰপৰা দুশ্চ্যৱন (ইন্দ্ৰই), তেওঁৰপৰা শুক্ৰাচাৰ্যই, শুক্ৰৰপৰা, মাণ্ডব্যই, মাণ্ডব্যৰপৰা সৈতৱই, তেওঁৰপৰা যাস্কই আৰু যাস্কৰপৰা পিঙ্গলে ছন্দঃশাস্ত্ৰ লাভ কৰে। অৱশ্যে অন্য এটি পৰম্পৰা মতে শংকৰ → গুহ → সনৎকুমাৰ → বৃহস্পতি → ইন্দ্ৰ → অনন্ত → পিঙ্গল → এই শাস্ত্ৰৰ ক্ৰমিক ধাৰক। ইয়াৰ ভিতৰত ভগৱান শিৱক সাহিত্য-ব্যাকৰণ আদিৰো প্ৰথম দ্ৰষ্টা বুলি কোৱা হয়। বৃহস্পতি আৰু ইন্দ্ৰও ব্যাকৰণৰ পৰম্পৰাগত গুৰু। যাস্ক নিৰুক্তৰ প্ৰৱক্তা বুলি সুখ্যাত।

**বৈদিক আৰু লৌকিক ছন্দৰ প্ৰভেদ :** বৈদিক মন্ত্ৰৰ ছন্দ আৰু লৌকিক কাব্যৰ

ছন্দৰ মাজত বিশেষ প্ৰভেদ আছে। যদিও বৈদিক ছন্দৰপৰাই লৌকিক ছন্দই বিকাশ লাভ কৰিছে, তথাপি লৌকিক ছন্দই এক সুকীয়া বৈশিষ্ট্যৰে উজ্জ্বল হৈ পৰিছে, যাৰ ফলত লৌকিক কাব্য সুশ্ৰাব্য গুণান্বিত হৈছে। দুয়োবিধ ছন্দৰে পদ্ধতিগত পাৰ্থক্য বৰ্তমান। বৈদিক ছন্দত স্বৰ আছে; স্বৰৰ উচ্চাৰণৰ আৰোহণ অৱৰোহণৰ ওপৰতে বৈদিক ছন্দ নিৰ্ভৰশীল। ইয়াত অক্ষৰৰ গণনাই প্ৰাধান্য লাভ কৰে; কিন্তু অক্ষৰৰ ৰূপ-হ্ৰস্বত্ব বা দীৰ্ঘত্বৰ বিশেষ মহত্ব ইয়াত নাথাকে। লৌকিক ছন্দ বৰ্ণৰ উচ্চাৰণৰ প্ৰকাৰৰ ওপৰত নিৰ্ভৰশীল। বৰ্ণৰ গুৰুলাঘৱ গুণৰ কাৰণেহে ছন্দত সুশ্ৰব্যত্ব গুণ উৎপন্ন হয়। তাকেই গীতত্ব বুলি মানি লৈ লৌকিক ছন্দ গঢ়ি উঠে।

**ছন্দঃশাস্ত্ৰৰ ইতিবৃত্ত**

**পিঙ্গল ঃ** ছন্দঃশাস্ত্ৰৰ ইতিহাস পিঙ্গলৰ ছন্দঃসূত্ৰৰপৰাই আৰম্ভ হোৱা বুলি ক'ব পাৰি। পিঙ্গলৰ দেশ-কাল আৰু বংশ পৰিচয় সম্বন্ধে বিশেষ কথা জনা নাযায়। ঋগ্বেদ সৰ্বানুক্ৰমণীৰ টীকাকাৰ ষড়্‌গুৰুশিষ্যৰ মতে পিঙ্গলাচাৰ্য পাণিনিৰ অনুজ আছিল (সূত্ৰাতে হি ভগৱতা পিঙ্গলেন পাণিন্যনুজেন ইত্যাদি)। সেয়া সত্য হলে পাণিনিৰ দৰে পিঙ্গলকো শালাতুৰৰ অধিবাসী আৰু পাণিনিৰ সমকালীন আচাৰ্য্যৰূপে প্ৰতিপন্ন কৰিব পৰা যাব। ভাৰতীয় পণ্ডিতৰ মতে তেওঁৰ কাল বিক্ৰম পূৰ্ব অষ্টাদশ শতিকা আৰু ইয়ুৰোপীয় পণ্ডিতৰ মতে তেওঁৰ কাল খ্ৰীষ্টপূৰ্ব দ্বিতীয় শতাব্দী হোৱা সম্ভৱ। পতঞ্জলি আৰু শবৰে নিজ নিজ গ্ৰন্থত পিঙ্গলৰ নাম লৈছে। পিঙ্গল পতঞ্জলিত কৈ নিশ্চিতভাৱে আগৰ লোক।

অগ্নিপুৰাণৰ ৩২৮—৩৩৫ অধ্যায়ত পিঙ্গলৰ সূত্ৰানুসৰি ছন্দৰ বৰ্ণনা পোৱা যায়। পুৰাণকাৰে স্বয়ং পিঙ্গলৰ ওচৰত যে ধৰুৱা তাক স্বীকাৰ কৰি কৈছে— 'ছন্দোবক্ষ্যে মূলজৈস্তৈঃ পিঙ্গলোক্তং যথাক্ৰমম্।' বামনপুৰাণে (১৪।১৫) 'সনৎকুমাৰ প্ৰভৃতিৰে পিঙ্গলৰ নাম এনেদৰে লৈছে: সনৎকুমাৰঃ সনকঃ সনন্দনঃ। সনাতনোহপ্যাসুৰি- পিঙ্গলৌ।।' আনকি নাৰদ পুৰাণত পোৱা ছন্দোবিৱৰণো পিঙ্গলৰ শাস্ত্ৰানুসৰি কৃত। পিঙ্গলৰ সূত্ৰৰ দুঠাইত দুটা ভৌগোলিক নামৰ সংকেত পোৱা যায়। তেওঁ দুই বৃত্তৰ নাম ক্ৰমে অপৰান্তিকা (৪।৪১) আৰু বনবাসিকা (৪।৪৩) ৰাখিছে। ইয়াৰদ্বাৰা অপৰান্ত আৰু বনবাস নামে দুঠাইৰ নাৰীক বুজাইছে। এই দুই ভৌগোলিক নামে বৰ্তমান মহাৰাষ্ট্ৰ প্ৰদেশৰ অঞ্চল বিশেষক-(বোম্বেৰ পশ্চিমাঞ্চল) কোঙ্কনক বুজায়। তেনেস্থানৰ প্ৰতি থকা পক্ষপাতিত্বই তেওঁক পশ্চিম উপকূলৰ বুলি বুজায়। আন-হাতে বিষ্ণুশৰ্মাই পঞ্চতন্ত্ৰত কৈছে 'ছন্দোজ্ঞাননিধিং জঘান মকৰো বেলাতটে পিঙ্গলম্ (২।২৬)।' অৰ্থাৎ 'ছন্দোজ্ঞানবাৰিধি পিঙ্গলক সাগৰৰ পাৰত মকৰীয়াই মাৰিছিল।' এনেবোৰ কথাই পিঙ্গলক সমুদ্ৰৰ তীৰবাসী লোক আছিল বুলি ভাবিবলৈ বাধ্য কৰে।

**পিঙ্গলসূত্ৰঃ** পিঙ্গলৰ একমাত্ৰ গ্ৰন্থখনক 'পিঙ্গল ছন্দসূত্ৰম্' বা 'পিঙ্গলছন্দঃশাস্ত্ৰ' বুলি জনা যায়। নামৰপৰাই বুজা যায় যে গ্ৰন্থখন সূত্ৰাত্মক। আঠটা অধ্যায়ত গ্ৰন্থখন বিভক্ত, সেয়ে ইয়াক পিঙ্গল অষ্টাধ্যায়ী বুলিও জনা যায়। আঠটা অধ্যায়ত যথাক্ৰমে সূত্ৰসংখ্যা

এনেদৰে পোৱা যায়— (১) ১৫, (২) ১৬, (৩) ৬৬, (৪) ৫৩, (৫) ৪৪, (৬) ৪৪, (৭) ৩৬, (৮) ৩৪। আঠোটা অধ্যায়ত সৰ্বমুঠ ৩০৮ টা সূত্ৰ আছে। দেখাত গ্ৰন্থখন নিতান্ত ক্ষুদ্ৰ; কিন্তু ই এখন প্ৰামাণিক গ্ৰন্থ। ইয়াৰ প্ৰথম তিনি অধ্যায় (১—৩) আৰু চতুৰ্থ অধ্যায়ৰ সপ্তম সূত্ৰলৈকে বৈদিক ছন্দৰ বিৱৰণ দিয়া হৈছে। চতুৰ্থ অধ্যায়ৰ অষ্টম সূত্ৰৰ ('অত্ৰ লৌকিকম'- ইয়াৰ) পৰা লৌকিক ছন্দৰ বিৱৰণ দিছে। অৰ্থাৎ গ্ৰন্থৰ ৯৭টা সূত্ৰত বৈদিক ছন্দৰ আৰু ২১১ টা সূত্ৰত লৌকিক ছন্দৰ বৰ্ণনা পিঙ্গলে দিছে।

পিঙ্গলে গায়ত্ৰী, উষ্ণিক, অনুষ্টুপ, বৃহতী, পংক্তি, ত্ৰিষ্টুপ আৰু জগতী এই সাত ছন্দৰ প্ৰতিটোৰে আকৌ আৰ্ষী, দেৱী, আসুৰী, প্ৰাজাপত্য, যাজুষী, সাম্নী, আৰ্চী আৰু ব্ৰাহ্মী ভেদে আঠ প্ৰকাৰ ছন্দৰ বৰ্ণনা কৰিছে। তাৰে কোনটো ছন্দত কিমান অক্ষৰ আছে, সি কোন প্ৰকাৰ বিশিষ্টছন্দ তাক তলৰ মণ্ডলটিৰপৰা বুজিব পাৰি।

| ছ | গা° | উ° | অ | বৃ | প | ত্ৰি | জ |
|---|---|---|---|---|---|---|---|
| আৰ্ষী | ২৪ | ২৮ | ৩২ | ৩৬ | ৪০ | ৪৪ | ৪৮ |
| দৈৱী | ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ |
| আসুৰী | ১৫ | ১৪ | ১৩ | ১২ | ১১ | ১০ | ৯ |
| প্ৰাজাপত্য | ৮ | ১২ | ১৬ | ২০ | ২৪ | ২৮ | ৩২ |
| যাজুষী | ৬ | ৭ | ৮ | ৯ | ১০ | ১১ | ১২ |
| সাম্নী | ১২ | ১৪ | ১৬ | ১৮ | ২০ | ২২ | ২৮ |
| আৰ্চী | ১৮ | ২১ | ২৪ | ২৭ | ৩০ | ৩৩ | ৩৬ |
| ব্ৰাহ্মী | ৩৬ | ৪২ | ৪৮ | ৫৪ | ৬০ | ৬৬ | ৭২ |

এইদৰে দেখা যাব যে অষ্টাক্ষৰ ছন্দৰ নাম প্ৰাজাপত্য গায়ত্ৰী, ছয়ক্ষৰা ছন্দৰ নাম যাজুষী গায়ত্ৰী, বেদৰ মন্ত্ৰৰ দ্বাদশাক্ষৰ ছন্দৰ নাম সাম্নী গায়ত্ৰী। অষ্টাদশাক্ষৰ গায়ত্ৰীৰ নাম আৰ্চী গায়ত্ৰী। আকৌ যাজুষী, সাম্নী আৰু আৰ্চী গায়ত্ৰী (৬ + ১২ + ১৮) লগ হৈ ৩৬ অক্ষৰৰ ব্ৰাহ্মী গায়ত্ৰী হৈছে। এনেদৰে গায়ত্ৰীৰ পাছত উষ্ণিক আদি অন্যবোৰ ছন্দ ক্ৰমাগতভাৱে অক্ষৰৰ বৃদ্ধি হৈ প্ৰত্যেকেই সাত সাত প্ৰকাৰ ছন্দৰ ৰূপ লৈছে। ওপৰৰ মণ্ডল চালে তাক বুজাত কঠিন নহ'ব এনেদৰে প্ৰাপ্ত ৫৬ প্ৰকাৰ সমবৃত্তৰ উপৰিও অনেকবিধ অসম, অৰ্ধসম আৰু বিষম বৃত্তি বৰ্ণিত হৈছে।

পিঙ্গলে সপ্তছন্দৰ দেৱতাও ক্ৰমশঃ দিছে, যথা— অগ্নি, সবিতা, সোম, বৃহস্পতি, বৰুণ, ইন্দ্ৰ আৰু বিশ্বেদেৱাসকল গায়ত্ৰী, উষ্ণিক, অনুষ্টুপ, বৃহতী, পংক্তি, ত্ৰিষ্টুপ আৰু

জগতীৰ দেৱতা। সেইদৰে একাদিক্ৰমে ইবোৰৰ স্বৰ নিৰ্দেশো কৰিছেঃ ষড়জ, ঋষভ, গান্ধাৰ, মধ্যম, পঞ্চম, ধৈৱত, আৰু নিষাদ। একেদৰে ইবোৰৰ সপ্তবৰ্ণৰ কথাও কৈছেঃ 'সিতাসাৰঙ্গপিশঙ্গ কৃষ্ণনীললোহিত গৌৰা বৰ্ণাঃ' (৩ ।৬৫)। আকৌ সপ্তছন্দৰ গোত্ৰ যথাক্ৰমে বৰ্ণিত হৈছেঃ 'আগ্নিবেশ্যকাশ্যপ- গৌতমাঙ্গিৰভাৰ্গৱকৌশিক বাশিষ্ঠানি গোত্ৰাণি ইতি।'

লৌকিক ছন্দ দুইবিধ বুলি কোৱা হৈছে— মাত্ৰাবৃত্ত আৰু বৰ্ণবৃত্ত। সমবৃত্ত,অৰ্ধসমবৃত্ত আৰু বিষয়বৃত্ত এই তিনি প্ৰকাৰত বৰ্ণবৃত্ত বিভক্ত। পিঙ্গলে চতুৰ্থ অধ্যায়ত মাত্ৰাবৃত্তৰ ক্ৰমিক বিৱৰণ দিছে। শেষ অধ্যায়ত তেওঁ ছন্দৰ প্ৰস্তাৰ আদি ভেদ ( ষট্ প্ৰত্যয়সমূহ প্ৰতিপাদন কৰিছে। এনেদৰে পিঙ্গলে অতি কম পৰিসৰতে থুলমূলভাৱে ছন্দসমূহৰ বিষয়ে সকলো জ্ঞাতব্য বিষয় সামৰিছে।

**টীকাকাৰ ঃ** একাধিক টীকাকাৰে পিঙ্গলৰ ছন্দঃসূত্ৰৰ ওপৰত একাধিক টীকা ৰচনা কৰি গৈছে। সিসকলৰ ভিতৰত **হলায়ুধকৃত মৃতসঞ্জীৱনী** নামে বৃত্তি অতি জনপ্ৰিয়। পতঞ্জলিৰ মহাভাষ্যই যিদৰে পাণিনিৰ অষ্টাধ্যায়ী সহজবোধ্য কৰিছে একেদৰে হলায়ুধৰ বৃত্তিও পিঙ্গলৰ সূত্ৰ বোধগম্য কৰিছে। এই টীকা ৰাষ্ট্ৰকুট নৃপতি খুভিগদেৱৰ ৰাজত্বকালত ১০ ম শতিকাত ৰচিত হয়।

দশম শতিকাৰ অন্তিমচৰণত যাদৱ প্ৰকাশে 'পিঙ্গলনাগছন্দোবিচিতি ভাষ্য' নামক এটি ভাষ্য ৰচনা কৰে। যাদৱ-প্ৰকাশে পিঙ্গলৰ সূত্ৰৰ বৈদিকভাগৰ ওপৰত বৰ সূক্ষ্মবিচাৰ বিবেচনা কৰিছে।

পিঙ্গলসূত্ৰৰ তৃতীয় টীকাকাৰ ভাস্কৰ ৰায়। তেওঁ ছন্দঃশাস্ত্ৰৰ ওপৰত চাৰিখন মূল্যবান গ্ৰন্থ ৰচনা কৰিছে। কালানুসৰি গ্ৰন্থবোৰৰ ৰচনাক্ৰমে এনে — (১) **'ছন্দঃকৌস্তুভ'** (ৰচনাকাল ১৬৯৭ খ্ৰীঃ), (২) বৃত্তৰত্নাকৰৰ **'মৃতসঞ্জীৱনী'** ব্যাখ্যা (১৭০০ খ্ৰীঃ), (৩) **বৃত্তচন্দ্ৰোদয়** (১৭৩০) আৰু (৪) **পিঙ্গল সূত্ৰভাষ্যৰাজ** (১৭৩৭ খ্ৰীঃ)।

**ভৰত ঃ** নাট্যাচাৰ্য ভৰতে তেওঁৰ **নাট্যশাস্ত্ৰৰ** দুটা অধ্যায়ত ছন্দ নিৰূপণ কৰিছে। কাশী সংস্কৰণৰ পঞ্চদশ আৰু ষোড়শ অধ্যায়ত ভৰতে ছন্দৰ ওপৰত সুন্দৰ আলোচনা আগবঢ়াইছে। ১৫ শ অধ্যায়ত বৃত্তৰ সাধাৰণ বিচাৰ-বিবেচনা কৰি ১৬ শ অধ্যায়ত বৃত্তৰ লক্ষণ আৰু উদাহৰণ দিছে। তেওঁ আঠটা গণেৰেও সুপৰিচিত আছিল। তেওঁ ছন্দৰ লক্ষণ দিওঁতে লঘু-গুৰু পদ্ধতিৰ আশ্ৰয় লৈছে।

**বৰাহমিহিৰ ঃ** জ্যোতিৰ্বিদ বৰাহমিহিৰৰ 'বৃহৎসংহিতা' অনেক বিদ্যাৰ বিশ্বকোষ। ইয়াৰ মুখ্য বিষয় জ্যোতিশাস্ত্ৰ যদিও ইয়াৰ মাজত ছন্দঃশাস্ত্ৰৰ বিষয়েও তথ্য আছে। বিশেষকৈ ইয়াৰ ১০৩ য় অধ্যায়টো নানান ছন্দত বৰ্ণিত হৈছে আৰু মুদ্ৰালংকাৰৰ সহায়ত গ্ৰন্থকাৰে বৃত্তৰ নিৰ্দেশ কৰিছে। ৬ষ্ঠ শতিকাত বৰাহমিহিৰে কি ছন্দঃশাস্ত্ৰৰ সহায়ত এনেবোৰ নিৰ্দেশ কৰিছে তাক জনা নাযায়। ভট্টোৎপলে এই অধ্যায়ৰ বৃত্তি লিখোঁতে মূল কাৰিকাৰ উদ্ধৃতিৰে লক্ষণবোৰ দিছে। কিন্তু উদ্ধৃতিৰ উৎস দিয়া নাই। ভট্টোৎপলৰ কাল ৯ ম শতিকা। ভট্টোৎপলৰ ব্যাখ্যাত প্ৰায় ৬০ টা মাত্ৰাবৃত্ত আৰু বৰ্ণবৃত্তৰ লক্ষণ নিৰ্দিষ্ট হৈছে।

**জানাশ্রয়ী ছন্দোবিচিতি ঃ** পিঙ্গলৰ পৰম্পৰাত উক্ত নামৰ গ্ৰন্থবিশেষ পোৱা যায়। ইয়াৰ সূত্ৰৰ ওপৰত সুবোধ বৃত্তি এটিও আছে। সূত্ৰকাৰ আৰু বৃত্তিকাৰ দুজন পৃথক ব্যক্তি বুলি গণ্য কৰা হয়। বলদেৱ উপাধ্যায় জানাশ্রয় ছন্দোবিচিতিৰ ৰচক জনাশ্রয় উপাধিকাৰী এজন ৰজা বুলি কৈছে। তেওঁৰ প্ৰকৃত নাম মাধববৰ্মা। খৃং ৫৮০-৬২০ খৃষ্টাব্দৰ মাজত তেওঁ কৃষ্ণা-গোদাবৰী জিলাত বিষ্ণুকুণ্ডি বংশীয় ৰজাৰূপে ৰাজত্ব কৰিছিল। গ্ৰন্থৰ প্ৰথম বৃত্তিকাৰ সেই ৰজাৰে আশ্রিত পণ্ডিত গণস্বামী বুলি জনা যায়। গ্ৰন্থৰ সময় ৬০০ খৃং। জানাশ্রয়ী ছন্দোবিচিতি ছটা অধ্যায়ত বিভক্ত। প্ৰথম অধ্যায়ত ছন্দবিষয়ক পাৰিভাষিক সংজ্ঞা, দ্বিতীয় অধ্যায়ত বিষমবৃত্তৰ, তৃতীয় অধ্যায়ত অৰ্ধসমবৃত্তৰ, চতুৰ্থ অধ্যায়ত সমবৃত্তৰ আৰু পঞ্চম অধ্যায়ত বৈতালীয় মাত্ৰাসমক আৰ্যা নামে ত্ৰিবিধ জাতি ছন্দৰ বিৱৰণ দিছে। ষষ্ঠ অধ্যায় প্ৰস্তাৰ বিষয়ক বৰ্ণনাপূৰ্ণ। এই গ্ৰন্থ পিঙ্গলৰ পৰাম্পৰানুযায়ী হ'লেও পিঙ্গলৰ তিনিবৰ্ণৰ ৮ গণৰ সলনি জনাশ্রয়ে ১৮ গণ স্বীকাৰ কৰিছে আৰু বৈদিক ছন্দ পৰিহাৰ কৰি কেৱল লৌকিক ছন্দৰ বিৱৰণ দিছে।

**জয়দেৱ ঃ** জয়দেৱ সম্ভৱতঃ জনাশ্রয়ৰ প্ৰায় সমকালীন অথবা অলপ পিছৰ ছন্দঃশাস্ত্ৰকাৰ। তেওঁ ৰচনা কৰা গ্ৰন্থখন **'জয়দেৱছন্দ'** নামে জনা যায়। হলায়ুধে তেওঁৰ বৃত্তিত জয়দেৱৰ মত খণ্ডন কৰিছে। সম্ভৱত ঃ তেওঁ জৈন মতাবলম্বী আছিল।

পিঙ্গলৰ গ্ৰন্থ জয়দেৱৰ আদৰ্শস্বৰূপ আছিল। তেওঁৰ গ্ৰন্থ আঠ অধ্যায়ত বিভক্ত। তাৰে প্ৰথম তিনি অধ্যায়ত বৈদিক ছন্দৰ বৰ্ণনা সূত্ৰ পদ্ধতিৰে দিছে। বাকী পাঁচ অধ্যায়ত লৌকিক ছন্দৰ বিৱৰণ জয়দেৱে বৃত্তশৈলীতহে দিছে। বিশেষ একোটি বৃত্তৰ লক্ষণ সেই ...ীয় বৃত্ততেই ৰচিছে, যাতে অন্য উদাহৰণ নিদিলেও হয়। পিছৰ শাস্ত্ৰকাৰসকলৰ বাবে ই আদৰ্শ হৈ পৰে।

মুকুলভট্টৰ পুত্ৰ হৰ্ষটে ইয়াৰ ওপৰত টীকা ৰচনা কৰে। টীকাৰ পাণ্ডুলিপি ৰচনাৰ কাল খৃং ১১২৪ চন। হৰ্ষটৰ কাল দশম শতিকাৰ পূৰ্বাৰ্ধ বুলি কোৱা হয়।

**জয়কীৰ্তি ঃ** জয়কীৰ্তি আছিল কন্নড়দেশৰ জৈন। তেওঁৰ দ্বাৰা ৰচিত 'ছন্দোঽনুশাসন'ৰ সপ্তম অধিকাৰত ৰচকে কানাড়ী ভাষাৰ ছন্দৰ বিৱৰণ দিছে। গ্ৰন্থৰ মঙ্গলাচৰণত ৰচকে জৈন তীৰ্থঙ্কৰ বৰ্ধমানলৈ বন্দনা কৰিছে। গ্ৰন্থৰ ৰচনকাল ১০০০ খৃষ্টাব্দৰ ওচৰ হ'ব।

'ছন্দোঽনুশাসন'ৰ গ্ৰন্থকাৰে মাথোন লৌকিক ছন্দহে বিৱৰণ দিছে, বৈদিক ছন্দ বৰ্ণোৱা নাই। গ্ৰন্থখন আৰ্যা অনুষ্টুপ ছন্দতে ৰচিত। বৰ্ণনীয় ছন্দৰ লক্ষণ সেই একেটা ছন্দতে গ্ৰথিত হৈছে। গ্ৰন্থৰ শেষৰ শ্লোকত শাস্ত্ৰ পৰাম্পৰাৰ উল্লেখ মন কৰিবলগীয়া। অন্য এক শ্লোকত উল্লেখ কৰা প্ৰথম পাঁচজনক যতি বাঞ্ছা কৰোঁতা আৰু অন্য পাঁচজনক যতি বাঞ্ছা নকৰা মুনি বোলা হৈছে ঃ

বাঞ্ছন্তি যতিং পিঙ্গল বসিষ্ঠকৌণ্ডিন্যকপিলকম্বলমুনয়ঃ।
নেচ্ছন্তি ভৰত-কোহল-মাণ্ডব্যাশ্বতৰ-সৈতবাদ্যাঃ কেচিৎ।। ছ.অ.
১।১৩

**ৰত্নমঞ্জুষা ঃ** সংস্কৃত ছন্দঃশাস্ত্ৰৰ ইতিহাসত 'ৰত্নমঞ্জুষা' নামে এখন চমু অথচ প্ৰসিদ্ধ গ্ৰন্থ পোৱা যায়। গ্ৰন্থৰ ৰচক কোন জনা নাযায়। তেনেদৰে অজ্ঞাত নামৰ কোনোবাই ৰচা এটি ভাষ্যও ইয়াৰ সৈতে পোৱা যায়। বিষয় প্ৰতিপাদন আদিত পিঙ্গলৰ স্পষ্টপ্ৰভাৱ এই গ্ৰন্থৰ ওপৰত পৰাটো লক্ষণীয় কথা। তথাপি গ্ৰন্থখনে স্বকীয় মৌলিকতা ৰক্ষা নকৰা নহয়। অজ্ঞাতনামা ভাষ্যকাৰজন জৈন মুনি প্ৰতিপন্ন হৈছে। তেওঁ মঙ্গলাচৰণত মহাবীৰক স্তুতি কৰাৰ উপৰিও উদাহৰণৰ মাজত জিনস্তুতি কৰিছে।

পিঙ্গলৰ সূত্ৰৰ দৰে মঞ্জুষাও অষ্টাধ্যায়ী। কিন্তু ইয়াত বৈদিক ছন্দৰ বিৱৰণ নাই। পিঙ্গলৰ দৰে বৰ্ণবৃত্তৰ ছন্দোবোধৰ বাবে প্ৰযুক্ত ত্ৰিকগণ মঞ্জুষাতো আছে, কিন্তু 'য ৰ ত ভ জ স ম ন' এইবোৰ চিহ্নৰ ঠাইত অন্য চিহ্ন ব্যৱহৃত হৈছে। পিঙ্গলৰ 'ম'ৰ ঠাইত মঞ্জুষাত 'ক' বা 'আ', 'ন'ৰ ঠাইত ইয়াত 'হ' বা 'ই' ব্যৱহাৰ কৰা হৈছে। পিঙ্গলৰ দৰে মঞ্জুষাতো চতুৰ্মাত্ৰা বৰ্গৰ উল্লেখ আছে। চতুৰ্মাত্ৰা বৰ্গ লঘু আৰু দীৰ্ঘ বৰ্ণৰ বিভিন্ন প্ৰয়োগৰ আধাৰত পাঁচ প্ৰকাৰ। গ্ৰন্থকাৰে ৮৪টা বৰ্ণবৃত্তৰ লক্ষণ-নিৰ্দেশ কৰিছে। ইয়াৰে ২১টা বৃত্ত নতুন। আঠ অধ্যায়ও যথাক্ৰমে ২৬,২৮, ২৮, ২০, ৩৭, ৩৮, ৩৪ আৰু ১৯টা সূত্ৰৰ সংখ্যা দেখা যায়। সম্পূৰ্ণ সূত্ৰ সংখ্যা ২৩০। গ্ৰন্থ ৰচনাৰ কাল প্ৰায় একাদশ শতিকা।

**কেদাৰভট্ট ঃ** মধ্যযুগৰ ছন্দঃশাস্ত্ৰকাৰসকলৰ ভিতৰত কেদাৰভট্ট সবাতোকৈ জনপ্ৰিয় লেখক। তেওঁৰ 'বৃত্তৰত্নাকৰ' নাতিদীৰ্ঘ-নাতিস্বল্প মধ্যমীয়া উপযোগী গ্ৰন্থ। সংস্কৃত কবিসকলে প্ৰয়োগ কৰা অনেক ছন্দৰ উদাহৰণ ইয়াত আছে আৰু ই মল্লিনাথ প্ৰভৃতি টীকাসকলৰ মাজতো জনপ্ৰিয়। ছটা অধ্যায়ত সমাপ্ত গ্ৰন্থখনত মাত্ৰ ১৩৬টা শ্লোকহে আছে। তাৰে প্ৰথম অধ্যায়ত ছন্দোবিষয়ক শাস্ত্ৰীয় সংজ্ঞাৰ নিৰ্দেশ দিয়া হৈছে। দ্বিতীয় অধ্যায়ত আৰ্যা, গীতি, বৈতালীয়, বক্ৰ আৰু মাত্ৰাসমকৰ ভিতৰবামাত্ৰিক ছন্দক নিৰূপণ কৰা হৈছে। তৃতীয় অধ্যায়ত সমবৃত্ত ছন্দৰ বিৱৰণ দিয়া আছে। ইয়াৰপৰা উৎকৃতি জাতি আৰু দণ্ডকলৈকে বৰ্ণিত হৈছে। চতুৰ্থ অধ্যায়ত অৰ্ধসমক বৃত্তৰ বিৱৰণ আৰু পঞ্চম অধ্যায়ত বিষম বৃত্তৰ বৰ্ণনা দিয়া হৈছে। ষষ্ঠ অধ্যায়ত প্ৰস্তাৰৰ, নষ্ট, উদ্দিষ্ট আদি প্ৰত্যয়ৰ প্ৰতিপাদন কৰা হৈছে। বৃত্তৰত্নাকৰতো ছন্দৰ লক্ষণ গণৰদ্বাৰা দিয়া হৈছে। ছন্দৰ বৃত্তসমূহৰ লক্ষণ আৰু উদাহৰণ একেটা শ্লোকেৰেই দিয়া হৈছে, ফলত গ্ৰন্থ চমু হৈছে।

তেওঁৰ গ্ৰন্থৰ শেষত সংকেত দি কৈছে যে তেওঁৰ জন্ম কশ্যপ বংশত আৰু পিতৃৰ নাম পব্বক। বৃত্তৰত্নাকৰৰ সৰ্বপ্ৰাচীন টীকাকাৰ ত্ৰিবিক্ৰমৰ কাল ১১ শ শতিকাৰ উত্তৰাৰ্ধ। সেয়ে বৃত্তৰত্নাকৰ একাদশ শতিকাৰ আগতে ৰচিত হ'ব লাগিব। তদুপৰি কেদাৰভট্ট হেমচন্দ্ৰতো পূৰ্ববৰ্তী, কাৰণ তেওঁ বৃত্তৰত্নাকৰৰ দুটা পংক্তিৰ ওপৰত নিজৰ বিচাৰ আগবঢ়াইছে। সেয়ে বৃত্তৰত্নাকৰৰ ৰচনাকাল খৃঃ ১০০০ অব্দৰ পূৰ্বত হোৱা সম্ভৱ।

**টীকাসমূহ ঃ** বৃত্তৰত্নাকৰৰ ওপৰত ৰচিত অনেক টীকাৰ পৰা গ্ৰন্থখনৰ জনপ্ৰিয়তা বুজিব পাৰি। (১) একাদশ শতিকাৰ উত্তৰাৰ্ধত ত্ৰিবিক্ৰমে প্ৰথম টীকাটো ৰচনা কৰে। (২)

বৃত্তৰত্নাকৰৰ দ্বিতীয় টীকাৰ ৰচক কৃষ্ণাত্ৰেয় গোত্ৰীয় দাক্ষিণাত্যবাসী সুলহন। বৃত্তিৰ ৰচনাকাল ১১৮৯ খৃ০। (৩) উক্ত গ্ৰন্থৰ তৃতীয়টো টীকা ১২৭২ খৃষ্টাব্দত সোমচন্দ্ৰ গণিয়ে ৰচনা কৰে। সুলহন আৰু গণি জৈন মতাবলম্বী। (৪) ৰামচন্দ্ৰ বিবুধে চতুৰ্থ টীকা ৰচনা কৰে। তেওঁ ১৪৫৫ খৃষ্টাব্দত উক্ত টীকা লিখে। (৫) পঞ্চম টীকাৰ ৰচকৰ সময় সুন্দৰগণি (১৬৩৭)। (৬) [illegible] পাছত নাৰায়ণ ভট্ট (১৬৮০ খৃ০) (৭) ভাস্কৰ (১৬৭৫), (৮) জনাৰ্দন (ভাবাৰ্থ দীপিকা, ১৭৮৯ খৃ০), (৯) সদাশিৱ, (১০) শ্ৰীকণ্ঠ, (১১) বিশ্বনাথ, (১২) কৃষ্ণসাৰ (বৃত্ত প্ৰকাশিকা), (১৩) কৰুণাকৰ দাস (কৱিচিন্তামণি টীকা), (১৪) দিবাকৰ (বৃত্তৰত্নাকৰাদৰ্শ, ১৬৮৪ খৃ০) বিভিন্ন টীকা ৰচনা কৰে।

ক্ষেমেন্দ্ৰ ঃ ভাৰতবৰ্ষত জন্মগ্ৰহণ কৰা বহুমুখী প্ৰতিভাশীল কবিৰ ভিতৰত ক্ষেমেন্দ্ৰ অন্যতম। তেওঁ বিভিন্ন বিষয়ক ভালেমান গ্ৰন্থ ৰচনা কৰি গৈছে। তাৰ ভিতৰত ছন্দোবিষয়ক 'সুবৃত্ততিলক' অন্যতম। দেখাত সৰু হ'লেও ই এখন মহত্বপূৰ্ণ গ্ৰন্থ। গ্ৰন্থখন তিনিটা বিন্যাস নামে অধ্যায়ত বিভক্ত। ইয়াৰে প্ৰথম বিন্যাসত ৩৮ শ্লোক, দ্বিতীয় বিন্যাসত ৪৬ আৰু তৃতীয় বিন্যাসত ৪০ শ্লোক আছে। মুঠ শ্লোক সংখ্যা ১২৪। প্ৰথম বিন্যাসত ছন্দৰ লক্ষণ আৰু উদাহৰণ নিজস্ব শ্লোকত দিছে। দ্বিতীয় বিন্যাসত অন্য কবিৰ ছন্দ প্ৰয়োগত দেখা পোৱা গুণাগুণৰ বিচাৰ কৰিছে। তৃতীয় বিন্যাসত ৰস আৰু বৰ্ণনীয় বিষয়ৰসৈতে ছন্দৰ উপযুক্ত সম্বন্ধ কিদৰে হয় তাৰে চৰ্চা কৰা হৈছে। তেওঁৰ মতে ছন্দৰ নিজা বৈশিষ্ট্য আৰু ঔচিত্য আছে। কবি ক্ষেমেন্দ্ৰই ব্যক্তিগত অভিজ্ঞতাৰ ফলত এই গ্ৰন্থ ৰচিছে। ক্ষেমেন্দ্ৰৰ মতে কাব্যত ৰস আৰু বৰ্ণনীয় বিষয় অনুসৰি বৃত্তৰ বিনিয়োগ হ'ব লাগে ঃ

কাব্যে ৰসানুসাৰেণ বৰ্ণনানুগুণেন চ।
কুৰ্বন্তি সৰ্ববৃত্তানাং বিনিয়োগং বিভাগবিৎ।। (সু০ ৩।৬)

ইয়াৰ উদাহৰণস্বৰূপে তেওঁ কৈছে যে বাৰিষা আৰু প্ৰবাস বৰ্ণাবলৈ মন্দাক্ৰান্তা ছন্দই উপযুক্ত (প্ৰাবৃট্ প্ৰবাস কথনে মন্দাক্ৰান্তা বিৰাজতে)।

ক্ষেমেন্দ্ৰই বিশিষ্ট কবিকেইজনমানৰ বিশিষ্ট আৰু প্ৰিয় ছন্দৰ বিষয়েও উল্লেখ কৰিছে। তেওঁৰ মতে পাণিনিৰ প্ৰিয়বৃত্ত উপজাতি, ভাৰবিৰ শ্ৰেষ্ঠ আৰু প্ৰিয় বৃত্ত বংশস্থ, শ্ৰীহৰ্ষবৰ্ধনৰ প্ৰিয়বৃত্ত বসন্ততিলক, ভৱভূতিৰ প্ৰিয় আৰু সুপ্ৰযুক্ত বৃত্ত শিখৰিণী, কালিদাসৰ হাতত মন্দাক্ৰান্তাৰ ৰূপ চৰিছে, আৰু ৰাজশেখৰৰ হাতত শাৰ্দূলবিক্ৰীড়িতই শ্ৰেষ্ঠত্ব লাভ কৰিছে। গ্ৰন্থৰ ৰচনাকাল একাদশ শতিকাৰ মাজভাগ।

শ্ৰুতবোধ ঃ কালিদাসৰ নামেৰেসৈতে শ্ৰুতবোধ বিজড়িত। এনেকুৱা অনেক অৰ্বাচীন গ্ৰন্থ মহাকবিৰ নামত প্ৰচলিত আছে। ছন্দোজ্ঞানৰ প্ৰাথমিক অনুশীলনৰ বাবে শ্ৰুতবোধৰ খ্যাতি আছে। সম্পূৰ্ণ গ্ৰন্থখনত মাত্ৰ ৪৪ টা শ্লোক আছে। প্ৰথম মঙ্গলাচৰণ শ্লোকটোৰ বাহিৰে বাকী ৪৩ টা শ্লোকত বৃত্তবিষয়ৰ বৰ্ণনা আছে। আৰ্যা, গীতি, উপগীতি— প্ৰভৃতি মাত্ৰাছন্দৰ লক্ষণ কোৱাৰ পাছত বৃত্তছন্দ বৰ্ণিত হৈছে, ৩৭ টা বৃত্তকে ধৰি মুঠ ৪০ টা ছন্দৰ

বিৱৰণ ইয়াত পোৱা যায়। এই গ্ৰন্থখন ৰচনাৰ কাল নিৰূপিত হোৱা নাই।

**হেমচন্দ্ৰ ঃ** অন্যতম বহুমুখী প্ৰতিভাসম্পন্ন ভাৰতীয় গ্ৰন্থকাৰ হেমচন্দ্ৰ ১০৮৮-১১৭২ খৃষ্টাব্দৰ মাজত জীৱিত আছিল। তেওঁ অন্য বহুগ্ৰন্থৰ লগতে ছন্দঃশাস্ত্ৰবিষয়ক 'ছন্দোঽনুশাসন' ৰচনা কৰিছে। গ্ৰন্থখন অষ্টাধ্যায়ী আৰু পিঙ্গলৰ পৰম্পৰানুযায়ী ৰচিত। ইয়াত সংস্কৃত, প্ৰাকৃত আৰু অপভ্ৰংশ ছন্দৰ লক্ষণ বৰ্ণনা কৰা হৈছে। প্ৰথম অধ্যায়ৰ (১৭টা সূত্ৰত) সংজ্ঞা নিৰূপণ কৰিছে। দ্বিতীয় অধ্যায়ৰ (৪০১টা সূত্ৰত) সমবৃত্তৰ বিৱৰণ দিছে। তৃতীয় অধ্যায়ৰ (৭৩ সূত্ৰত) অৰ্ধসমবিষম-বৈতালীয়-মাত্ৰাসমক আদিৰ লক্ষণ দিছে। চতুৰ্থ অধ্যায়ৰ (৯১ সূত্ৰত আৰ্যা-গণিতক-খঞ্জক-শীৰ্ষকৰ লক্ষণ কৰ্টাহিছে, পঞ্চম-ষষ্ঠ আৰু সপ্তম অধ্যায়ৰ ৪২+ ৩২+ ৭৩ = ১৪৭ সূত্ৰত অপভ্ৰংশ ছন্দৰ বিৱৰণ দিছে। অষ্টম অধ্যায়ৰ (১৭সূত্ৰত) প্ৰস্তাৱ আদি ষট্ প্ৰত্যয়ৰ বিৱৰণ আছে। দ্বিতীয়ত হেমচন্দ্ৰই ৪০১ প্ৰকাৰৰ সমবৃত্তৰ লক্ষণ দিছে। হেমচন্দ্ৰৰ গ্ৰন্থ সংস্কৃত বৃত্তৰ বৰ্ণনাতকৈ প্ৰাকৃত-অপভ্ৰংশৰ বৃত্তসমূহৰ বৰ্ণনাৰ বাবেহে অধিক জনাজাত। হেমচন্দ্ৰই এনেদৰে একেধাৰে 'হৈমসিদ্ধানুশাসন, কাব্যানুশাসন আৰু ছন্দোঽনুশাসনেৰে ব্যাকৰণ, অলংকাৰ আৰু ছন্দঃশাস্ত্ৰলৈ মূল্যবান অৰিহণা যোগাইছে।

**দামোদৰ মিশ্ৰ ঃ** এইজন দামোদৰ আছিল দীৰ্ঘঘোষকুলত ওপজা মৈথিলী ব্ৰাহ্মণ। এওঁ মিথিলাৰ ৰজা কীৰ্তিসিংহৰ সভাকবি আৰু কবি বিদ্যাপতিৰ সমকালীন আছিল (উপাধ্যায়, সংস্কৃত শাস্ত্ৰো কা ইতিহাস, পৃ০ ৩০৫-৬)। দামোদৰ মিশ্ৰই 'বাণীভূষণ' নামে ছন্দোবিষয়ক গ্ৰন্থ এখন ৰচনা কৰে। গ্ৰন্থখনত দুটা পৰিচ্ছেদ আছে। প্ৰথম পৰিচ্ছেদত গণসংজ্ঞা, গণদেৱতা, হ্ৰস্ব-দীৰ্ঘত্বৰ নিয়ম আৰু পৰম্পৰাগত ছন্দৰ দুভাগৰ কথা কৈছে। লগতে মাত্ৰাছন্দও বিবৃত হৈছে। দ্বিতীয় পৰিচ্ছেদত প্ৰায় এশ সমবৃত্ত আৰু বিষম বৃত্তৰ লক্ষণ দিছে। গ্ৰন্থ ৰচনাৰ কাল পঞ্চদশ খৃষ্ট শতিকা।

**গঙ্গাদাস ঃ** গঙ্গাদাস উৰিষ্যাৰ অধিবাসী আছিল বুলি খ্যাতি আছে। তেওঁৰ অৱস্থান কাল খৃ০ পঞ্চদশ বা ষোড়শ শতিকা বুলি কোৱা হয়। ছন্দোমঞ্জৰীৰ বিষয়ে 'বৃত্ত ৰত্নাকৰাদৰ্শ' নামে ব্যাখ্যাত উল্লেখ আছে। উক্ত ব্যাখ্যা ১৬৮৪ চনত ৰচিত। ৰূপগোস্বামীয়েও (খৃ০ ১৪৯০-১৫৬৩) 'উজ্জ্বল নীলমণি'ত ছন্দোমঞ্জৰীৰ উল্লেখ কৰিছে। সেয়ে উপাধ্যায়ে (উক্তগ্ৰন্থ, খৃ০ ৩০৭) তেওঁৰ কাল ১৩০০-১৫০০ খৃষ্টাব্দৰ মাজত বুলি কয়।

গঙ্গাদাসে 'ছন্দোমঞ্জৰী'ৰ আদিতে নিজকে বৈদ্যবংশজ, গোপালদাসাত্মজ আৰু সন্তোষাগৰ্ভজ বুলি পৰিচয় দিছে। তেওঁৰ অভীষ্টদেৱতা শ্ৰীকৃষ্ণ।

গঙ্গাদাসে বালবোধনাৰ্থে 'ছন্দোমঞ্জৰী' ৰচনা কৰে। গ্ৰন্থখন ছটা 'স্তবক'ত বিভক্ত। প্ৰথম স্তবকত (মুখবন্ধত) বৰ্ণৰ 'গুৰু' আৰু 'লঘু' ভেদ, ক'ত কেনেকৈ 'লঘু' বৰ্ণ গুৰুত পৰিণত হয় তাৰ বৰ্ণনা দিছে। দ্বিতীয় স্তবকটো মূলগ্ৰন্থৰ তিনি চতুৰ্থাংশৰ সমান ১২/১১। এই স্তবকটোত ২৩৬টি সমবৃত্তৰ লক্ষণ বৰ্ণিত হৈছে। তৃতীয় স্তবক ১৫টি অৰ্ধসমবৃত্ত, চতুৰ্থ

স্তবকত ৭ বিধ বিষম বৃত্ত আৰু পঞ্চম স্তবকত মাত্ৰাবৃত্তৰ লক্ষণ কথিত হৈছে। আৰ্যা, গীতি, উপগীতি, বৈতালীয় মাত্ৰাবৃত্তৰ বিষয়ে ইয়াত কোৱা হৈছে। আৰ্যাৰ অনেক ভেদো বৰ্ণিত হৈছে। অন্তিম স্তবকটো অনন্য সাধাৰণ। ইয়াক গদ্যপ্ৰকৰণ বোলা হৈছে। ইয়াত গঙ্গাদাসে গদ্যৰ লক্ষণ দি তাৰে ভেদ ত্ৰিবিধ বুলি কৈছে ঃ

অপাদঃ পদসন্তানো গদ্যং তত্তু ত্ৰিধা মতম্।
চূৰ্ণকোৎকলিকাপ্ৰায়বৃত্তগন্ধিপ্ৰভেদতঃ।।

ছ০ ৬।২

অৰ্থাৎ পাদহীন পদসমষ্টি গদ্য নামে জনা যায়। সেয়া তিনিবিধ — চূৰ্ণক, উৎকলিকা প্ৰায় আৰু বৃত্তগন্ধি। গঙ্গাদাসে তিনিও বিধ গদ্যৰ লক্ষণ আৰু উদাহৰণ দিছে।

অন্তিম শ্লোকত (৬।৬) গঙ্গাদাসে তেওঁৰ স্বৰচিত অন্য তিনিখন গ্ৰন্থৰ নামোল্লেখ কৰিছে। যথা — (১) ষোড়শ সৰ্গবিশিষ্ট **অচ্যুতচৰিত মহাকাব্য, (২) কংসাৰিশতক** আৰু (৩) **দিনেশ শতক।**

**ভট্টচন্দ্ৰশেখৰ ঃ** ১৬২০ খৃষ্টাব্দত কবিশেখৰ ভট্টচন্দ্ৰশেখৰে 'বৃত্তমৌক্তিক' নামে এক প্ৰৌঢ় পাণ্ডিত্যপূৰ্ণ গ্ৰন্থ ৰচনা কৰে। চন্দ্ৰশেখৰ ভট্টৰ অকাল মৃত্যুৰ বাবে গ্ৰন্থখন অপূৰ্ণ হৈ থাকে। পাছত তেওঁৰ পিতৃ লক্ষ্মীনাথ ভট্টই গ্ৰন্থখন সম্পূৰ্ণ কৰে। 'বৃত্তমৌক্তিক' দুখণ্ডত বিভক্ত। প্ৰথম খণ্ডত হিন্দীছন্দৰ বিবৰণেও প্ৰবেশ কৰিছে।

**কৃষ্ণভট্ট ঃ** তৈলঙ্গবংশজ কবি কলানিধি দেবৰ্ষি কৃষ্ণ ভট্টই ১৭৮৮-১৭৯৯ সম্বতৰ মাজত (অৰ্থাৎ ১৭৩২-১৭৪৩ খৃষ্টাব্দৰ মাজত) 'বৃত্তমুক্তাৱলী' ৰচনা কৰে। ইয়াত তিনিটা গুম্ফ আছে — (১) বৈদিকছন্দ, (২) মাত্ৰিকা ছন্দ আৰু (৩) বৰ্ণিক ছন্দ। গ্ৰন্থখনৰ পৰিসৰ চমু যদিও ইয়াত আকৌ পিঙ্গলৰ পৰম্পৰানুসৰি বৈদিকছন্দৰ চৰ্চা হোৱাটো তাৎপৰ্যপূৰ্ণ কথা।

ইয়াৰ মাজত বা পাছতো আৰু অনেক ছন্দোবিষয়ক গ্ৰন্থ বিভিন্ন ছন্দোবেত্তাই ৰচনা কৰিছে। তাৰ অনেক খিনি পুথিয়ে প্ৰকাশৰ মুখদেখা নাই। পং কৃষ্ণমাচাৰ্যই তেওঁৰ History of Classical Sanskrit Litereture গ্ৰন্থৰ ৯১১-১২ পৃষ্ঠাত অনেক পাণ্ডুলিপি অৱস্থাত থকা পুথিৰ নাম দিছে।

**মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য ঃ** 'বৃত্তমঞ্জৰী' নামে সুখ্যাত গ্ৰন্থৰ ৰচক ধীৰেশ্বৰৰ জন্ম হয় ১৭৭৩ শকৰ (১৮৫১ খৃ০) জেঠ মাহত কামৰূপৰ আঠগৰীয়া (অষ্টগাৰীয়) গাঁৱত। তেওঁৰ পিতৃ-মাতৃৰ নাম যথাক্ৰমে কেশবাচাৰ্য আৰু চন্দ্ৰপ্ৰভাদেবী। কেশবাচাৰ্যৰ সপ্তম ঊৰ্দ্ধপুৰুষ জয়ভাৰতী আছিল 'নৈষধচৰিত' প্ৰণেতা শ্ৰীহৰ্ষৰ বংশজ। জয়ভাৰতী শ্ৰীচৈতন্যৰ সহপাঠী আছিল। দুয়ো একেলগে কামৰূপলৈ আহিছিল। জয়ভাৰতীয়ে পোনতে কামৰূপৰ বৰখলা (বৰবালা) গাঁৱত বসতি কৰে। তেওঁৰ পুত্ৰ জনমেজয়ৰ নাতিয়েক গোবৰ্দ্ধনাচাৰ্য আহোম ৰজা ৰুদ্ৰসিংহৰ সংস্পৰ্শলৈ আহে আৰু তেওঁ আহোম ৰজা শিৱসিংহৰ (ৰুদ্ৰসিংহৰ

পুত্ৰ) ধৰ্মাধ্যক্ষ পদত অধিষ্ঠিত হয়। শিৱসিংহই তেওঁৰ পাণ্ডিত্যত মুগ্ধ হৈ 'ভট্টাচাৰ্য' উপাধি দি 'অষ্টাগাৰীয়' গাওঁৰ মাটিবাৰী দান কৰে। তেতিয়াৰেপৰা গোবৰ্ধনাচাৰ্য্যই আঠঘৰীয়াত গৈ বসতি কৰে। আঠঘৰীয়াবাসী সেই ভট্টাচাৰ্যসকলে আহোমৰ ৰজা শিৱসিংহ, ৰাজেশ্বৰসিংহ আৰু লক্ষ্মীসিংহৰপৰা বংশানুক্ৰমে পৃষ্ঠপোষকতা লাভ কৰে। তেওঁ... আঙ্গিৰস-বাৰ্হস্পত্য-ভাৰদ্বাজাখ্য ত্ৰ্যাৰ্ষেয় প্ৰবৰযুক্ত ভাৰদ্বাজ গোত্ৰীয় ব্ৰাহ্মণ।

গোবৰ্ধনৰ বংশজ কেশবাচাৰ্যই নাগাৰকুছিৰ জয়দেৱ বাচস্পতিৰ পুত্ৰ খগেশ্বৰৰ কন্যা চন্দ্ৰপ্ৰভাক (অন্য নাম দুৰ্গেশ্বৰীক) বিয়া কৰায় আৰু তেওঁৰ গৰ্ভত জন্ম হয় ধীৰেশ্বৰৰ। ধীৰেশ্বৰে পোনতে নাগাৰকুছিৰ মোমায়েকৰ ঘৰতে বিদ্যাৰম্ভ কৰে। তেওঁ জ্যেষ্ঠ মাতামহ ৰামদেৱ উপাধ্যায় আৰু খুৰাতি মোমায়েক ৰমাকান্ত উপাধ্যায়ৰ ওচৰত অধ্যয়ন আৰম্ভ কৰে। তাৰ পাছত তেওঁ লৰমাগাঁৱৰ ধৰ্মপাল উপাধ্যায় আৰু গুৱালকুছিৰ বাসুদেৱ উপাধ্যায়ৰ টোলত অধ্যয়ন কৰে। শেষত তেওঁ কুচবিহাৰৰ সমীপস্থ খাগৰাবাৰীত থকা টোলত উৰ্ত্তি হৈ পুৰুষোত্তম বিদ্যাবাগীশকৃত ৰত্নমালা ব্যাকৰণত 'গূঢ় প্ৰকাশিকা' টীকাৰ ৰচোতা সিদ্ধনাথ বিদ্যাবাগীশৰ ওচৰত কিছুকাল অধ্যয়ন কৰি তাৰ পাছত গৃহস্থাশ্ৰমী হয়।

তাৰ পাছত তেওঁ জীৱিকাৰ্থে বহু ঠাইত অধ্যাপনা কৰি এসময়ত আউনিআতি সত্ৰৰ সত্ৰাধিকাৰ দত্তদেৱ গোস্বামীয়ে প্ৰতিষ্ঠা কৰা টোলতো অধ্যাপনা কৰে। গোস্বামীদেৱৰ অনুৰোধক্ৰমে তেওঁ কালিদাসৰ বুলি জনাজাত শ্ৰুতবোধৰ আৰ্হিত ছন্দোগ্ৰন্থ ৰচনাত হাত দিয়ে। পোনতে তেওঁ শ্ৰুতবোধৰ শ্লোকবোৰ ৰাখি তলত প্ৰচুৰ নতুন ছন্দৰ লক্ষণ আৰু উদাহৰণ সংযোজন কৰে। গ্ৰন্থখনৰ নতুনকৈ নামাকৰণ কৰে 'বৃহৎশ্ৰুতবোধ' আৰু ৰচকৰ নাম কালিদাস ৰাখে। পাছত গোস্বামীদেৱৰ ইচ্ছামতে শ্ৰুতবোধৰ শ্লোকবোৰ আঁতৰাই থৈ তেওঁ স্বৰচিত গ্ৰন্থখনৰ 'বৃত্ত মঞ্জৰী' নাম ৰাখে। গ্ৰন্থখন ১৮০১ শকত সম্পূৰ্ণ হয় বুলি গ্ৰন্থৰ সমাপ্তিসূচক শ্লোকৰ (৭।২৬) পৰা জনা যায় ঃ

> বামে ব্যোমগজগ্ৰহশ্ৰুতিমিহে বৰ্ষে প্ৰবৃত্তে কলেঃ।
> সম্প্ৰাপ্তে শশলাঞ্ছনাম্বৰবসুক্ষোণীশকাব্দেঽথবা।।

**বৃত্তমঞ্জৰী** ঃ এই গ্ৰন্থখন সাতটা স্তবকত বিভক্ত। ১ম স্তবকত কবিয়ে উপাস্যদেৱতাক স্তুতি কৰিছে, লগতে পিতৃবন্দনা, মাতৃবন্দনা, গোত্ৰপ্ৰবৰ্তক বন্দনা আৰু কবি বংশ বৰ্ণনা কৰি আত্ম পৰিচয় দিছে। ২য় স্তবকত চাৰি পাহি 'কুসুম'ত ক্ৰমে গুৰু-লঘু সংজ্ঞা, পৰিভাষা, যতিভেদ আৰু সামান্য সংজ্ঞাৰ পৰিচয় দিছে। ৩য় স্তবকত তেওঁ একাক্ষৰী উক্থাৰপৰা আৰম্ভ কৰি পঞ্চচত্বাৰিংশাক্ষৰী দণ্ডকলৈকে সমবৃত্তৰ বিৱৰণ দিছে। ৪ৰ্থ স্তবকত তেওঁ বিবিধ অৰ্ধসমবৃত্ত, ৫ ম স্তবকত বিষমবৃত্ত সহ ছয় প্ৰকাৰ অৰ্ধসমবৃত্তৰো বৰ্ণনা দিছে। ৬ষ্ঠ স্তবকৰ ছপাহি কুসুমত তেওঁ যথাক্ৰমে গণ, আৰ্যা, বৈতালীয়, মাত্ৰাসমক, দোহা, ৰত্তা, পদ্মৱতী আদি বিবিধ মাত্ৰাছন্দ আৰু ৭ ম স্তবকত বিবিধ বৰ্ণ আৰু মাত্ৰা প্ৰস্তাৰৰ বিৱৰণ দিছে।

**বৃত্তমঞ্জৰীৰ** উপৰিও ধীৰেশ্বৰাচাৰ্যই অনেক প্ৰশস্তি আৰু স্তোত্ৰ ৰচনা কৰে। ৰাজপ্ৰশস্তি, আনন্দ সঙ্গীতম, ৰাধিকা কলঙ্কভঞ্জন কাব্য, শোকহৰ্ষ প্ৰকাশ, লীলামঞ্জৰী আদি তেওঁ ৰচিত কাব্য। তদুপৰি তেওঁ **ৰত্নমালা ব্যাকৰণৰ টীকা**, ধাতুপাঠ আদি ৰচনা কৰে। **স্তোত্ৰমঞ্জৰী** (১৮৪৯ শক) আৰু **'বৃহৎশ্ৰুতবোধ'** (প্ৰ০ ১৯৩৯) অন্য দুই গ্ৰন্থ।

১৯১৯ খৃষ্টাব্দত (১৩২৬ বঙ্গাব্দৰ ৬ কাতি শনিবাৰে) আঠঘৰীয়াত ধীৰেশ্বৰাচাৰ্যৰ লোকান্তৰ ঘটে।

জয়ভাৰতীয়পৰা ধীৰেশ্বৰাচাৰ্যলৈ অধোক্ৰমত বংশাৱলী এনেকুৱাক হয়ঃ

| | |
|---|---|
| জয়ভাৰতী | |
| \| | |
| জনমেজয় | |
| \| | |
| গোপীবল্লভ | |
| \| | |
| গোবৰ্ধন | পৃষ্ঠপোষক ৰুদ্ৰসিংহ |
| \| | \| |
| প্ৰাণনাথ | শিৱসিংহ |
| \| | \| |
| ধনেশ্বৰাচাৰ্য | ৰাজেশ্বৰসিংহ |
| \| | \| |
| (নিগমাচাৰ্য) | লক্ষ্মীসিংহ মাতামহ |
| \| | \| |
| দামোদৰাচাৰ্য | |
| \| | |
| চতুৰ্ভুজাচাৰ্য | ভুদেৱ |
| \| | \| |
| কেশৱাচাৰ্য | চন্দ্ৰপ্ৰভা |



**ধীৰেশ্বৰাচাৰ্য**

□ □ □

# তৃতীয় অধ্যায়

## কোষবিদ্যা১

ভাৰতবৰ্ষত অতি প্ৰাচীনকালৰপৰা কোষবিদ্যাৰ চিন্তা-চৰ্চা আৰু প্ৰয়োগ চলি আহিছে। পোনতে বেদৰ দুৰূহ শব্দাৰ্থ বুজিবলৈ, আৰু পাছত সংস্কৃত-পালি-প্ৰাকৃত কবি সকলৰ ব্যৱহাৰিক আৱশ্যকতা পূৰণৰ বাবে কোষগ্ৰন্থ প্ৰণীত হৈ আহিছে। বৈদিক মন্ত্ৰাদিত প্ৰাপ্ত পুৰণি অৰ্থক্লিষ্ট শব্দৰ অৰ্থোদ্ধাৰৰ উপযোগীকৈ সংকলিত 'কোষগ্ৰন্থ' 'নিঘণ্টু' নামে জনা যায়। অৱশ্যে বৈদিক 'নিঘণ্টু' বোৰত নামবাচক শব্দ আৰু ক্ৰিয়াবাচক শব্দ একত্ৰিত হৈছে, যিটো 'কোষগ্ৰন্থ'ত সততে হোৱা দেখা নাযায়। 'কোষ'ত সততে নামবাচক শব্দহে সংগৃহীত হয়; তাৰ লগতে কদাচিৎ অব্যয় শব্দও সমাহৃত হৈ থাকে। 'নিঘণ্টু'ৱে কঠিন বেদমন্ত্ৰৰ অৰ্থজ্ঞান লাভত সহায়ক হয়। ই তেনেই নীৰস শব্দসংকলন। কোষগ্ৰন্থ অনুষ্টুপ বা আৰ্যাছন্দত ৰচিত হয়। কাব্যকলা, অলংকাৰাদিৰে জড়িত অনেক শব্দসম্ভাৰেৰে সমৃদ্ধ এই শ্ৰেণীৰ গ্ৰন্থই কবিৰ হাত পুথি হৈ পৰে।

'কোষ' 'সমানাৰ্থক, আৰু অনেকাৰ্থ' বা 'নানাৰ্থ' ভেদে দুই প্ৰকাৰৰ হয়। সমানাৰ্থক কোষ'ত বিষয় অনুসৰি শব্দৰ সংকলন হয়। যথা অমৰকোষ। তাত বৰ্গসমূহ বিষয় অনুসৰি স্থিৰ হৈছে। স্বৰ্গবৰ্গত দেৱাদিৰ নাম সংগৃহীত হৈছে। বনৌষধিবৰ্গত বনজ দ্ৰব্য আৰু ভেষজ দ্ৰব্য সংবন্ধীয় শব্দ সংকলিত হৈছে। কিন্তু অনেকাৰ্থ কোষ'ত অন্ত' প্ৰত্যয় বা শব্দাংশ অনুসৰি বা বৰ্ণানুসৰি শব্দবোৰ সংকলিত হয়। যেনে 'কান্ত', 'গান্ত' 'স্বৰান্ত' শব্দৰ সংগ্ৰহ এনে কোষত হৈ থাকে।

**নিঘণ্টু ঃ** ভাৰতীয় কোষগ্ৰন্থৰ আদি চোৱাত নিঘণ্টুসমূহ পোৱা যায়। এটা সময়ত অনেক নিঘণ্টু আছিল বুলি প্ৰমাণ পোৱাগলেও সম্প্ৰতি একন মাত্ৰ 'নিঘণ্টু' গ্ৰন্থ পোৱা যায়। তাৰো গ্ৰন্থকাৰ সম্বন্ধে নানা মুনিৰ নানামত। মহাভাৰতৰ প্ৰমাণ অনুসৰি ভগৱান কশ্যপ 'নিঘণ্টু'ৰ সংগ্ৰাহক ঃ

বৃষো হি ভগবানধৰ্মঃ খ্যাতো লোকেষু ভাৰত।
নিঘণ্টুকপদাখ্যানে বিদ্ধিমাং বৃষমুত্তমম্ ।।
কপিৰ্বৰাহঃ শ্ৰেষ্ঠশ্চ ধৰ্মশ্চ বৃষ উচ্যতে।
তস্মাদ্ বৃষাকপিং প্ৰাহ কশ্যপো মাং প্ৰজাপতিঃ ।।

বৃষাপতি পদ বৰ্তমান প্ৰাপ্ত 'নিঘণ্টুত দেখা যায়। সেয়ে ওপৰত দিয়া মহাভাৰতৰ তথ্যানুসৰি ভগৱান কশ্যপকে 'নিঘণ্টু'ৰ সংগ্ৰাহক বুলি বহুতে মানি লৈছে। স্বামী দয়ানন্দ

১। 'কোষ' আৰু 'কোশ' দুয়োটা শব্দই প্ৰচলিত।

প্ৰভৃতিয়ে অৱশ্যে যাস্ককেই 'নিঘণ্টু'ৰ সংকলনকৰ্তা আৰু নিৰুক্তকাৰ বুলি গণ্য কৰে। প ভগৱদ্দত্তই আৰ্থৰ্বণ পৰিশিষ্টক কৌৎসব্যাকৃত নিঘণ্টু বুলি স্বীকাৰ কৰে (পং ৰামগোবিন্দ ত্ৰিবেদীৰ 'বৈদিক সাহিত্য অধ্যায় ১৪ চাওক)। তৃতীয় এখন 'নিঘণ্টু' পুণাৰ 'পাঠক স্মাৰক গ্ৰন্থ' মালাত ছপা হৈছে, তাক ভগৱদ্দত্তই শাকপুণি ৰচিত বুলি কৈছে (ৰামদেৱ ত্ৰিপাঠীৰ 'ভাষাবিজ্ঞান কী ভাৰতীয় পৰম্পৰা ঔৰ পাণিনি গ্ৰন্থৰ ৩৫৯ পৃষ্ঠা দ্ৰষ্টব্য)।

যাস্কই যি 'নিঘণ্টু'ৰ ওপৰত ভেঁটি কৰি 'নিৰুক্ত' গ্ৰন্থ ৰচনা কৰিছে তাত পাঁচ অধ্যায় আছে। তাৰে প্ৰথম, দ্বিতীয় আৰু তৃতীয় এই অধ্যায়ত তিনিটাক নৈঘণ্টুককাণ্ড বোলে। চতুৰ্থ অধ্যায়টো নৈগম কাণ্ড নামে জনা যায়। পঞ্চম অধ্যায়টো দৈৱতকাণ্ড নামে জনাজাত। নৈঘণ্টুক কাণ্ডত সমানাৰ্থ শব্দৰ সংগ্ৰহ, নৈগমকাণ্ডত অনেকাৰ্থ শব্দৰ সংগ্ৰহ আৰু দৈৱত-কাণ্ডত দেৱতাবাচক শব্দসূচী পোৱা যায়।

নৈঘণ্টুক কাণ্ডৰ শব্দ চয়ন পদ্ধতিৰ মাজত এক প্ৰণালসীবদ্ধ ৰীতি অনুসৰণ দেখা যায়। প্ৰথম অধ্যায়ত পৃথিৱী, অন্তৰিক্ষ, ৰাত্ৰি, নদী, অশ্ব আদি প্ৰকৃতিগত নামবোৰ পোৱা যায়। তাত ১৭টা শব্দ সূচী আছে। দ্বিতীয় অধ্যায়ত মানৱ আৰু মানৱ সম্বন্ধীয় বা তজ্জড়িত শব্দসূচী সংকলিত হৈছে। তাত আছে কৰ্ম, মনুষ্য, অন্ন, গতি আদি ২২টা শব্দসূচী। তৃতীয় অধ্যায়ত গুণবাচক শব্দৰ ৩০ টা সূচী পোৱা যায়। আন দুটা কাণ্ডত ক্ৰমে ৩টা আৰু ৬টা শব্দসূচী গৃহীত হৈছে। নিঘণ্টু ক কোনেও কোষ গ্ৰন্থ বুলিবলৈ নোৱাৰে। আধুনিক অভিযান কোশত পোৱা দৰে ইয়াত শব্দৰ মূল, নিৰ্বাচন বা ব্যুৎপত্তি, লিঙ্গ, অৰ্থ আদিৰ বিৱৰণ নাই। মাথোন উকাকৈ শব্দৰ সূচীকৈ প্ৰস্তুত কৰা হৈছে। ইয়াৰ ব্যাখ্যাপৰক গ্ৰন্থ যাস্ককৃত 'নিৰুক্ত'। যাস্কইহে 'নিৰুক্ত'ত নিঘণ্টুত সমাহৃত শব্দৰ মূল, নিৰ্বচন, অৰ্থাদি দিয়াৰ যত্ন কৰিছে। গতিকে বৈদিক কালত 'কোশগ্ৰন্থ' ৰচনাৰ সুকীয়া পদ্ধতি আছিল বুলি বুজিব লাগিব। পিছলৈ এই পদ্ধতি সলনি হয়। নিঘণ্টুৰ মহত্বৰ বিষয়ে লক্ষ্মণ স্বৰূপে লিখিছেঃ " In India it marks the beginning of the Kosa litereture and later Kosas have sometimes been called Nighantavas. The Nighantu contains only a small number of the words of the Rigveda, and contain any explanation of the words collected, in Sanskrit or any other language, the modern term 'dictionary' cannot be applied to it, although the Kosas can be so called. It should rather be called a vocabulary, which is a book containing a collection of words of a language, dalect or subject'.........[2]

ভাস্কৰ ৰায়ৰ বৈদিক কোষঃ ভাস্কৰ ৰায় আছিল বিশ্বামিত্ৰগোত্ৰীয় গম্ভীৰ ৰায়ৰ পুত্ৰ। তেওঁৰ মাতৃৰ নাম কোণাম্বা আৰু গুৰুৰ নাম নৰসিংহ। 'বৈদিক কোষ' ভাস্কৰ ৰায়ৰ ৰচনা। তেওঁ ১৭৭৫ খৃষ্টাব্দত এই গ্ৰন্থ ৰচনা কৰে। বৈদিক কোষৰ বিষয় নিঘণ্টুৰ পৰ্যায়ৰ, কিন্তু

(১) নিৰুক্ত সম্বন্ধে পাঠকে বৈদিককাণ্ডৰ 'বেদাঙ্গ' অধ্যায়টো উত্তদি চাওক।

(২) ইংৰাজী অনুবাদৰ ভূমিকা, পৃ° ১৪।

ইয়াৰ ৰচনা পদ্ধতি অন্য কোষগ্ৰন্থৰ দৰে। 'নিঘন্টু'ত সংকলিত শব্দত অৰ্থ-লেখক ইয়াত অনুষ্টুপ ছন্দত দাঙি ধৰিছে। ই অমৰকোষৰ লেখীয়া এক ছাত্ৰোপযোগী গ্ৰন্থ।

**প্ৰাচীন কোষকাৰসকল ঃ** সংস্কৃতত অনেক কোষকাৰে লৌকিক শব্দকোষ ৰচনা কৰাৰ প্ৰমাণ পোৱা যায়। সেইসকল কোষকাৰৰ কোষগ্ৰন্থসমূহৰ ভিতৰত কিছু সংখ্যক আজিও পোৱা যায়। অন্য কিছুমান নষ্টপ্ৰাপ্ত হৈছে বা অপ্ৰকাশিত হৈ আছে। আমি পুৰণি কোষকাৰৰ তিনিখন সূচী পাওঁ। তাৰে প্ৰথম সূচীখন পুৰুষোত্তমদেৱে তেওঁৰ '**হাৰাৱলী**' কোষত দিছে ঃ যথা-

শব্দাৰ্ণৱ উৎপলিনী সংসাৰবৰ্ত্ত ইত্যাপি।
কোষা বাচস্পতি-ব্যাড়ি-বিক্ৰমাদিত্য-নিৰ্মিতাঃ।।

ইয়াত '**শব্দাৰ্ণৱ**', '**উৎপলিনী**' আৰু '**সংসাৰাৱৰ্ত্ত**' এই তিনিখন কোষ যথাক্ৰমে বাচস্পতি, ব্যাড়ি আৰু বিক্ৰমাদিত্যৰ ৰচনা বুলি কোৱা হৈছে।

দ্বিতীয় সূচীখন কেশৱে তেওঁৰ 'কল্পদ্ৰুম কোশ'ত দিছে। যথা—

কাত্য-বাচস্পতি-ব্যাড়ি-ভাগুৰ্য্যমৰমঙ্গলাঃ।
সাহসাঙ্ক মহেশাদ্যা বিজয়ন্তে জিনান্তিমাঃ।।

ইয়াত কাত্য, বাচস্পতি, ব্যাড়ি, ভাগুৰি, অমৰ, মঙ্গল, সাহসাঙ্ক, মহেশ আৰু হেমচন্দ্ৰক কোষকাৰ বুলি চিহ্নিত কৰিছে। তেওঁলোকৰ গ্ৰন্থৰ নাম পোৱা নাযায়।

তৃতীয় সূচীখন 'অমৰকোষ'ৰ পাণ্ডুলিপিত এনে দৰে পোৱা যায়। যেনে-

বিশ্ব বিশ্বপ্ৰকাশশ্চ ধৰণিৰ্মেদিনী তথা।
ৰত্নকোশো ৰন্তিদেৱঃ শাশ্বতশ্চ হলায়ুধঃ।।
ব্যাড়িৰ্বৰৰুচিশ্চৈৱ ৰুদ্ৰকাত্যায়নাবুভৌ।
ৰভসো বৈজয়ন্তী চ তথা শব্দাৰ্ণৱাজয়ৌ,
বাচস্পতিৰ্হেমচন্দ্ৰঃ কোষা অষ্টাদশৈৱ তু।।

এনেদৰে আমি ২৪টা কোষ আৰু কোষকাৰৰ নাম পাওঁ। বৰ্ণানুক্ৰমে ইবোৰ হৈছে অজয়, অমৰ, কাত্য, কাত্যায়ন, ধৰণি, ভাগুৰি, মঙ্গল, মহেশ, মেদিনী, ৰত্নকোষ, ৰন্তিদেৱ, ৰভস, ৰুদ্ৰ, বৰৰুচি, বাচস্পতি (শব্দাৰ্ণৱ), বিক্ৰমাদিত্য (সংসাৰাৱৰ্ত্ত), বিশ্ব, বিশ্বপ্ৰকাশ, বৈজয়ন্তী, ব্যাড়ি (উৎপলিনী), শাশ্বত, সাহসাঙ্ক, হলায়ুধ আৰু হেমচন্দ্ৰ।

লৌকিক কোষবিদ্যাৰ ইতিহাস হেজাৰ বছৰ বিস্তৃত। এই সময়ছোৱাত 'অমৰ-কোষ' এক বিশিষ্ট স্থান অধিকাৰ কৰি আছে। 'অমৰকোষ'ক মধ্যমণি হিচাপে লৈ 'কোষ'ৰ ইতিহাস অমৰ পূৰ্বকাল, অমৰকোষ কাল আৰু অমৰোত্তৰ কাল- এই তিনিভাগত বিভক্ত কৰা হয়।

**অমৰ পূৰ্বযুগ**

**(১) ব্যাড়ি**— বিমান দূৰ জনা যায় ব্যাড়িৰ কোষ অমৰকোষৰ সদৃশ আছিল। তাতো সমানাৰ্থক শব্দৰ প্ৰাধান্য আছিল। এক পৰিচ্ছেদত নানাৰ্থ অৰ্থ চয়ন আছিল। হেমচন্দ্ৰই

'অভিধান চিন্তামণিত' ইয়াৰ উদ্ধৃতি দিছে। পুৰুষোত্তমৰ মতানুসৰি ব্যাড়িৰ কোষৰ নাম 'উৎপলিনী আছিল।

(২) কাত্য—কাত্য বৰৰুচিৰপৰা পৃথক ব্যক্তি। তেওঁৰ কোষৰ নাম 'নামমালা' আছিল। অমৰকোষৰ দৰে ইয়াতো সমাৰ্থক শব্দৰ প্ৰাধান্য আছিল। ঠায়ে ঠায়ে তেওঁ বৰ্ণনাত্মক অৰ্থও দিছিল। তিতউ শব্দৰ অৰ্থ দি তেওঁ কৈছে ক্ষুদ্ৰচ্ছিদ্ৰসমোপেতং চালনং তিতউ পুমান্। তেওঁৰ কাল জনা নাযায়।

(৩) ভাগুৰি— অমৰকোষৰ দৰে ভাগুৰি কোষো 'ত্ৰিকাণ্ড' নামে জনাজাত। তেওঁ কেৱল সমানাৰ্থক শব্দৰ সংকলন কৰিছিল; শব্দৰ লিঙ্গ নিৰ্দেশ কৰা নাছিল। পৰৱৰ্তী গ্ৰন্থত ভাগুৰিৰ মত উদ্ধৃত হৈছে। দ্বাদশ শতিকাত কেশৱস্বামীয়ে ভাগুৰি মত উল্লেখ কৰালে চাই ভাগুৰি ত্ৰয়োদশ শতিকাৰ পূৰ্ববৰ্তী হ'ব। চতুৰ্দশ শতিকাত সায়ণেও তেওঁৰ মতৰ উদ্ধৃতি দিছে। তেওঁ ভাগুৰিৰ মতে 'বৰ্ষাভূ' শব্দ হ্ৰস্বস্বৰান্ত বুলি কৈছে।

(৪) ৰত্নকোষ— ইয়াৰ সংগ্ৰাহকৰ নাম জনা নাযায়। সৰ্বানন্দৰ মতে লিঙ্গৰ আধাৰত ইয়াৰ পৰিচ্ছেদ বিভাজন কৰা হৈছিল। ইয়াতো সমানাৰ্থক শব্দৰ সমাহাৰ হৈছিল।

(৫) বাচস্পতি ঃ — বাচস্পতি বিৰচিত সুবিশাল কোষগ্ৰন্থক 'শব্দাৰ্ণৱ' বুলি জনা যায়। অনুষ্টুপ ছন্দত ৰচিত এই গ্ৰন্থত সমানাৰ্থক শব্দ সঞ্চয়ন কৰা হৈছিল। ইয়াত একে শব্দৰ বিভিন্ন ৰূপ (variation) বোৰো আঙুলিয়াই দিয়া হৈছিল। বিৰিঞ্চি বিৰিঞ্চ, দ্ৰুহিণ— দ্ৰঘণ, নৰায়ণ— নাৰায়ণ আদি তাৰ উদাহৰণ।

(৬) অমৰমালা বা মালা ঃ— একেখন গ্ৰন্থকে দুয়োটা নামে নিৰ্দেশ কৰে। অমৰ টীকাত সৰ্বানন্দই ত্ৰিশতকৈ অধিক বাৰ অমৰমালা উদ্ধৃত কৰিছে। ইয়াৰ ৰচক অমৰদত্ত অমৰকোষ ৰচক অমৰসিংহৰ পূৰ্বৱৰ্তী লোক আছিল। হলাযুধে অমৰমালাৰ আধাৰতে নিজ গ্ৰন্থ প্ৰণয়ন কৰিছিল বুলি জনা যায়।

(৭) মহাক্ষপণক ৰচিত কোষগ্ৰন্থ 'অনেকাৰ্থমঞ্জৰী' আৰু 'অনেকাৰ্থধ্বনিমঞ্জৰী' — এই দুয়োটা নামেৰেই প্ৰসিদ্ধ। ক্ষপণক আৰু মহাক্ষপণক অভিন্ন ব্যক্তি। প্ৰাচীন পৰম্পৰা অনুসৰি এওঁ বিক্ৰমাদিত্যৰ সভাত থকা নৱৰত্নৰ অন্যতম অৰ্থাৎ অমৰসিংহ আৰু কবি কালিদাসৰ সমসাময়িক। ইয়াৰ সত্যতা সন্দেহজনক। সি যিহওক ৰঘুবংশৰ টীকাকাৰ বল্লভদেৱে উক্ত কোষৰ নিৰ্দেশ কৰিছে। বল্লভদেৱৰ কাল দশম শতিকাৰ আগভাগ। গতিকে 'অনেকাৰ্থমঞ্জৰী' খৃষ্টীয় দশম শতিকাৰ পূৰ্বতে ৰচিত হোৱা সম্ভৱ।

(৮) ধন্বন্তৰি — এওঁ 'নিঘণ্টু' ৰচনা কৰে। ইও এক প্ৰাচীন কোষ। ক্ষীৰস্বামীৰ মতে অমৰসিংহই এই কোষৰ সহায়ত 'ত্ৰিকাণ্ডী'ৰ বনৌষধিবৰ্গ ৰচনা কৰিছিল।

অমৰসিংহ ঃ— সুখ্যাত কোষকাৰ অমৰসিংহৰ দেশ-কাল আৰু জীৱন সম্বন্ধে সঠিককৈ একো জনা নাযায়। পুৰণি পৰম্পৰা মতে তেওঁ বিক্ৰমাদিত্যৰ সভাৰ 'নৱৰত্ন'ৰ অন্যতম আৰু কালিদাসৰ সমকালীন। প্ৰায়ভাগ পণ্ডিতে তেওঁক বৌদ্ধ মতাৱলম্বী বুলি

ঠাবৰ কৰিছে। তেওঁৰ গ্ৰন্থাদিত থকা মঙ্গল শ্লোক বুদ্ধৰেই স্তুতিবাদ বুলি টীকাকাৰসকলে কয়। তদুপৰি স্বৰ্গবৰ্গত অন্য দেৱ-দেৱীতকৈ বুদ্ধ শব্দৰ আলোচনা আগতে বৰ ভক্তিভাৱে কৰি কৈছে ঃ

সৰ্বজ্ঞঃ সুগতো বুদ্ধো ধৰ্মৰাজস্তথাগতঃ।
সমন্তভদ্ৰো ভগবান মাৰজিল্লোকজিজ্জিনঃ।।
ষড়ভিজ্ঞো দশবলোঽদ্বয়বাদী বিনায়কঃ।
মুনীন্দ্ৰঃ শ্ৰীঘনঃ শাস্তা মুনিঃ শাক্যমুনিস্তু যঃ
স শাক্যসিংহঃ সৰ্বাৰ্থসিদ্ধঃ শৌদ্ধোধনিশ্চ সঃ।
গৌতমশ্চাৰ্কবন্ধুশ্চ মায়াদেৱী সুতশ্চ সঃ।।

বৌদ্ধশাস্ত্ৰচয়ৰে সুপৰিচিত নোহোৱা হ'লে, অথবা নিজে বুদ্ধশিষ্য নহৈ সনাতনি ব্ৰাহ্মণ্যধৰ্মী হ'লে বুদ্ধ নামাৰ্থ হয়তো বিষ্ণুৰ নামৰ শেষত সংযোজন কৰিলেহেঁতেন। গতিকে অমৰসিংহৰ বৌদ্ধত্ব অস্বীকাৰ কৰা নাযায়। তেওঁ সমস্ত পূৰ্ববৰ্তী কোষৰ আধাৰত নিজৰ গ্ৰন্থ প্ৰস্তুত কৰিছে।

তেওঁৰ কাল সম্বন্ধে সঠিক জনা নাযায়। বলদেৱ উপাধ্যায়ে তেওঁক খৃ০৩০০ অব্দৰ লোক বুলি ভাবে। বিণ্টাৰনিট্জ প্ৰভৃতিয়ে তেওঁক ষষ্ঠ আৰু অষ্টম শতিকাৰ মাজত ৰাখিবলৈ বিচাৰে।

**অমৰকোষ ঃ** অমৰসিংহই 'অমৰকোষ' নামে অমৰ গ্ৰন্থ ৰচনা কৰি মৰিও অমৰ হৈ আছে। সংস্কৃত সাহিত্যজগতত— বিশেষতঃ কোষ-প্ৰক্ৰিয়াৰ দিশত অমৰকোষ'ক দাঙিবলৈ বা লঘুতৰ কৰিবলৈ সক্ষম কৃতি নাই। কোষ হিচাপে ই সৰ্বজনপ্ৰিয় আৰু সবাতোকৈ প্ৰিয় গ্ৰন্থ। গ্ৰন্থৰ সমাপ্তি সূচক বাক্যত কোৱামতে এই গ্ৰন্থখনৰ প্ৰকৃত নাম 'নামলিঙ্গানুশাসন'। ইয়াত তিনিটা কাণ্ড আছে বাবে ইয়াক 'ত্ৰিকাণ্ডী'ও বোলা হয়।

পুৰণি কোষগ্ৰন্থত দুই ধৰণৰ শৈলী চকুত পৰে। কিছুমান কোষত কেৱল নামবোৰ সংকলিত হয়, যাক 'নামমাত্ৰ তন্ত্ৰ' বুলিব পাৰি। অন্য কেতবোৰত লিঙ্গনিৰ্ণয়কে মুখ্য বিষয় বুলি ধৰে সিবিলাকক 'লিঙ্গমাত্ৰ তন্ত্ৰ' বুলিব পাৰি। 'অমৰকোষ'ত এই দুয়োটা শৈলীৰ সমন্বয় সাধিত হৈছে, সেয়ে ইয়াৰ নাম 'নামলিঙ্গানুশাসন' সিদ্ধ হৈছে। তদুপৰি ইয়াত সমানাৰ্থক, আৰু নানাৰ্থ শব্দবো সমাহাৰ ঘটিছে। ফলত গ্ৰন্থৰ শব্দৰ প্ৰাচুৰ্য আৰু চয়ন শৈলীৰ সমন্বয় চমকপ্ৰদ হৈছে।

ত্ৰিকাণ্ডাত্মক এই কোষৰ প্ৰতিটো কাণ্ড অনেক বৰ্গৰ সমষ্টি। ইয়াৰ আৰম্ভণিতে গ্ৰন্থকাৰে প্ৰতিজ্ঞাক্ৰমে গ্ৰন্থত গ্ৰহণ কৰা শৈলীৰ আভাস দি কৈছে যে অন্যতন্ত্ৰসমূহৰ সংগ্ৰহ কৰি সংক্ষিপ্তকৈ প্ৰতিটো সংস্কৃত শব্দৰ সম্পূৰ্ণ নামলিঙ্গানুশাসন বৰ্গক্ৰমে বৰ্ণনা কৰা হ'ব। প্ৰায়শঃ ৰূপভেদে কতেক সাহচৰ্যৰে, কতেক বিশেষ বিধিমতে স্ত্ৰী, পুং আৰু নপুংসকলিঙ্গ জনা যাব।

সমাহৃত্যান্যতন্ত্ৰাণি সংক্ষিপ্তৈঃ প্ৰতিসংস্কৃতৈঃ।
সম্পূৰ্ণমুচ্যতে বৰ্গৈৰ্নামলিঙ্গানুশাসনম্।।
প্ৰায়শো ৰূপভেদেন সাহচৰ্যাচ্চ কুত্ৰচিৎ
স্ত্ৰী পুংনপুসকং জ্ঞেয়ং তদ্বিশেষবিধেঃ ক্বচিৎ।।

প্ৰথম কাণ্ডত (কাৰোমতে) স্বৰ্, ব্যোম, দিশ, কাল, ধী, শব্দাদি, নাট্য, পাতাল আৰু নৰক— এই নটা বৰ্গ আছে। কোনো কোনো সংস্কৰণত (১৮৯২ চনত প্ৰকাশিত, বঙ্গাক্ষৰী কলিকতা সংস্কৰণত) স্বৰ্গ আৰু পাতালবৰ্গতে সামৰিছে। দ্বিতীয়কাণ্ডত ভূমি, পুৰ, শৈল, বনৌষধি, সিংহাদি, মনুষ্য, ব্ৰহ্ম, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ— এই দহ বৰ্গ আছে। তৃতীয় কাণ্ডটো একপ্ৰকাৰে সংকীৰ্ণ কাণ্ড। ইয়াত ক্ৰমশঃ বিশেষ্যনিঘ্ন, সংকীৰ্ণ, নানাৰ্থ, অব্যয় আৰু লিঙ্গাদি— এই পাঁচবৰ্গ আছে, তাৰ সূচনা গ্ৰন্থকাৰে কাণ্ডৰ আদিতে দি কৈছে

বিশেষ্যনিঘ্নৈঃ সংকীৰ্ণৈৰ্নানাৰ্থৈৰব্যয়ৈৰপি।
লিঙ্গাদি সংগ্ৰহৈৰ্বৰ্গাঃ সামান্যে বৰ্গসংশ্ৰয়াঃ।।

অমৰকোষত ১৫৩৩ টা অনুষ্টুপ শ্লোক আছে। তাৰে ২২৫ টা অনুষ্টুপত অৰ্থাৎ গ্ৰন্থৰ এক ষষ্ঠাংশত নানাৰ্থ শব্দ চয়ন কৰা হৈছে। নানাৰ্থ ভাগৰ শব্দসমূহ অন্তিম বৰ্ণ (অন্ত্যবৰ্ণ) অনুসৰি সংকলিত হৈছে। গ্ৰন্থৰ অধিকাংশ ব্যাপি আছে সমানাৰ্থ শব্দ সংগ্ৰহে। অব্যয় পদবো এটা সুকীয়া বৰ্গত সংকলন কৰা হৈছে। গ্ৰন্থৰ অন্তিমবৰ্গত লিঙ্গনিৰ্ণয়ৰ নিয়ম-পদ্ধতি দিয়া হৈছে। কোনো কোনো সংস্কৰণত বৰ্গ একোটি একাধিক পৰিচ্ছেদ নামক অবান্তৰ ভাগত বিভাজিত হোবা দেখা যায়।

(১) অমৰকোষৰ অনেক ব্যাখ্যা আৰু টীকা পোৱা যায়। তাৰ ভিতৰত ক্ষীৰস্বামীৰ (১০৮০-১১৩০ খৃ০) 'অমৰকোশোদ্ ঘাটন' নামে অমৰব্যাখ্যা অতি প্ৰখ্যাত। ক্ষীৰস্বামী এজন প্ৰসিদ্ধ কোষকাৰ আৰু বৈয়াকৰণ বুলি খ্যাতি আছে। তেওঁ অমৰব্যাখ্যাৰ উপৰিও অন্য কেবাখনো গ্ৰন্থ প্ৰণয়ন কৰি গৈছে। অমৰকোষৰ টীকাকাৰসকলৰ ভিতৰত ক্ষীৰস্বামীকেই প্ৰাচীনতম বোলা হয়, যদিও এওঁ নিজা টীকাত উপাধ্যায়, গৌড়, শ্ৰীভোজ আৰু নাৰায়ণৰ পুৰণি টীকাৰ উল্লেখ কৰিছে।

(২) সৰ্বানন্দৰ অমৰটীকা 'টীকাসৰ্বস্ব' অন্য এক প্ৰসিদ্ধ টীকা। ইয়াৰ ৰচনাকাল ১১৫৯ খৃষ্টাব্দ। তেওঁ বঙ্গদেশ আৰ্ত্তিহৰ নামে ব্ৰাহ্মণৰ পুত্ৰ আছিল।

(৩) সুভূতিচন্দ্ৰৰ 'কামধেনু' নামে অমৰটীকাও প্ৰসিদ্ধ। সুভূতিচন্দ্ৰ বৌদ্ধমতাৱলম্বী আছিল। তেওঁ দ্বাদশ শতিকাৰ প্ৰথমভাগত জীবিত আছিল।

(৪) বৃহস্পতিকৃত (১৪৩১খৃ০) 'পদচন্দ্ৰিকা' অন্যতম প্ৰসিদ্ধ অমৰটীকা। তেওঁৰ পিতৃৰ নাম গোবিন্দ আৰু মাতৃৰ নাম সুখাৰি।

(৫) ভানুজি দীক্ষিত কৃত 'ৰামাশ্ৰমী' বা 'ব্যাখ্যাসুধা' টীকাৰ সুখ্যাতিও আছে। ভানুজি ভট্টোজি দীক্ষিতৰ পুত্ৰ আছিল। ভানুজিৰ কাল (১৬০০-১৬৫০ খৃ০)।

(৬) বঙ্গদেশীয় গৌৰাঙ্গ মল্লিকৰ পুত্ৰ ভৰত মল্লিক বিৰচিত অমৰটীকোয়ো খ্যাতি লাভ কৰিছিল। এই টাকাৰ ৰচনা কাল ১৭শ শতিকা।

অমৰকোশৰ অন্যকেইটিমান প্ৰখ্যাত টীকা হৈছে—

(৭) নাৰায়ণ শৰ্মাৰ 'অমৰকোষ পঞ্জিকা' বা 'পদাৰ্থ কৌমুদী' (১৬১৯খৃ০);

(৮) ৰমানাথ বিদ্যাবাচস্পতিৰ 'ত্ৰিকাণ্ড বিবেক' (১৬২৩ খৃ০);

(৯) মথুৰেশ বিদ্যালংকাৰৰ 'সাৰসুন্দৰী' (১৬৬৬ খৃ০);

(১০) অচ্যুতোপাধ্যায়ৰ 'ব্যাখ্যাপ্ৰদীপ';

(১১) ৰঘুনাথ চক্ৰৱৰ্তীৰ 'ত্ৰিকাণ্ডচিন্তামণি';

(১২) মহেশ্বৰৰ 'অমৰবিবেক'। শেষৰ টীকা দুটা ক্ৰমে কলিকতা আৰু বোম্বেৰপৰা প্ৰকাশিত হৈছে।

**অমৰোত্তৰ কালৰ কোষকাৰসকল ঃ—**

**শাশ্বতৰ** 'অনেকাৰ্থ সমুচ্চয়' অমৰোত্তৰ কালৰ অন্যতম কোষ। তেওঁৰ কাল নিৰ্ণিত হোৱা নাই যদিও তেওঁক অমৰ আৰু কালিদাসৰ পৰৱৰ্তী বুলি কোৱা হৈছে। গতিকে তেওঁৰ কাল খৃ০ ৫ ম শতিকাৰ পিছত হ'ব। শাশ্বতৰ কোষত অনেকাৰ্থ শব্দৰ চয়ন কৰা হৈছে। শব্দাৰ্থ দিওঁত তেওঁ কেতিয়াবা এটি পূৰ্ণ শ্লোক, শ্লোকাৰ্ধ বা শ্লোকপাদ ব্যৱহাৰ কৰিছে। তেওঁ অমৰৰ শৈলীৰ ওপৰত কিছু প্ৰগতি লাভ কৰিছে।

**ধনঞ্জয় ঃ** ধনঞ্জয় এই যুগৰ অন্যতম কোষকাৰ। তেওঁ 'নামমালা' নামে কোষ ৰচনা কৰে। দুশ শ্লোকত ৰচিত এই গ্ৰন্থ ব্যৱহাৰত লগা অনেক লোকপ্ৰচলিত সংস্কৃত শব্দৰ এখন উপাদেয় কোষ। ইয়াত মাথোন সমানাৰ্থক শব্দৰ হে সংকলন হৈছে। নতুন শব্দ ৰচনাৰ সহজ আৰু সুন্দৰ উপায় দিয়া হৈছে। যেনে, পৃথিৱীবাচক শব্দৰ সৈতে 'ধৰ' শব্দ যোগ দিলে পৰ্বতৰ নাম, মনুষ্যবাচক শব্দত 'পতি' শব্দ সংযোগ কৰিলে ৰজাৰ নাম, বৃক্ষবাচক শব্দ ত 'চৰ' যোগ দিলে 'বান্দৰ'ৰ নাম পোৱা যাব। এইগ্ৰন্থ 'অনেকাৰ্থনামমালা'ৰ পৰিপূৰক। তদুপৰি ধনঞ্জয়ক 'অনেকাৰ্থ নিঘণ্টু' নামে অন্য এক গ্ৰন্থৰো ৰচক বুলি কোৱা হৈছে। ইয়াত ১৫৩ শ্লোক আছে। তেওঁ 'দ্বিসন্ধান' নামে কাব্য এখনৰো ৰচক।

ধনঞ্জয়ৰ কাল অষ্টম শতিকাৰ উত্তৰাৰ্ধ (৭৪০-৭৯০ খৃ০) বুলি জনা যায়।

**পুৰুষোত্তমদেৱ ঃ** এওঁ অমৰসিংহৰ দৰে বৌদ্ধ আছিল। তেওঁৰ গ্ৰন্থ 'ত্ৰিকাণ্ড শেষ'ৰ মঙ্গল শ্লোকত তেওঁ ইয়াৰ ইঙ্গিত দিছে। তেওঁ ৰজা লক্ষ্মণসেনৰ (১১৭০-১২০০ খৃ০) আদেশ মতে পাণিনিৰ অষ্টাধ্যায়ীৰ ওপৰত 'ভাষাবৃত্তি' ৰচনা কৰে। গতিকে পুৰুষোত্তমৰ কাল ১২শ খৃষ্ট শতিকাৰ উত্তৰাৰ্ধ। তেওঁ তিনিখন কোষগ্ৰন্থ প্ৰস্তুত কৰে ঃ (১) ত্ৰিকাণ্ডশেষ, (২) হাৰাৱলী আৰু (৩) বৰ্ণদেশনা।

(১) ত্ৰিকাণ্ডশেষ ঃ ই অমৰকোষৰ এক পূৰিকা গ্ৰন্থ। ইয়াত নিজ ৰচিত, অথচ অমৰকোষত সন্নিবিষ্ট নোহোৱা শব্দৰ সংকলন কৰা হৈছে। ইয়াত অমৰকোষৰ দৰেই একে

পাৰিভাষিক শব্দ ব্যৱহৃত হৈছে। শব্দ চয়নৰ ক্ৰম অমৰকোষৰ দৰে একে। কিন্তু ইয়াত অনুষ্টুপৰ বাহিৰেও অন্য ছন্দৰো প্ৰয়োগ কৰিছে। শ্লোকৰ মুঠ সংখ্যা ১০৫৩। 'অমৰকোষ'ৰ দৰে ইয়াতো তিনিটা কাণ্ড আছে আৰু তাত ২৫ বৰ্গ সন্নিবিষ্ট হৈছে। অমৰকোষৰ পৰিপূৰক হোৱা বাবে গ্ৰন্থখনৰ বিশেষ মহত্ব আছে। অনেক টীকাতো ইয়াৰ উদ্ধৃতি দিয়া হৈছে।

(২) হাৰাৱলী ঃ— ই অপ্ৰচলিত আৰু অসামান্য শব্দৰ সংগ্ৰহ। ক্ষুদ্ৰকায় এই গ্ৰন্থত মাত্ৰ ২৭০ টা পদ্য আছে। ই দুভাগত বিভক্ত। প্ৰথম ভাগত আছে সমানাৰ্থক শব্দৰ সংগ্ৰহ তাৰো তিনিটা অবান্তৰ ভাগ আছে। প্ৰথম ভাগত পুৰা শ্লোকত, দ্বিতীয় ভাগত অৰ্ধ শ্লোকত আৰু তৃতীয় ভাগত শ্লোকপাদত সমানাৰ্থক শব্দৰ অৰ্থ দিছে। অন্য ভাগত নানাৰ্থক শব্দ সঞ্চিত হৈছে।

(৩) বৰ্ণদেশনা ঃ— বানানৰ বাবে এক গুৰুত্বপূৰ্ণ গ্ৰন্থ। গ্ৰন্থকাৰৰ মতে গৌড় (বঙালি) লিপিত অনেক বৰ্ণৰ লিখিত প্ৰভেদ আছে। সেয়ে শব্দৰ ৰূপত ভ্ৰান্তি ওপজাৰ সম্ভাৱনা আছে। তাক আঁতৰাবলৈ এই গ্ৰন্থৰ উপযোগিতা অৱশ্যে আছে। গোটেই পুথিখন গদ্যতে প্ৰণীত।

'একাক্ষৰ কোষ' আৰু 'দ্বিৰূপকোষ' নামে দুখন গ্ৰন্থও তেওঁ লেখা বুলি জনা যায়।

হলায়ুধ ঃ— দশম শতিকাৰ উত্তৰাৰ্ধত হলায়ুধে 'অভিধান ৰত্নমালা' নামে এখন কোষগ্ৰন্থ ৰচনা কৰে। ই অমৰকোষৰ আৰ্হিতে ৰচিত। গ্ৰন্থখন পাঁচকাণ্ডত বিভক্ত। তাৰে প্ৰথম চাৰিকাণ্ড ক্ৰমে স্বৰ্, ভূমি, পাতাল আৰু সামান্য কাণ্ড নামে জনা যায়। ইবোৰত সমানাৰ্থক শব্দৰ চয়ন হৈছে। পঞ্চম কাণ্ডটি অনেকাৰ্থকাণ্ড নামে জনা যায়। তাত নানাৰ্থ আৰু অব্যয় সঞ্চিত হৈছে। ৰূপভেদৰে লিঙ্গনিৰ্ণয়ৰ নিৰ্দেশ কৰা হৈছে। অনেক ছন্দোবদ্ধ প্ৰায় ন শ শ্লোক ইয়াত পোৱা যায়। ই অমৰকোষৰ আধামান হ'ব।

যাদৱ প্ৰকাশ ঃ— কোষগ্ৰন্থৰ মাজত যাদৱপ্ৰকাশ বিৰচিত 'বৈজয়ন্তী'ৰ এক মহত্বপূৰ্ণ ঠাই আছে। ইয়াৰ দুটা খণ্ড। তাৰে সমানাৰ্থ খণ্ড আকৌ স্বৰ্গ, অন্তৰিক্ষ, ভূমি, পাতাল আৰু সামান্যভেদে পাঁচ ভাগত বিভক্ত। নানাৰ্থখণ্ড ত্ৰিধা বিভক্ত। তাত অক্ষৰক্ৰমত শব্দৰ চয়ন কৰা হৈছে। বৰ পৰিপাটী নহ'লেও প্ৰথমবাৰলৈ যাদৱ প্ৰকাশে বৰ্ণক্ৰমত শব্দৰ সংকলন কৰিছে, যিটো এই ক্ষেত্ৰত তেনেই নতুন। অমৰ কোষৰ তুলনাত গ্ৰন্থৰ দুয়োখণ্ড পুষ্ট আৰু পূৰ্ণ। ইয়াত সমাহৃত বৈদিক শব্দৰাজিও মূল্যবান।

জনা যায় যে যাদৱ প্ৰকাশ ৰামানুজৰ (১০৫৫-১১৩৭খৃ০) শিক্ষাগুৰু আছিল। তেওঁ বাসস্থান কাঞ্চীৰ সমীপস্থ ঠাই আছিল। গতিকে যাদৱ প্ৰকাশৰ কাল একাদশ শতিকাৰ উত্তৰাৰ্ধ হোৱা সম্ভৱ।

একাদশ শতিকাতে ধাৰাপতি ভোজে 'নামমালিকা' নামে কোষ ৰচনা কৰে।

মহেশ্বৰ ঃ মহেশ্বৰকৃত 'বিশ্ব প্ৰকাশ' এক নানাৰ্থ শব্দকোষ। অন্তিম বৰ্ণৰ ভেটিৰ শব্দৰ চয়ন ইয়াত কৰা হৈছে। যেনেকৈ 'কৰিক'ত অৰ্ক, পিক আদি শব্দ ক-কাৰান্ত হিচাপে

সংকলিত হৈছে। ৰূপভেদে লিঙ্গৰ নিৰ্দেশ কৰা হৈছে। শেষত অব্যয় শব্দবোৰ সংকলিত হৈছে।

গ্ৰন্থৰ আৰম্ভণিতে লেখকে নিজৰ পৰিচয় দিছে। তাৰপৰা জনা যায় যে বৈদ্যকুলত তেওঁৰ জন্ম হৈছিল। তেওঁৰ পূৰ্বজ হৰিশ্চন্দ্ৰই 'চৰকসংহিতা'ৰ ওপৰত টীকা ৰচনা কৰিছিল। ১১১১ খৃষ্টাব্দত মহেশ্বৰে গ্ৰন্থ ৰচনা কৰে। মহেশ্বৰে নিজ গ্ৰন্থৰ এটি পৰিশিষ্টও ৰচনা কৰে। তাৰ নাম 'শব্দভেদপ্ৰকাশ'। গ্ৰন্থখনৰ চাৰিটাক নিৰ্দেশত শব্দৰ প্ৰকাশ-ভেদ চৰ্চা কৰিছে।

মেদিনীকৰ ঃ 'মেদিনিকোষ'ৰ ৰচক মেদিনীকাৰ। গ্ৰন্থৰ আৰম্ভতে (শ্লোক ১৩) সেয়া উল্লেখিত হৈছে। মেদিনীকোষ বিশ্বপ্ৰকাশৰ ভেটিত ৰচিত। দুয়োখন কোষগ্ৰন্থত নানাৰ্থ শব্দচয়ন দেখা যায়, যদিও চয়ন শৈলীত পাৰ্থক্য আছে। বিশ্বপ্ৰকাশত অন্ত্য-বৰ্ণক লক্ষ্য কৰিয়েই শব্দ চয়ন কৰিছে; কিন্তু মেদিনীকোষত অন্তবৰ্ণৰ ওপৰত নজৰ দিয়াৰ উপৰিও অকাৰাদি বৰ্ণক্ৰমৰ ওপৰতো লক্ষ্য ৰাখি শব্দ চনয় কৰা হৈছে। শব্দৰ সংখ্যা আৰু চয়ন-পদ্ধতিৰ ফালৰপৰা বিবেচনা কৰিলে মেদিনীকোষ বিশ্বকোষতকৈ অধিক বিশদ আৰু উচ্চতৰ বুলি পৰিগণিত হয়।

মেদিনীকৰ সম্বন্ধে অধিক তথ্য পোৱা নাযায়। মাত্ৰ জনা যায় যে তেওঁৰ পিতা প্ৰাণকৰে পাঁচশ গাথাৰ এটি সংগ্ৰহ প্ৰস্তুত কৰিছিল। মেদিনীকৰে প্ৰকাশৰ 'ৰত্নদোষ'লৈ আঙুলিয়াই দিয়াৰপৰা তেওঁ যে ১১১১ খৃষ্টাব্দৰ পিছৰ তাক জনা যায়। মল্লিনাথে মাঘকাব্যৰ টীকাত মেদিনীৰ উদ্ধৃতি দিছে। মল্লিনাথৰ সময় প্ৰায় পঞ্চদশ শতিকাৰ আদিভাগ। গতিকে মেদিনীকৰৰ সময় ১২০০-১৪০৬ খৃষ্টাব্দৰ সম্ভাৱনা ভিতৰত হোৱাৰ সম্ভাৱনা বেছি।

অজয় বা অজয়পাল ঃ অজয় বা অজয়পাল একেজন ব্যক্তি। তেওঁ বৌদ্ধধৰ্মী আছিল। গ্ৰন্থৰ আৰম্ভতে তেওঁ বুদ্ধৰ স্তুতি কৰিছে। অমৰকোষৰ টীকাকাৰ সৰ্বানন্দই (১১৫৯খৃ০) তেওঁৰ টীকাত আৰু বৰ্ধমানে (১১৪০) তেওঁৰ 'গণৰত্ন মহোদধিত' অজয়পালৰ গ্ৰন্থৰ উদ্ধৃতি দিছে। গতিকে অজয়ৰ কাল ১২ শ খৃষ্টীয় শতিকা হ'ব লাগে।

অজয়পালৰ কোষগ্ৰন্থৰ নাম 'নানাৰ্থসংগ্ৰহ'। পৰিসৰত সৰু হ'লে গ্ৰন্থখন মহত্বপূৰ্ণ। ইয়াত প্ৰায় ১৮০০ শব্দ সংগৃহীত হৈছে। বৰ্ণানুসৰি শব্দচয়ন ইয়াৰ বৈশিষ্ট্য। এনে পদ্ধতিৰে প্ৰথমতে ৰচনা কৰা কোষ এইখনেই হ'ব যেন লাগে। অমৰকোষৰ পৰৱৰ্তী টীকাকাৰসকল ইয়াৰ ওচৰত ঋণী।

হেমচন্দ্ৰ ঃ প্ৰসিদ্ধ জৈন পণ্ডিত আৰু কবি হেমচন্দ্ৰই (১০৮৮-১১৭৫খৃ০) চাৰিখন কোষগ্ৰন্থ ৰচনা কৰি কীৰ্তি প্ৰতিষ্ঠা কৰি গৈছে। গ্ৰন্থকেইখন হৈছে—(১) 'অভিধানচিন্তামণি', (২) 'অনেকাৰ্থসংগ্ৰহ', (৩) 'নিঘণ্টুকোষ' আৰু (৪) 'দেশীনামমালা'। ইয়াৰে প্ৰথম তিনিখন সংস্কৃত শব্দকোষ আৰু ৪ৰ্থখন প্ৰাকৃত শব্দ কোষ।

(১) অভিধান চিন্তামণি ৬টা কাণ্ডত বিভক্ত, যথা— দেৱাধিদেৱ, দেৱ, মৰ্ত্য, ভূমি, নৰক আৰু সামান্য। প্ৰথম কাণ্ডত জৈন দেৱ-দেৱীৰ নামৰ সংগ্ৰহ পোৱা যায়। দ্বিতীয়

কাণ্ডত ব্ৰাহ্মণ্য আৰু বৌদ্ধ দেৱ-দেৱী, আৰু দেৱতা বিষয়ক শব্দৰ সংগ্ৰহ কৰা হৈছে। অন্য কাণ্ডবোৰত তাৰ বিষয় অনুসৰি শব্দসংগ্ৰহ কৰা হৈছে। বিভিন্ন ছন্দোময় ১৫৪২টা শ্লোকেৰে গ্ৰন্থখন প্ৰস্তুত হৈছে। ইয়াৰ ওপৰত হেমচন্দ্ৰই নিজে লিখা এক টীকা পোৱা যায়। 'শেষ সংগ্ৰহ' নামে পৰিশিষ্টও এটি বৰ্তমান। ই সমাৰ্থক শব্দৰ ভঁৰাল।

(২) অনেকাৰ্থ সংগ্ৰহো একেদৰে ছয় কাণ্ডত বিভক্ত কোষ গ্ৰন্থ। আপেক্ষিক ভাৱে ই অভিধানতকৈ বৃহত্তৰ। ইয়াত আছে ১৮২৯ টা শ্লোক। অন্ত্য আৰু আদি আখৰৰ ভেটিতে শব্দচয়ন কৰা হৈছে। শব্দাৰ্থ বিচাৰোঁতে কষ্ট নহয়। যিহেতু তেওঁ সুকীয়াকৈ 'লিঙ্গানুশাসন' ৰচনা কৰিছে, সেয়ে কোষত তাৰ বিৱৰণ পাবলৈ নাই। ইয়াৰ ওপৰত 'অনেকাৰ্থ-কৈৰৱাকৰ-কৌমুদী' নামে এক টীকা আছে। যদিও ই হেমচন্দ্ৰৰ নামত প্ৰচলিত, তথাপি, বাস্তৱিকতে ইয়াৰ ৰচোতা হেমচন্দ্ৰৰ শিষ্য মহেন্দ্ৰ সূৰিহে।

(৩) নিঘণ্টুকোষৰ নাম ৱিণ্টাৰনিট্জে নিঘণ্টুশেষ লিখিছে। ইয়াত ৬৯৬ টা শ্লোকত হেমচন্দ্ৰই উদ্ভিদসমূহৰ নাম সংগ্ৰহ কৰিছে। সৰ্বকালৰ উদ্ভিদবিজ্ঞানীসকলৰ বাবে ই এক অমূল্য গ্ৰন্থৰত্ন।

দেশীনামমালাৰ চৰ্চা পাছত কৰা হৈছে।

মঙ্খ ঃ— কাশ্মীৰৰ ৰজা জয়সিংহৰ (১১২৮-১১৪৯খৃ০) সমকালীন আৰু 'শ্ৰীকণ্ঠচৰিত'ৰ কাব্যকাৰ মঙ্খই এক 'অনেকাৰ্থকোষ' ৰচনা কৰি গৈছে। বিশ্বপ্ৰকাশৰ দৰে অন্ত্য ব্যঞ্জন বৰ্ণৰ ক্ৰমানুসৰি এই গ্ৰন্থত অনেকাৰ্থশব্দ সঞ্চয় কৰা হৈছে। পৰিচ্ছেদ বা বৰ্গ বিভাজন নথকা গ্ৰন্থখনত মুঠতে ১০০৭ টা শ্লোক আছে। মূলতঃ কাশ্মীৰত জন্মগ্ৰহণ কৰা কবিসকলৰ গ্ৰন্থত প্ৰাপ্ত শব্দহে সঞ্চয়ন ইয়াত হৈছে। সেয়ে গ্ৰন্থখন গুৰুত্বপূৰ্ণ হ'লেও ইয়াৰ ব্যৱহাৰ কাশ্মীৰৰ বাহিৰত হোৱা নাই।

কেশৱস্বামী ঃ কেশৱস্বামী চোলবংশীয় কুলোত্তুঙ্গৰ পুত্ৰ ৰাজৰাজৰ আশ্ৰিত পণ্ডিত আছিল। অৱশ্যে চোলবংশত একেনামৰ ৰজা দুজন আছিল। এজনে খৃ০ দ্বাদশ শতিকা আৰু আনজনে পৰৱৰ্তী শতিকাত ৰাজত্ব কৰিছিল। তথাপি কেশৱস্বামীৰ কাল এই দুই সীমাৰ মাজত আবদ্ধ।

কেশৱস্বামীৰ চোলৰজা ৰাজৰাজৰ আশ্ৰয়তে থাকি 'নানাৰ্থাৰ্ণৱ সংক্ষেপ' নামে এক বৃহৎ কোষগ্ৰন্থ ৰচনা কৰে। ইয়াৰ বিকল্প নাম 'ৰাজৰাজীয়'। ইয়াত ৪৫০০ শ্লোক আছে। গ্ৰন্থখন ছয় কাণ্ডত বিভক্ত। প্ৰতিকাণ্ড আকৌ ৫ অধ্যায়ত বিভক্ত। কাণ্ডৰ বিভাজন শব্দৰ অক্ষৰৰ সংখ্যানুসৰি কৰা হৈছে। একাক্ষৰৰপৰা ষড়ক্ষৰলৈ কাণ্ডৰ বিভাজন কৰা চকুত পৰে। অধ্যায়ৰ বিভাজন লিঙ্গানুসৰি কৰা হৈছে— স্ত্ৰীলিঙ্গ, পুংলিঙ্গ, নপুংসক, বাচ্যলিঙ্গ আৰু সংকীৰ্ণ লিঙ্গ। আধুনিক অভিধানৰ দৰে প্ৰতি অধ্যায়ত অক্ষৰৰ (বৰ্ণৰ) ক্ৰমানুসৰি শব্দৰ চয়ন কৰা হৈছে। ওপৰৰ চমু বৰ্ণনাই কেশৱস্বামীৰ গ্ৰন্থৰ শৈলীৰ বৈশিষ্ট্য প্ৰকাশ কৰে।

**ৰাঘৱ ঃ** ৰাঘৱ সম্বন্ধে বিশেষ তথ্য জনা নাযায়। তেওঁ 'নানাৰ্থমঞ্জৰী' নামে এখন কোষ ৰচনা কৰে। বিন্টাৰনিট্চে তেওঁৰ সাম্ভাব্য কাল চতুৰ্দশ শতিকা বুলি কৈছে।

**ইৰুগ দণ্ডাধিনাথ ভাস্কৰ ঃ** ইৰুগ দণ্ডাধিনাথ বা দণ্ডিনাথ বা দণ্ডেশ আছিল বিজয়নগৰৰ ৰজা দ্বিতীয় হৰিহৰৰ (১৩৭৯-১৪-৬ খৃ০) সেনাপতি (বিন্টাৰনিট্চৰ মতে ন্যায়মন্ত্ৰী) আছিল। সেয়ে তেওঁক দণ্ডাধিনাথ বোলা হয়। ইৰুগে চতুৰ্দশ শতিকাত 'নানাৰ্থৰত্নমালা' এখন বৃহৎ কোষ গ্ৰন্থ ৰচনা কৰে। গ্ৰন্থখন ছটা কাণ্ডত বিভক্ত— একাক্ষৰ, দ্ব্যক্ষৰ, ত্ৰ্যক্ষৰ, চতুৰক্ষৰ, সংকীৰ্ণ আৰু অব্যয় কাণ্ডবোৰৰ বিষয়সূচক নাম। গতিকে বুজা যায় যে ইৰুগে প্ৰথমাদি কাণ্ডত ক্ৰমে একবৰ্ণৰ শব্দ, দুইবৰ্ণৰ শব্দ, তিনিবৰ্ণৰ শব্দ, চাৰিবৰ্ণাত্মক শব্দ, সংকীৰ্ণ শব্দ আৰু অব্যয় শব্দৰ যথাক্ৰমে সঞ্চয়ন কৰিছিল। সম্ভৱতঃ কোষকাৰৰ প্ৰকৃত নাম আছিল ভাস্কৰ।

**কেশৱ ঃ** ১৬৬০ খৃষ্টাব্দ (৪৭৬১ কলিসম্বৎ) ত কেশৱে 'কল্পদ্ৰুমকোশ' (কোষ) ৰচনা কৰে। কোষকাৰৰ কাল সপ্তদশ শতিকাৰ উত্তৰাৰ্ধ।

'কল্পদ্ৰুমকোশ' সমানাৰ্থ কোষসমূহৰ ভিতৰত বৃহত্তম; ইয়াত আছে প্ৰায় ৪০০০ শ্লোক। ইয়াৰ স্কন্ধ তিনিটা ভূমি, ভূবঃ আৰু স্বৰ্গ। প্ৰত্যেক স্কন্ধ অনেক প্ৰকাণ্ড বা খণ্ডত বিভক্ত। ইয়াত সমানাৰ্থ শব্দৰ সংখ্যা অত্যধিকভাৱে পোৱা যায়। যেনে, পৃথিবী শব্দৰ পৰ্য্যায়শব্দ দিছে ৬৪টা, অগ্নিৰ ১১৪টা। শব্দ চয়নতো নতুনত্ব বিদ্যমান। গ্ৰন্থৰ বৈচিত্ৰ অনেক ঠাইত অনেকভাৱে প্ৰকাশ পাইছে। হস্তি প্ৰকৰণ (শ্লোক ১৪২-৮৮) তাৰ প্ৰকৃষ্ট দৃষ্টান্ত। ইয়াত যে অকল হাতীৰ পৰ্যায় বাচক শব্দ চয়ন হৈছে এনে নহয়; বৰঞ্চ হাতীৰ উৎপত্তিস্থল আৰু বিভিন্ন অৱস্থাত হাতীৰ যি বিভিন্ন নাম কোৱা হয় সিবোৰো দিয়া হৈছে। আনকি হাতীৰ জাতি প্ৰজাতিৰ নাম পৰ্যন্ত দিয়া হৈছে। সেয়ে কল্পদ্ৰুকোশক অকল শব্দাৰ্থকোষ নুবুলি এক বিশ্বকোষ বুলিলেও অত্যুক্তি কৰা নহয়।

**বিশ্বনাথ ঃ** বিশ্বনাথে মেৱাৰৰ ৰজা জগৎ সিংহৰ পৃষ্ঠপোষকতাত থাকি ১৬২৮-৩৪ খৃষ্টাব্দৰ ভিতৰত 'জগৎ প্ৰকাশ কাব্য' ৰচনা কৰাৰ লগতে 'কল্পতৰু' নামে এখন সুবিশাল কোষগ্ৰন্থও প্ৰস্তুত কৰে। ইয়াত প্ৰায় ৫০০০ শ্লোকত বিশ্বনাথে সমানাৰ্থক আৰু নানাৰ্থ শব্দৰাজি চয়ন কৰিছে। গ্ৰন্থৰ আৰ্হি 'অমৰকোষ'।

**মহীপ ঃ** মহীপে 'অনেকাৰ্থতিলক' নামে এখন কোষ ৰচনা কৰে। তেওঁৰ কাল অজ্ঞাত। যিহেতু মহীপে হেমচন্দ্ৰৰ নামোল্লেখ কৰিছে, সেয়ে তেওঁ যে হেমচন্দ্ৰৰ (১০৮৮-১১৭৫) পৰৱৰ্তী তাত সন্দেহ নাই। এই গ্ৰন্থতো বৰ্ণানুক্ৰমত শব্দ চয়ন কৰা হৈছে। গ্ৰন্থখন চাৰি খণ্ডাত্মক। শ্লোকৰ সংখ্যা ৪৫,৩৬২, ২১০ আৰু ২১৩ (মুঠ ৯১০)।

**সৌভৰী ঃ** সৌভৰী সম্ভৱতঃ ১৫৮২ খৃষ্টাব্দত পূৰ্বতে জন্ম গ্ৰহণ কৰিছিল। তেওঁ 'একাক্ষৰ-দ্ব্যক্ষৰ নামমালা' নামে এখন কোষ গ্ৰন্থ ৰচনা কৰা বুলি জনা যায়। ইয়াৰ প্ৰথম ভাগত একাক্ষৰ শব্দ আৰু দ্বিতীয় ভাগত দুই আখৰ যুক্ত শব্দৰ চয়ন হৈছে। ইয়াত অকল

'ক', 'খ' আদি শব্দৰ অৰ্থ ই নহয় 'কি', 'কৃ', 'খি', 'খু' আদি শব্দৰো অৰ্থ দিছে।

**শাহজী মহাৰাজ ঃ** শাহজী তাঞ্জোৰৰ মাৰাঠা নৃপতি আছিল। তেওঁ ছত্ৰপতি শিৱাজীৰ অনুজ বেকোজীৰ জ্যেষ্ঠপুত্ৰ আছিল। তেওঁ ১৬৫৮-১৭১২ খৃষ্টাব্দৰ মাজত তাঞ্জোৰত ৰাজত্ব কৰিছিল। তেওঁ বিদ্যোৎসাহী হোৱাৰ উপৰিও নিজেও সাৰস্বত সাধনাত নিৰত আছিল। তেওঁ চাৰিখন গ্ৰন্থ প্ৰণয়ন কৰে — (১) **'শব্দাৰ্থসংগ্ৰহ'**, (২) **'চন্দ্ৰশেখৰ বিলাস'** (নাটক), (৩) **'অষ্টপতি'** (সঙ্গীত) আৰু (৪) **'শব্দৰত্ন সমন্বয়'**।

শেষোক্ত গ্ৰন্থখন নানৰ্থেকোষ। ইয়াত নতুন পদ্ধতিৰে শব্দচয়ন কৰিছে। সামান্যভাৱে অন্ত্যবৰ্ণানুসাৰে শব্দসংগ্ৰহ কৰাৰ উপৰিও প্ৰতিটো বৰ্গৰ ভিতৰত অক্ষৰক্ৰমত শব্দৰ বিন্যাস কৰা দেখা যায়। ইয়াত একেটা শব্দৰ বিভিন্ন বিকল্প বানানৰ ৰূপো প্ৰদৰ্শিত হৈছে।

**ৰামনাচাৰ্য শ্ৰীসাধু সুন্দৰগণি ঃ** সুন্দৰগণি ৰচিত কোশগ্ৰন্থ **'শব্দৰত্নাকৰ'** নামে পৰিচিত। ইয়াত ছটা কাণ্ড আছে — (১) অৰ্হৎকাণ্ড (শ্লোক সংখ্যা ১৭), (২) দেৱকাণ্ড (১৩৪), (৩) মানৱকাণ্ড (৩৫৫), (৪) তিৰ্যক কাণ্ড (৩৭২), (৫) নাৰক কাণ্ড (৪৭), (৬) সামান্য কাণ্ড (১২৯ শ্লোক)। ইও এখন সমানাৰ্থক কোশ। গণিৰ কাল জনা নাযায়।

গণিকৃত **'শব্দৰত্নাকৰ'**ৰ পুষ্পিকাৰূপৰা আৰু তেওঁৰ অন্য গ্ৰন্থ **'ধাতুৰত্নাকৰ'**ৰ আৰম্ভ আৰু অন্তত নিজৰ বিষয়ে গ্ৰন্থকাৰে পৰিচয় দি কৈছে যে তেওঁ সাধুকীৰ্তি নামে পাঠকৰ শিষ্য আছিল আৰু বিমলতিলক তেওঁৰ কনিষ্ঠ গুৰুভাই আছিল। তেওঁৰ তিনিখন গ্ৰন্থ পোৱা যায়। (১) **উক্তি ৰত্নাকৰ**, (২) **ধাতুৰত্নাকৰ** (ব্যাকৰণ সম্বন্ধীয় গ্ৰন্থ) আৰু (৩) **শব্দৰত্নাকৰ**। শব্দৰ বিভিন্নৰূপ নিৰূপণ কৰি দেখুৱা এই গ্ৰন্থৰ এক বৈশিষ্ট্য।

**ৰামনভট্ট বাণেও** অন্য এখন **'শব্দৰত্নাকৰ'** নামে গ্ৰন্থ ৰচনা কৰিছে। গ্ৰন্থখন ত্ৰিকাণ্ডবিশিষ্ট। অমৰকোষৰ আৰ্হিত ৰচিত।

**হৰ্ষকীৰ্তি ঃ** হৰ্ষকীৰ্তি জৈন বিদ্বান আছিল। তেওঁ নাগপুৰীয় তপাগচ্ছ শাখাৰ অধ্যক্ষ ভট্টাৰক আছিল। তেওঁৰ গুৰু চন্দ্ৰকীৰ্তিয়ে দিল্লীৰ মোগল বাদছাহ জাহাংগীৰৰপৰাও (১৭শ শতিকা) সম্মান লাভ কৰিবলৈ সক্ষম হৈছিল। হৰ্ষকীৰ্তিৰচিত দুখন কোষগ্ৰন্থ আছে — (১) শাৰদীয়াখ্য নামমালা আৰু (২) শব্দানেকাৰ্থ। পিছৰখন গ্ৰন্থৰ ৰচনাকাল ১৬০৯ খৃষ্টাব্দ বুলি জনা যায়। গতিকে হৰ্ষকীৰ্তিৰ কাল ১৭শ শতিকাৰ আদিভাগ (১৫৭৫-১৬২৬ খৃঃ)।

'শাৰদীয়াখ্য নামমালা' বা 'শাৰদীয়াভিধানমালা' সমানাৰ্থক শব্দৰ কোষ। ই ত্ৰিকাণ্ডাত্মক। প্ৰতিটো কাণ্ড একাধিক বৰ্গত বিভক্ত। প্ৰথম কাণ্ডত তিনিটা বৰ্গ — (১) দেৱবৰ্গ, (২) ব্যোমবৰ্গ, (৩) ধৰাবৰ্গ। দ্বিতীয় কাণ্ডত আছে চাৰিটা বৰ্গ — (১) অঙ্গবৰ্গ, (২) সংযোগাদিবৰ্গ, (৩) সংগীতবৰ্গ আৰু (৪) পত্তিতবৰ্গ। তৃতীয় কাণ্ড আকৌ পাঁচটা বৰ্গত বিভক্ত — (১) ব্ৰহ্মবৰ্গ, (২) ৰাজবৰ্গ, (৩) বৈশ্যবৰ্গ, (৪) শূদ্ৰবৰ্গ আৰু (৫) সঙ্কীৰ্ণ বৰ্গ। গ্ৰন্থখন মুঠ শ্লোক সংখ্যা হল ৪৬৫ টা অনুষ্টুপ পদ্য।

শাৰদীয়াখ্য নামমালাৰ উপৰিও হৰ্ষকীৰ্তিয়ে অন্যান্য বিষয়ৰ ওপৰত একাধিক গ্ৰন্থ প্ৰণয়ন কৰি গৈছে। যথা — (১) বৃহৎ শান্তি (বৃহচ্ছান্তি) স্তোত্ৰ ৰচনাকাল ১৫৬৮, (২) কল্যাণমন্দিৰস্তোত্ৰটীকা (১৫৭৫), (৩) সিন্দুৰ প্ৰকৰণ টীকা, (৪) সাৰস্বতদীপিকা, (৫) সেটনিট কাৰিকা বিৱৰণ (১৬১২), (৬) ধাতুপাঠতৰঙ্গিনী, (৭) ধাতুপাঠবিৱৰণ, (৮) যোগচিন্তামণি, (৯) শ্ৰুতবোধটীকা। ব্যাকৰণ, জ্যোতিষ, ছন্দ, কোষ আৰু কাব্য-সাহিত্যত তেওঁ যে সিদ্ধহস্ত আছিল এই গ্ৰন্থপঞ্জীয়ে তাক নিঃসন্দেহে প্ৰমাণ কৰে।

**বৈদ্যক নিঘণ্টুসমূহ ঃ** সংস্কৃত বা ভাৰতীয় কোষগ্ৰন্থৰ ইতিহাসত বৈদ্যক নিঘণ্টুসমূহে এক বিশিষ্ট স্থান অধিকাৰ কৰি আছে। তাৰে কেইখনমানৰ নিতান্ত সংক্ষিপ্ত পৰিচয় পাঠকবৃন্দৰ অবগতিৰ বাবে তুলি ধৰা হ'ল ঃ

(১) ধন্বন্তৰি নিঘণ্টু নিঃসংন্দেহে প্ৰাচীনতম বৈদ্যক নিঘণ্টু। অমৰকোষতকৈও ই প্ৰাচীনতৰ। ই দুখণ্ডত বিভক্ত। ই এই শ্ৰেণীভুক্ত পৰৱৰ্তী নিঘণ্টুবোৰ আধাৰভূত গ্ৰন্থ।

(২) নৱম শতিকাত মাধৱকৰে ৰচনাকৰা এনে নিঘণ্টু 'পৰ্যায়ৰত্নমালা' বা 'ৰত্নমালা' নামে জনাজাত।

(৩) হৰিচৰণ সেন বিৰচিত 'পৰ্যায়মুক্তাৱলী' বা 'মুক্তাৱলী' পৰ্যায়ৰত্নমালাৰ আধাৰতে ৰচিত হয়। ইয়াত ২৩টা বৰ্গ বিভাগ চকুত পৰে। এই দুয়োখন গ্ৰন্থ বঙ্গদেশত প্ৰচলিত আৰু জনপ্ৰিয় বৈদ্যক নিঘণ্টু। ৰত্নমালাৰ তুলনাত মুক্তাৱলী অধিক প্ৰণালীবদ্ধ।

(৪) হেমচন্দ্ৰকৃত 'নিঘণ্টুশেষ' এই শ্ৰেণীত পৰে। ৩৯৬ টা শ্লোকত সমাপ্ত গ্ৰন্থখন ছয়কাণ্ডত বিভক্ত — বৃক্ষ, গুল্ম, লতা, শাক, তৃণ আৰু ধান্য এয়ে ছয় কাণ্ড।

(৫) মদনপাল বিৰচিত 'মদনপাল নিঘণ্টু' অন্য এক বৈদ্যক নিঘণ্টু। মদনপাল দিল্লীৰ উত্তৰত থকা কাষ্ঠা নগৰৰ ৰজা আছিল। গ্ৰন্থৰ ৰচনাকাল ১৩৭৪ খৃ০। ২২৫০ শ্লোকবিশিষ্ট গ্ৰন্থখন ১৪ বৰ্গত বিভক্ত। বিষয়ৰ ব্যাপকতাৰ বাবে ইয়াৰ খ্যাতি আছে।

(৬) 'সিদ্ধমন্ত্ৰ' হৈছে বৈদ্যবৰ কেশৱ প্ৰণীত এক স্বল্পকায় বৈদ্যক নিঘণ্টু। কেশৱৰ পুত্ৰ গোপদেৱে (১২৭০-১৩০৯ খৃ০) ইয়াৰ ওপৰত টীকা ৰচনা কৰে।

(৭) কৈয়দেৱ প্ৰণীত বৈদ্যক নিঘণ্টুক 'কৈয়দেৱনিঘণ্টু' নামেৰে জনা যায়। প্ৰকৃততে ইয়াৰ নাম 'পথ্যাপথ্যবিবোধক'। ই অধিক পুৰণি গ্ৰন্থ নহ'লেও অধিক তথ্যসমৃদ্ধ হোৱাৰ বাবে ইয়াৰ মহত্ত্ব আছে, লেখকে আত্মপৰিচয় দিছে।

(৮) কাশ্মীৰ নিবাসী নৰহৰি বিৰচিত 'ৰাজনিঘণ্টু' এই শ্ৰেণীৰ নিঘণ্টুৰ ভিতৰত বৃহত্তম বুলি জনা যায়। গ্ৰন্থৰ আৰম্ভণিতে নৰহৰিয়ে উপজীব্য গ্ৰন্থৰ উল্লেখ কৰিছে। তাৰ মাজত থকা 'মদন-পাৰিজাত'ৰ উল্লেখৰপৰা গ্ৰন্থকাৰৰ কাল ১৩৭৪ খৃষ্টাব্দৰ পৰৱৰ্তী বুলি জনা যায়। এই নিঘণ্টুক 'অভিধান চূড়ামণি' নামেৰেও জনা যায়। ই এক প্ৰামাণিক গ্ৰন্থ।

(৯) বৈদ্যক নিঘণ্টু আৰু নানাৰ্থ ঔষধ কোষসমূহৰ ভিতৰত শিৱদত্ত মিশ্ৰ প্ৰণীত 'শিৱকোষ' নিশ্চিতৰূপে অন্যতম শ্ৰেষ্ঠগ্ৰন্থ। শিৱদত্তৰ জন্ম হয় কৰ্পূৰ বংশৰ চতুর্ভুজ মিশ্ৰৰ

পুত্ৰৰূপে। এই বংশই আয়ুৰ্বেদ পৰম্পৰাত অনেক অৱদান যোগাইছে। স্বয়ং চতুৰ্ভুজে 'ৰসকল্পদ্ৰুম' ৰচনা কৰাৰ উপৰিও গোবিন্দকৃত ৰসহৃদয়'ৰ টীকা ৰচনা কৰিছে। শিৱদত্তৰ পুত্ৰ কৃষ্ণদত্তই ত্ৰিমল্লবিৰচিত 'দ্ৰব্যগুণ শতশ্লোকী'ৰ টীকা কৰিছে। স্বয়ং শিৱদত্তই 'শিৱকোষ' ৰচনা কৰি উঠি তাৰ ওপৰতো বিস্তৃত টীকা ৰচনা কৰিহে ক্ষান্ত হৈছে। শিৱকোশৰ ৰচনাকাল ১৬৭৭খৃ০। গ্ৰন্থকাৰৰ আৰ্বিভাৱ কাল ১৬৫০-১৭০০ খৃ০।

শিৱকোষ নানাৰ্থক ঔষধিকোষ। ইয়াত ঔষধিবাচক শব্দবোৰৰ অনেকাৰ্থ দিছে। শব্দৰ চয়ন অন্ত্য বৰ্ণানুসৰি কৰা হৈছে। ই অতিশয় বিস্তৃত, বিশদ আৰু প্ৰামাণ্য গ্ৰন্থৰত্ন। ঔষধিৰ পৰিচয়াৰ্থক দেশীশব্দৰ প্ৰয়োগো চকুত পৰে।

**ক্ৰিয়াকোষ ঃ** সংস্কৃত বাঙ্ময় অনেক বৈচিত্ৰপূৰ্ণ। কোষবিদ্যাৰ মাজতো সেই বৈচিত্ৰ অব্যাহতভাৱে বিদ্যমান। সমানাৰ্থ অনেকাৰ্থ কোষ, বৈদ্যক নিঘণ্টুৰ লগতে ক্ৰিয়াৰ কোষৰ সংকলন চকুত পৰে। অন্ততঃ দুখন ক্ৰিয়াকোষ উল্লেখযোগ্য — (১) ভট্টমল্লৰ 'আখ্যাত চন্দ্ৰিকা' আৰু হলায়ুধৰ 'কবিৰহস্য'। ভট্টমল্ল দ্বাদশ শতিকাৰ আগৰ লোক। তেওঁৰ আখ্যাতচন্দ্ৰিক নি কাণ্ডত বিভক্ত। প্ৰতিকাণ্ডৰ অবান্তৰ বৰ্গবিভাগ আছে। কবিৰহস্যৰ শৈলী পৃথক। হয়াত বিভিন্ন গণত পঠিত সমানাকাৰ ধাতুসমূহক সংগ্ৰহ কৰি শ্লোকত প্ৰকাশ কৰা হৈছে। হলায়ুধৰ কাল দশম শতিকাৰ উত্তৰাৰ্ধ।

**সঙ্গীতাদি কোষ ঃ** অন্য কোষৰ সমান্তৰাল ৰূপত সঙ্গীত, নৃত্যাদি বিষয়ক কোষো ই দেশত ৰচিত হৈছিল। মহাৰাজা নামে কুম্ভকৰ্ণই 'সঙ্গীতৰাজ' এখন বিশাল গ্ৰন্থ প্ৰণয়ন কৰিছিল তাৰে এভাগ নৃত্যৰত্নকোষ নামে প্ৰখ্যাত। তাত নৃত্যবিষয়ক প্ৰমেয় নিৰ্দিষ্ট হৈছে

এনেবিধৰ অন্য এক গ্ৰন্থৰত্ন হৈছে 'ৰত্নৰত্নকোশ'। ৰচকৰ নাম জনা নাযায়। গ্ৰন্থখন দুভাগত বিভক্ত। প্ৰথমভাগ সূত্ৰাত্মক, আৰু দ্বিতীয় ভাগ সূত্ৰ আৰু সেই সম্বন্ধীয় বিবৰণযুক্ত। ইয়াৰ ৰচনা ১০০৮-১৪০০ খৃষ্টাব্দৰ মাজত হোৱা সম্ভৱ।

**ৰামাৱতাৰ শৰ্মা ঃ** ১৯৬৭ চনত প্ৰথমবাৰলৈ প্ৰকাশিত মহামহোপাধ্যায় ৰামাৱতাৰ শৰ্মাৰ 'বাঙ্ময়াৰ্ণৱ' সংস্কৃত কোষৰ ইতিহাসত এক উত্তম কৃতি বুলিব পাৰি। ৰামাৱতাৰ শৰ্মাই (১৮৭৭-১৯২৯খৃ০) ১৯১১ খৃষ্টাব্দত এই কোষ ৰচনাৰ কামত হাত দি তাক সুদীৰ্ঘ ৩৮ বছৰত সম্পূৰ্ণ কৰে। শৰ্মাৰ জন্ম হয় বিহাৰৰ ছপৰা নগৰত। তেওঁৰ পিতৃ শ্ৰীদেৱনাৰায়ণ শৰ্মা ধৰ্মশাস্ত্ৰ আৰু কৰ্মকাণ্ডৰ ভাল পণ্ডিত আছিল।

'বাঙ্ময়াৰ্ণৱকোষ' অমৰকোষৰ শৈলীত প্ৰায় সাতহাজাৰ অনুষ্টুপ পদ্যত ৰচিত (প্ৰকৃত সংখ্যা ৬৭৯৬)। গ্ৰন্থখন নানাৰ্থ শ্ৰেণীৰ কোষ। বৈজ্ঞানিক বৰ্ণানুক্ৰমত শব্দচয়ন ইয়াৰ এক বৈশিষ্ট্য। ইয়াত বৈদিক আৰু লৌকিক শব্দৰ একেলগে সন্নিৱেশ ঘটিছে।

**আধুনিক কোষগ্ৰন্থ ঃ** পাশ্চাত্ত্য-শিক্ষাৰ সোঁতত নতুন পদ্ধতিৰে অনেক শব্দকোষ ৰচিত হৈছে। তাৰে ভিতৰত ৰাধাকান্ত দেৱৰ সম্পাদনাত সাত খণ্ডত ১৮২২-১৮৫৮ খৃষ্টাব্দৰ মাজত প্ৰকাশিত 'শব্দকল্পদ্ৰুম' অন্যতম। ইয়াত অকাৰাদি বৰ্ণক্ৰমত শব্দৰ চয়ন হৈছে।

ইতিহাস, পুৰাণ, স্মৃতি আদি প্ৰমাণৰ আধাৰত এই গ্ৰন্থ সংকলিত হৈছে।

একে প্ৰণালীৰে সুখানন্দনাথে চাৰিভাগত 'শব্দাৰ্থ চিন্তামণি' (১৮৬৪-১৮৮৫) আৰু তাৰানাৰ্থ তৰ্ক বাচস্পতিয়ে কুৰি ভাগত বাচস্পত্যম্ (১৮৭৩-১৮৮৪) ৰচনা কৰি প্ৰকাশ কৰে।

**পালি আৰু প্ৰাকৃতকোষ ঃ** কোষবিদ্যাৰ বুৰঞ্জী ইমানতে সমাপ্ত নহয়। পালি আৰু প্ৰাকৃত ভাষাৰ শব্দকোষৰ চৰ্চা নকৰিলে আমাৰ ইতিহাস অসম্পূৰ্ণ হৈ ৰোৱাৰ সম্ভাৱনা আছে। সংস্কৃত আৰু পালি-প্ৰাকৃতৰ বাঙ্ময়লৈ বৌদ্ধ আৰু জৈন বিদ্বানসকলে যিদৰে নিজ নিজ অৰিহণা দিছে একেদৰে কোষ ৰচনাতো সিসকলৰ অৱদান অনস্বীকাৰ্য। বৌদ্ধসকলে বৈদিক নিঘণ্টুৰ পৰ্যায়তে নিজস্ব কোষগ্ৰন্থ ৰচি গৈছে। এনে কোষৰ ভিতৰত আটাইতকৈ প্ৰসিদ্ধ হৈছে 'মহাব্যুৎপত্তি'। ই ২৫৮ প্ৰকৰণত বিভক্ত। ইয়াত মুঠতে প্ৰায় ৬০০০ শব্দ সংকলিত হৈছে। ই যে অকল বুদ্ধ আৰু বৌদ্ধ ধৰ্মৰ পাৰিভাষিক শব্দৰ অৰ্থকে দিয়ে এনে নহয়, বৰঞ্চ পশু, গছ-বিৰিখ, ৰোগাদি বিষয়ক শব্দও ই সঞ্চয় কৰি ৰাখিছে। পৰ্যায়বাচক শব্দৰ উপৰিও ধাতুৰূপো ইয়াত উল্লেখিত হৈছে।

একেদৰে মোগল্লানৰ 'অভিধানপ্পদীপিকা' পালি কোষসমূহৰ ভিতৰত অতিকৈ জনপ্ৰিয়। ই ১২শ শতিকাত ৰচিত হৈছিল। ই অমৰকোষৰদ্বাৰা প্ৰভাৱিত হৈছে। আনকি ঠাই বিশেষত অমৰৰ অনুবাদ ৰূপ বিদ্যামান।

**প্ৰাকৃতকোষ ঃ** প্ৰাকৃত ভাষাত ৰচিত কোষগ্ৰন্থৰ ভিতৰত প্ৰাচীনতম হৈছে ধনপাল বিৰচিত 'পাইঅলচ্ছিনামমালা'। গ্ৰন্থকাৰে এই কোষখন ৯৭২ খৃষ্টাব্দত তেওঁৰ কনিষ্ঠা ভগিনীৰ কাৰণে লিখা বুলি নিজে স্বীকাৰ কৰি গৈছে। ইয়াত মাথোন ২৭৯ গাথা আছে। পৰিচ্ছেদ বিভাজন ইয়াত নাই। হেমচন্দ্ৰই পিছলৈ ইয়াৰ সহায় লৈ নিজ গ্ৰন্থ ৰচনাত প্ৰবৃত্ত হৈছিল।

হেমচন্দ্ৰ প্ৰণীত 'দেশীনামমালা' নামে প্ৰাকৃতকোষ অধিক মহত্বপূৰ্ণ আৰু আকৰ্ষণীয়। প্ৰাকৃতত সততে শব্দৰাজিক তৎসম (সংস্কৃতৰ সমান), তদ্ভৱ (সংস্কৃতৰ পৰা বিবৰ্তনক্ৰমে প্ৰাপ্ত) আৰু দেশী (অঞ্চল বিশেষত প্ৰচলিত) এই তিনি শ্ৰেণীত বিভাজন কৰা হয়। হেমচন্দ্ৰই তাৰে তৃতীয় ভাগ বা দেশীশব্দসমূহক একত্ৰিত কৰি তাৰ অৰ্থদান কৰিবলৈ নিজগ্ৰন্থ প্ৰণয়ন কৰে যদিও তাৰ মাজত তদ্ভৱশব্দৰ অনুপ্ৰৱেশ নঘটা নহয়। গ্ৰন্থখন আঠ অধ্যায় বা বৰ্গত বিভক্ত আৰু আদি আখৰৰ বৰ্ণানুক্ৰমত গ্ৰন্থখন সজ্জিত হৈছে। প্ৰথমে পৰ্যায়বাচক সমানাৰ্থ শব্দাৰ্থ সংগ্ৰহ কৰি পাছত নানাৰ্থ শব্দ সংকলন কৰা হৈছে। হেমচন্দ্ৰই নিজে এই গ্ৰন্থৰ টীকা ৰচনা কৰিছে। গ্ৰন্থখনে হেমচন্দ্ৰৰ কালৰ (১২ শ শতিকাৰ) সামাজিক ৰীতিনীতিৰো আভাস দিয়ে।

জৈনবিদ্বানসকলে দুখন বিশালকোষত প্ৰাকৃত শব্দচয়ন কৰি থৈ গৈছে। তাৰে এখন অভিধানৰাজেন্দ্ৰকোষ আৰু আনখন প্ৰাকৃত শব্দ মহাৰ্ণৱ নামে জনাজাত। প্ৰথম কোষখন

অকল প্ৰাকৃত শব্দকোষেই নহয়, বৰঞ্চ ই জৈন ধৰ্মৰ সকলো সংস্কৃতি ব্যঞ্জক এক বিশ্বকোষৰ ৰূপ লৈছে। ইয়াত জৈনধৰ্ম, দৰ্শন, সাহিত্য, ৰীতি-নীতি আদি সকলো বিষয়ৰে পৰিচয় সন্নিবিষ্ট হৈছে। এই মহাগ্ৰন্থখন সাতখণ্ডত দহ হাজাৰ পৃষ্ঠাত (ৰতলামৰ পৰা) প্ৰকাশিত হৈছে।

**'প্ৰাকৃত শব্দ মহাৰ্ণৱ'** কোষখনো একাধিক খণ্ডত প্ৰায় ডেৰহাজাৰ পৃষ্ঠাত (কলিকতা আৰু কাশীৰ পৰা) প্ৰকাশিত হৈছে। ই বৰ্ণনাক্ৰমিক প্ৰণালীত নিবদ্ধ। এই দুয়োখন গ্ৰন্থ জৈন বিদ্বানসকলৰ গভীৰ আৰু ব্যাপক অধ্যয়ন আৰু অধ্যৱসায়ৰ পৰিচয় দিয়ে।



দেখা যায়। ব্যাকৰণখনৰ মঙ্গলাচৰণত প্ৰণেতা বিদ্যাবাগীশে এই ব্যাকৰণ ৰচনাৰ পটভূমি দি কৈছে।

শ্ৰীমল্লদেৱস্য গুণৈক সিন্ধোৰ্মহীমহেন্দ্ৰস্য যথানিৰ্দেশম্।
যত্নাৎ প্ৰয়োগোত্তম ৰত্নমালা বিতন্যতে শ্ৰীপুৰুষোত্তমেন।।
মহতামপিহৃদ্বি ভাৱনীয়ৈৰ্মহসীয়ৈগুণ বৃত্তিমৎপ্ৰয়োগৈঃ।
ৰচিতাং পুৰুষোত্তমেন বালাঃ প্ৰতিভ্যায়ৈ পৰিধত্তৰত্নমালাম্।।

পুৰুষোত্তমৰ পূৰ্বপুৰুষ নৰোত্তম কান্যকুব্জৰ অধিবাসী আছিল। সপ্তম শতিকাৰ কামৰূপৰ ৰজা কুমাৰ ভাস্কৰবৰ্মাই কাশীৰ ৰজাই অনুষ্ঠিত কৰা যজ্ঞলৈ আমন্ত্ৰণ লাভ কৰি তালৈ গৈ যজ্ঞৰ হোতা পুৰোহিত নৰোত্তমক লগ পায়। বেদ আৰু দৰ্শনত নিষ্ণাত কাশ্যপগোত্ৰীয় পণ্ডিত নৰোত্তৰ গুণত মুগ্ধ হৈ ৰজা ভাস্কৰবৰ্মাই তেওঁক কামৰূপলৈ লৈআহে। ভাস্কৰবৰ্মাই অশ্বক্ৰান্তত পঢ়াশালী পাতি দি পণ্ডিত নৰোত্তমক উপাধ্যায় নিয়োগ কৰে। নাৰোত্তমে তাত আঠ বছৰ ধৰি বেদ, ব্যাকৰণ, দৰ্শনাদি নানা শাস্ত্ৰ পঢ়ুৱাইছিল। তাৰপৰা তেওঁ বৰ্ত্তমান পাঠশালাৰ নিকটবৰ্ত্তী বহৰী বা বহত্তিলৈ গৈ বসতি কৰে। তাতে নৰোত্তমে তেওঁৰ পুত্ৰ কৃষ্ণদত্তক বিয়া-বাৰু কৰোৱাই দি নিজে সংসাৰ এৰি বৃন্দাবনলৈ যাত্ৰা কৰে। তেওঁৰ বংশতে পদ্মনাভৰ ঔৰষত পুৰুষোত্তমৰ জন্ম হয়। তেওঁৰ পুৰুষনামা তলত দিয়া হ'ল ঃ-

নৰোত্তম (৭ম শতিকা)




শতিকে পুৰুষোত্তম মহাপুৰুষ হৰিদেৱৰ পূৰ্বতন পুতেক আছিল। (কিন্তু এই বংশাৱলী বিশুদ্ধ বুলি মনে নধৰে ; কাৰণ ৮/৯শ বছৰ মাত্ৰ আঠ পুৰুষৰ জীৱন যাপনেৰে সমাপ্ত

হ'ব নোৱাৰে। কমেও ১৬.২০ পুৰুষৰ এয়া সময়)। সি যি হওক পুৰষোত্তম শঙ্কৰদেৱ, দামোদৰদেৱ, মাধৱদেৱ আৰু হৰিদেৱৰ যে সমসাময়িক লোক আছিল তাত সন্দেহ নাই। জনা যায় যে পণ্ডিত পুৰুষোত্তম হৰিদেৱত সাত বছৰে বয়োজ্যেষ্ঠ আছিল। মহাপুৰুষ হৰিদেৱৰ ১৩৩৮ শক অৰ্থাৎ ১৪২৬ খৃষ্টাব্দত জন্ম হয়। গতিকে পুৰুষোত্তমৰ জন্ম ১৪১৯ খৃষ্টাব্দ অৰ্থাৎ ১৩৪১ শকত হোৱা সম্ভৱ। ল'ৰালিতে তেওঁ পিতা-মাতাক হেৰুৱাই নিঠৰুৱা হয়। জেঠাদেউতাক অজনাভৰ যত্নত তেওঁ ডাঙৰ দীঘল হয়। তেৱেঁই পুৰুষোত্তমৰ উপনয়ন কাৰ্য্য কৰে। ইয়াৰ পাছত কিছুদিন পুৰুষোত্তমে শিলাগ্ৰামত মোমায়েকৰ ঘৰত থাকে। ইয়াৰ পিছত তেওঁ নবদ্বীপলৈ যায় আৰু তাত পাণিনীয় অষ্টাধ্যায়ী, বেদ-বেদাঙ্গ, দৰ্শনাদি শাস্ত্ৰচয় অধ্যয়ন কৰে। তাত থাকোঁতে তেওঁ মহাৰাষ্ট্ৰীয় পণ্ডিত বিশ্বেশ্বৰ ওচৰত বেদাধ্যয়ন কৰি বিশেষ ব্যুৎপত্তি লাভ কৰে আৰু বিদ্যাবাগীশ উপাধিৰে বিভূষিত হয়। তাৰপৰা শিলাগ্ৰামলৈ উভতি আহে। তাতে তেওঁ টোল পাতি পাণিনীয় ব্যাকৰণ, কলাপ ব্যাকৰণ আদি শাস্ত্ৰৰ অধ্যাপনা আৰম্ভ কৰে। তেওঁ পাতগ্ৰাম (বা পাতবাউসীত) বিয়া কৰায়। মল্লদেৱ বা নৰনাৰায়ণ ৰজাই তেওঁৰ পাণ্ডিত্যৰ কথা শুনি হাতী পঠিয়াই তেওঁক কোচবেহাৰলৈ নি ৰাজসভাত পণ্ডিতৰ আসনত ব গায়। ১৪৭২ শকত (খৃ˝ ১৫৫০) তেওঁৰ দেহান্তৰ ঘটে।

**প্ৰয়োগৰত্নমালা ঃ** কোচবেহাৰত থাকোঁতেই ৰজাৰ আদেশত তেওঁ প্ৰয়োগ ৰত্নমালা নামে এখন সুবোধ ব্যাকৰণ ৰচনা কৰে। গ্ৰন্থখন ২২টা বিন্যাসত বিভক্ত। ১ম বিন্যাসত সজ্ঞা আৰু সন্ধিৰ কাৰিকা, ২য়ত স্বৰান্ত সাধ্য কাৰিকাসমূহ, ৩য় বিন্যাসত কাৰক সম্বন্ধীয় কাৰিকা, ৪ৰ্থ বিন্যাসত প্ৰকীৰ্ণ বা মিহলি কাৰিকাসমূহ, ৫ম বিন্যাসত কাৰক সম্বন্ধীয় কাৰিকা, ৬ষ্ঠ বিন্যাসত সমাস কাৰিকাৱলী ৭ম বিন্যাসত তদ্ধিত কাৰিকাৱলী, ৮—১৫ বিন্যাসত আখ্যাত আৰু তদ্ধিত প্ৰকৰণ, ১৬—২২ বিন্যাসত কৃৎপ্ৰকৰণ বৰ্ণিত হৈছে। এই ব্যাকৰণত স্বৰ আৰু বৈদিক প্ৰক্ৰিয়া বৰ্ণিত হোৱা নাই; কেৱল লৌকিক সংস্কৃত সম্বন্ধীয় নিয়মবোৰ বৰ্ণিত হোৱাটো এক তাৎপৰ্য্য পূৰ্ণ কথা।

**প্ৰয়োগৰত্নমালাৰ টীকাসমূহ ঃ** ইয়াৰ ওপৰত ছয়জন টীকাকাৰে টীকা-টিপ্পনী ৰচনা কৰি গৈছে। পোনতে ৰজা প্ৰাণনাৰায়ণৰ সময়ত জয়কৃষ্ণ ভট্টাচাৰ্যই গ্ৰন্থৰ সমাস আৰু আখ্যাতৰ ওপৰত 'প্ৰভাপ্ৰকাশিকা' টীকা ৰচনা কৰে। ইয়াৰ তদ্ধিতৰ ওপৰত জীৱেশ্বৰ ভট্টাচাৰ্য্যই 'পঞ্জিকা' নামে এক টীকা ৰচনা কৰে। ইয়াৰ কৃৎপ্ৰকৰণৰ ওপৰত মহেন্দ্ৰ ভট্টাচাৰ্য্য প্ৰণীত 'কৃৎপ্ৰদীপিকা' টীকা পোৱা যায়। ওপৰোক্ত টীকাকাৰ সকলৰ কোনোজনে সমগ্ৰ গ্ৰন্থৰ ওপৰত টীকা ৰচনা নকৰি, প্ৰকৰণ বিশেষৰ ওপৰতহে টীকা ৰচনা কৰি গৈছে। সেয়ে বিগত শতিকাত ৰজা নৃপেন্দ্ৰ নাৰায়ণৰ দিনত কোচবিহাৰৰ ভিতৰুৱা খাগৰাবাৰী নিবাসী পণ্ডিত সিদ্ধনাথ শৰ্মা বিদ্যাবাগীশে সমগ্ৰ গ্ৰন্থৰ ওপৰত গূঢ় প্ৰকাশিকা নামে এক সুন্দৰ ভাষ্য ৰচনা কৰে। এই সকলোবোৰ টীকা সামৰি লৈ 'প্ৰয়োগৰত্নমালা' ব্যাকৰণ ১২৯৭ বঙ্গাব্দত (১ম মহলাত) প্ৰথম মুদ্ৰিত হয়। কোচবিহাৰৰ ৰজাৰ অমাত্য কালিকাদাস দত্ত ৰায় বাহাদুৰৰ উৎসাহতে এই মহৎ কৰ্ম সম্পাদিত হয়।

মহামোহপাধ্যায় ধীৰেশ্বৰাচাৰ্যই প্ৰয়োগ ৰত্নমালাৰ ওপৰত আন এটা টীকা ৰচনা কৰে।

গামেৰীমুখৰ দেউ চন্দ্ৰকান্ত বিদ্যালঙ্কাৰে (শক ১৯০৯—১৯৮৭) শব্দমঞ্জৰী, পদমঞ্জৰী আৰু ধাতুমঞ্জৰী নামে তিনিখন ব্যাকৰণ গ্ৰন্থ ৰচনা কৰি যোৱাটো স্বকীয়।

পৰবৰ্ত্তী কালত দতৰীয়া দেউ বুলি জনাজাত পং শিৱনাথ বুজবৰুৱা স্মৃতি বাচস্পতিয়ে (১৮৮০—১৯৫৬) প্ৰয়োগ ৰত্নমালাৰ অনুকৰণত 'লঘু ৰত্নমালা ব্যাকৰণ' ৰচনা কৰে। গ্ৰন্থখন প্ৰকাশিত হোৱা নাই।



# পঞ্চম অধ্যায়

## জ্যোতিষ শাস্ত্র

অতি প্ৰাচীন কালৰপৰা ভাৰতবৰ্ষত জ্যোতিষ শাস্ত্ৰৰ যথাৰ্থ চৰ্চা চলি আহিছে। বৰ্তমান সময়তো ভাৰতবাসীসকলে জ্যোতিষৰ প্ৰয়োগ সম্বন্ধে অতিশয় আস্থা প্ৰকাশ কৰে। আৰু এই শাস্ত্ৰৰ মহত্বও বিনা দ্বিধাই স্বীকাৰ কৰে।

জ্যোতিষ শাস্ত্ৰৰ অস্তিত্ব আমি চাৰিবেদ আৰু বৈদিক সাহিত্যত দেখা পাওঁ। বেদত সূৰ্য, চন্দ্ৰ তথা নক্ষত্ৰৰ স্তুতিপৰক কেতবোৰ মন্ত্ৰ চকুত পৰে। সেই মন্ত্ৰবোৰতো নক্ষত্ৰৰ প্ৰতি বৈদিক ঋষিসকলৰ উৎসুকতা দেখা যায়। অকল মন্ত্ৰৰ মাজতে নহয় ব্ৰাহ্মণ আৰু আৰণ্যক গ্ৰন্থবোৰতো গ্ৰহ- নক্ষত্ৰৰ ৰূপৰঙ্, গুণ আৰু প্ৰভাৱৰ ওপৰত বিচাৰ-বিবেচনা কৰা দেখা পাওঁ। বৈদিক যজ্ঞবোৰ অনুষ্ঠিত কৰিবলৈ ঋতু, অয়ন, দিনবাৰ আৰু লগ্ন আদিৰ শুভাশুভ মুহূৰ্ত্ত জানিবলৈ ব্ৰাহ্মণ যুগত জ্যোতিষৰ জ্ঞান অনিবাৰ্য বুলি ভবা হৈছিল আৰু সেইবাবে ষড় বেদাঙ্গৰ ভিতৰত জ্যোতিষ স্বতন্ত্ৰ বেদাঙ্গৰূপে পৰিগণিত হৈছিল।

জ্যোতিষ শাস্ত্ৰক পোনতে গণিত আৰু ফলিত এই দুই ৰূপত স্বীকাৰ কৰি লোৱা হৈছিল। পৰৱৰ্তী কালত জ্যোতিষক সিদ্ধান্ত, সংহিতা আৰু হোৰা এই তিনিবিভাগত ভাগ কৰা হৈছিল। কিন্তু সম্প্ৰতি ইয়াৰ ভাগ পাঁচটা বুলি মানি লোৱা হৈছেঃ যেনে, হোৰা, গণিত, সংহিতা, প্ৰশ্ন আৰু নিমিত্ত। এতিয়া জ্যোতিষৰ ক্ষেত্ৰ ইমান ব্যাপক হৈছে যে মনোবিজ্ঞান, জীৱবিজ্ঞান, পদাৰ্থ বিজ্ঞান, ৰসায়ন বিজ্ঞান আৰু চিকিৎসা শাস্ত্ৰ আদি অনেক বিষয়তো ইয়াৰ প্ৰবেশ ঘটিছে।

হোৰা হল জ্যোতিষৰ অন্যতম ভাগ, ইয়াৰ আন নাম জাতক। নৱজাতক শিশুৰ জন্মকুণ্ডলীত বাৰটা ভাৱৰ ফলাফলৰ বিবেচনা কৰাটো হোৰাশাস্ত্ৰৰ বিষয়বস্তু। বৰাহমিহিৰ, নাৰ চন্দ্ৰ, সিদ্ধসেন, ঢুণ্ঢিৰাজ, কেশৱ, শ্ৰীপতি আৰু শ্ৰীধৰ প্ৰভৃতি জ্যোতিৰ্বিদসকল হোৰা জ্যোতিষ শাস্ত্ৰৰ প্ৰতিনিধি আচাৰ্য। গণিত জ্যোতিষত কাল গণনা, সৌৰ আৰু চান্দ্ৰ মানৰ প্ৰতিপাদন, গ্ৰহবোৰৰ গতি— নিৰূপণ, প্ৰশ্নোত্তৰৰ বিবেচনা আৰু অক্ষক্ষেত্ৰ সম্বন্ধে অক্ষজ্যা, লম্বজ্যা, দ্যুজ্যা, তদ্ধৃতি, সমশঙ্কু আদিৰ নিৰূপণ পোৱা যায়। গণিত জ্যোতিষৰ বৰ্তমান বিকাশ তাৰ সিদ্ধান্ত, তন্ত্ৰ আৰু কৰণ, এই তিনি ভেদমতে প্ৰতিপাদন কৰা হয়।

সংহিতা জ্যোতিষৰ অন্তৰ্গত বিষয়বোৰ হৈছে যথাক্ৰমে ভূ-শোধন, দিক্‌শোধন, শল্যোদ্ধাৰ, মেলাপক, আয়াদ্যানয়ন, গৃহোপকৰণ, ইষ্টিকাদ্বাৰ, গেহাৰম্ভ, গৃহবাস্তু, গৃহপ্ৰৱেশ, মুহূৰ্ত্তগণনা, উল্কাপাত, অতিবৃষ্টি, গ্ৰহবোৰৰ উদয় আৰু অস্তৰ বিচাৰ আৰু গ্ৰহণফল আদিৰ বিবেচনা। প্ৰশ্ন জ্যোতিষত প্ৰশ্নাক্ষৰ, প্ৰশ্নলগ্ন আৰু স্বৰজ্ঞানৰ বিধিবোৰ বৰ্ণিত হৈছে। ই একপ্ৰকাৰ মনোবৈজ্ঞানিক বিষয়ো। ইয়াত প্ৰশ্নকৰ্তাৰ হাৱ, ভাৱ, বিচাৰ আৰু চেষ্টাবোৰৰ

মাজেৰে বিচাৰ কৰা হয়। কেৰল জ্যোতিষ প্ৰশ্নশাস্ত্ৰৰ বাবে প্ৰসিদ্ধ। শকুন জ্যোতিষ হল এক প্ৰকাৰ নিমিত শাস্ত্ৰ। ইয়াত আছে শুভা-শুভ ফলবোৰৰ বৰ্ণনা।

**জ্যোতিষ শাস্ত্ৰৰ প্ৰাচীনতাঃ**- জ্যোতিষ শাস্ত্ৰৰ বুৰঞ্জী বৰপ্ৰাচীন। তাৰ বিস্তৃতি আৰু প্ৰভাৱ বেদৰ মন্ত্ৰলৈকে বিয়পি আছে। সেইবাবে বেদমন্ত্ৰ আৰু বৈদিক সাহিত্যৰ মাজত জ্যোতিষ বিষয়ক অনেক তথ্য সিঁচৰিতৈ হৈ থকা দেখা পাওঁ। ঋগ্বেদত এটা মন্ত্ৰত (ঋ ১-১৬৪-১১) বাৰটা ৰাশিৰ গণনা বছৰৰ ৩৬০ দিনলৈ কৰা হৈছে। ঋগ্বেদৰ এই ৰাশি-চক্ৰ-গণনাই জ্যোতিষ শাস্ত্ৰৰ অতি পুৰণি-স্থিতি বুলি কোৱা হয়।

বৈদিক সংহিতাত নক্ষত্ৰ পুঞ্জ, দেৱতাপুঞ্জ, নিহাৰিকা আদি বিষয়ৰ নাম, ৰূপ আৰু আকৃতিৰ বৰ্ণনা পোৱা যায়। আকাশ মণ্ডলত গ্ৰহৰ গতিৰ অধ্যয়ন আৰু ভূ-মণ্ডলৰ ওপৰত তাৰ প্ৰভাৱৰ বৈজ্ঞানিক ব্যাখ্যা বেদমন্ত্ৰত বৰ্ণনা কৰা হৈছে (B G. Tilak: Origin and Researches into the Antiquity of the Vedas, 1938, pp 1-9) ড° শামাশাস্ত্ৰীয়ে সিদ্ধ কৰিছে যে অয়ন, মলমাস, ক্ষয়মাস, নক্ষত্ৰভেদ, সৌৰমাস, চান্দ্ৰমাস: আৰু জ্যোতিষ বিষয়ক চৰ্চাবোৰৰ মূল প্ৰায় বেদৰ সমানে পুৰণি (শামাশাস্ত্ৰীঃ বেদাঙ্গ জ্যোতিষ, ভূমিকা, পৃ ১-১৬)।

তৈত্তিৰীয় সংহিতাত (১-৪-১৪) আমি দ্বাদশ মাহৰ তালিকা এখন এনেদৰে পাওঁঃ মধু, মাধৰ, শুক্ৰ, শুচি, নভস, নভস্য, ঈৰ, উৰ্জ, সহস্, সহস্য, তপস আৰু তপস্য। এই সংহিতাতে (৪।৪।১৭) বাৰ মাহক ছয় ঋতুত বিভাজন কৰা দেখাযায়ঃ ঋতু বোৰ যথাক্ৰমে, মধু-মাধৰঃ বসন্ত, শুক্ৰ-শুচিঃ গ্ৰীষ্ম, নভস-নভস্যঃ বৰ্ষ, ঈৰ-উৰ্জঃ শৰদ, সহস্যঃ হেমন্ত আৰু তপস্-তপস্যঃ শিশিৰ। ঋগ্বেদত (১।১০৩।৪; ১।১৫৮।৬) সময় জ্ঞানৰ পৰিধি বুজাবলৈ 'যুগ' শব্দৰ ব্যৱহাৰ কৰা হৈছে আৰু সায়নাচাৰ্যই তাৰে ব্যাখ্যা কৰোঁতে সত্য, ত্ৰেতাদি যুগৰ উল্লেখ কৰিছে। তৈত্তিৰীয় সংহিতাত (৭।৫।১৩) পৃথিৱী, অন্তৰীক্ষ, দৌ, সূৰ্য আৰু চন্দ্ৰ গ্ৰহৰ বিচাৰ কৰি কৈছে যে সূৰ্যই আকাশমণ্ডল পৰিভ্ৰমণ/পৰিক্ৰমা কৰে, চন্দ্ৰই নক্ষত্ৰ মণ্ডল আৰু বায়ুয়ে অন্তৰিক্ষ লোক পৰিভ্ৰমণ কৰে। তাত অগ্নিক পৃথিৱীস্থানীয় দেৱতা বুলি কৈছে।

পণ্ডিতসকলৰ মতে বৈদিক যুগত কৃত্তিকাৰে নক্ষত্ৰবোৰৰ গণনা কৰা হৈছিল আৰু কৃত্তিকাৰ প্ৰথম চৰণকে সম্পাত বিন্দু বুলি বুজা গৈছিল। অথৰ্ব বেদত (১৯।৭) আঠাইশটা নক্ষত্ৰৰ নাম আৰু গণনাৰ ক্ৰম দেখা পাওঁ ঃ

সুহৱমগ্নে কৃত্তিকা ৰোহিণী চাস্তু ভদ্ৰং মৃগশিৰঃ শমাৰ্দ্ৰা।
পুনৰ্বসু সুনৃতা চাৰু পুষ্যো ভানুৰা শ্লেষা অয়নং মঘা মে।।
পুণ্যং পূৰ্বা ফল্গুণ্যৌ চাত্ৰ হস্তশ্চিত্ৰা শিবা স্বাতি সুখো মে অস্তু।
ৰাধে বিশাখে সুহৱানু ৰাধা জ্যেষ্ঠা সুনক্ষত্ৰমৰিষ্ট মূলম্।।
অন্নং পূৰ্বা ৰাসতাং মে অষাঢ়া উৰ্জ দেৱ্যুত্তৰা আ বহন্তু।
অভিজিন্ মে ৰাসতাং পুণ্যমেৱ শ্ৰৱণঃ শ্ৰবিষ্ঠাঃ কুৰ্বতাং সুপুষ্টিম্।।

আ মে মহচ্ছতভিষগ্ বৰীয় আমে দ্বয়া প্ৰোষ্ঠপদ্রা সুশৰ্মে।
আ ৰেৱতীং চাশ্বযুজৌ ভগংভ আ মে ৰয়িং ভৰণ্য আ বহন্তু।।
১৯।৭।২-৫।।

ঋগ্বেদৰ (১।৫০।২) আৰু অৰ্থৰবেদৰ (১৩।২।১৭৮) মন্ত্র বিশেষত তৰাবোৰক বুজাবলৈ নক্ষত্ৰ শব্দ প্ৰয়োগ কৰিছে ঃ সৰ্বশক্তিমান সূৰ্যৰ আগমনৰে নক্ষত্ৰ (তৰা) আৰু ৰাতি চোৰৰ দৰে পলায়নৰ কথা কোৱা হৈছে। কিন্তু কেতবোৰ ঋকত নক্ষত্ৰ শব্দ বিশেষ ভাবে তৰাবোৰৰ বাবে প্ৰয়োগ হ'ব ধৰিছিল-যিবোৰ চন্দ্ৰমাৰ্গত পৰে যেনেঃ চন্দ্ৰমা তৰাবোৰৰ মাজত ৰয় (১০।৮৫।২)।[1] তৈত্তিৰীয় সংহিতাৰ এক অনুবাকত (৪।৪।১০) সকলো নক্ষত্ৰৰ গণনা কৰা হৈছে। বৈদিক সংহিতাত (অং ১৯।৯।৭-১০) গ্ৰহ শব্দৰ ব্যাপক উল্লেখ দেখি পাশ্চাত্যৰ পণ্ডিত ৱেবাৰে (History of Indian Literaturis; p. 251) কয় যে ভাৰতে পোনতে গ্ৰহবোৰ আবিষ্কৃত হৈছে।

**ব্ৰাহ্মণত জ্যোতিষ ঃ—** মন্ত্র সাহিত্যৰ উপৰিও ব্ৰাহ্মণবোৰত জ্যোতিৰ্বিজ্ঞান সম্বন্ধীয় অনেক সামগ্ৰী উপলব্ধ হয়। শতপথ ব্ৰাহ্মণত সপ্তৰ্ষি মণ্ডলক 'ঋক্ষ' বুলি কোৱা হৈছে (শঃ ২।১।২।৪)। ঋক্ষৰ উল্লেখ ঋগ্বেদতো (১।২৪।১০) দেখা যায়। ব্ৰাহ্মণত গ্ৰহমণ্ডলৰ বিষয়ে বিস্তৃত চৰ্চা কৰা হৈছে। তৈত্তিৰীয় ব্ৰাহ্মণত (৩।১।১) কোৱা হৈছে যে বৃহস্পতিয়ে প্ৰথমতে যেতিয়া প্ৰকাশিত হৈছিল তেতিয়া ই তিষ্য (পুষ) নক্ষত্ৰৰ পাছত আছিল। শতপথ ব্ৰাহ্মণত (৪।২।১) কোৱা হৈছে যে শুক্ৰ এটি উজ্বল গ্ৰহ। সেই বাবে তাক শুক্ৰ বুলি কোৱা হয়। এনেদৰে ব্ৰাহ্মণ, আৰণ্যক, উপনিষদত জ্যোতিষৰ বিভিন্ন অঙ্গৰ ওপৰত বিস্তৃত চৰ্চা চকুত পৰে। ঐতৰেয় ব্ৰাহ্মণত (১।১) ছটা ঋতুৰ সলনি, হেমন্ত আৰু শিশিৰক এটা ঋতু বুলি ধৰি মুঠতে ঋতু পাঁচটা বুলিহে কোৱা হৈছে। তৈত্তিৰীয় ব্ৰাহ্মণত (৩।১০।৪।১) বসন্তক বৰ্ষাৰ শিৰ, গ্ৰীষ্মক সোঁ পাখি, শৰতক বাওঁ পাখি, বৰ্ষাক ফিচা আৰু হেমন্তক মাজ ভাগ বুলি কোৱা হৈছে। শতপথত (১।৬।৩) ঋতুবোৰৰ উৎপত্তি আৰু ঋতু ব্যৱস্থাৰ বাবে সময় নিয়ত কৰা হৈছে। আকৌ সেই ব্ৰাহ্মণৰ আন এঠাইত (২।১।৩) উত্তৰায়ণ আৰু দক্ষিণায়নৰ বিভাজন বাৰ মাহৰ প্ৰতি দৃষ্টি ৰাখি কৰা হৈছে। আকৌ তাত কোৱা হৈছে যে ঋতুয়ে যত বাস কৰে তাকে সংবৎসৰ বুলি কোৱা হয় (৬।৭।১।১৮)। সেইদৰে তৈত্তিৰীয় ব্ৰাহ্মণৰ এঠাইত (৩।১১।১) অনন্ত লোকৰ অবিনশ্বৰ সত্তাৰ বৰ্ণনা কৰাৰ উপৰিও কেতবোৰ লোকৰ স্থিতিৰ ওপৰতো পোহৰ পেলোৱা হৈছে। ব্ৰাহ্মণ গ্ৰন্থবোৰত নক্ষত্ৰবাবৰ স্বৰূপৰ বৰ সুন্দৰ বৰ্ণনা কৰা হৈছে। তৈত্তিৰীয়ৰ এঠাইত (১।৫।২) প্ৰজাপতিক নক্ষত্ৰৰ প্ৰতীক সাজি চিত্ৰা, হস্ত, স্বাদি নক্ষত্ৰক বিভিন্ন অঙ্গ বুলি কৈছে।

উত্তৰায়ণ আৰু দক্ষিণায়ন সম্বন্ধে কোৱা হৈছে যে সংবৎসৰৰূপ চৰাইৰ বিষুবান্ হল শিৰ আৰু ইয়াৰ আগ আৰু পাছৰ ছয় ছয় মাহবোৰ তাৰ পাখি (তৈ° ১।২।৩)।

ছান্দোগ্য উপনিষদত (৭।১।২।৪) নাৰদে সনৎ কুমাৰ ঋষিৰ ওচৰলৈ গৈ ব্ৰহ্মবিদ্যা শিকিবলৈ আগ্ৰহ প্ৰকাশ কৰা কথা কোৱা হৈছে। তেতিয়া সনৎকুমাৰে নাৰদে ইতিপূৰ্বে কি

১। সবিশেষ তথ্যৰ বাবে ওজনকৃত 'ঋগ্বেদ ও নক্ষত্ৰ' (২০০৬) গ্ৰন্থ চাওক।

কি শাস্ত্ৰ অধ্যয়ন কৰিছে সুধিছে। নাৰদে তেওঁ পঢ়া বিদ্যা সমূহৰ ভিতৰত নক্ষত্ৰ বিদ্যা আৰু ৰাশি বিদ্যাৰ (অঙ্ক শাস্ত্ৰ) নাম উল্লেখ কৰিছে। মুণ্ডক উপনিষদতো (১।১।৩-৫) বেদাঙ্গ জ্যোতিষৰ নামোল্লেখ কৰিছে।

**কল্পশাস্ত্ৰত জ্যোতিষঃ--** কল্পসূত্ৰ চাৰিবিধঃ শ্ৰৌতসূত্ৰ, গৃহ্যসূত্ৰ, শুল্ব সূত্ৰ আৰু ধৰ্মসূত্ৰ। ঐই সূত্ৰবোৰৰ অনেক ঠাইত জ্যোতিষৰ চিন্তাচৰ্চা কৰা হৈছে। কোনো কোনো গৃহ্যসূত্ৰত মাহ আৰু নক্ষত্ৰৰ নামবোৰ পোৱা যায়। সেইদৰে শ্ৰৌত সূত্ৰতো মধু-মাধৱ আদি মাহৰ নাম উল্লেখিত হৈছে। তাত বসন্তৰ পৰা মাহৰ গণনা কৰা হৈছে। গৃহ্যসূত্ৰবোৰত তিথিৰ নামো পোৱা যায়। আনকি নক্ষত্ৰবোৰৰ নামো সূত্ৰবোৰত পোৱা যায়। গৃহ্যসূত্ৰত ধ্ৰুৱ, অৰুন্ধতী আৰু সপ্তৰ্ষি মণ্ডলৰ উল্লেখ চকুত পৰে। তাত অগ্ন্যাধানৰ বাবে নক্ষত্ৰ নিৰ্দিষ্ট হৈছে। আৰু উত্তৰ প্ৰোষ্ঠপদ, ফাল্গুনী আৰু ৰোহিনী নক্ষত্ৰত খেতি আৰম্ভ কৰিবলৈ বিধান দিছে। সিবোৰত বিবাহ আদি মঙ্গল কাৰ্যৰ বাবে নক্ষত্ৰৰ শুভাশুভ ফলৰ চৰ্চা কৰাও দেখা যায়।

**নিৰুক্ত আৰু অষ্টাধ্যায়ীত জ্যোতিষ ঃ—** যাস্ককৃত 'নিৰুক্ত' গ্ৰন্থত মুহূৰ্ত আৰু ক্ষণ নামে কাল পৰিমাণৰ প্ৰসঙ্গত জ্যোতিষক ভালেমান কথা কোৱা হৈছে (২।২৪)। তাত সপ্তৰ্ষিৰ চৰ্চাও কৰা হৈছে (১০।২৬)। দিন, ৰাতি, শুক্লপক্ষ, কৃষ্ণপক্ষ, উত্তৰায়ণ দক্ষিণায়-ণায়নৰো চৰ্চা কৰা হৈছে। তাত ব্ৰহ্মাৰ অহোৰাত্ৰৰ কথাও কোৱা হৈছে (১৪।৪,৯)। পাণিনি বিৰচিত অষ্টাধ্যায়ী সূত্ৰপাঠতো জ্যোতিষ বিষয়ক ভালেমান তথ্য পোৱা যায়। তাত সংবৎসৰৰ অৰ্থত প্ৰযুক্ত বৰ্ষনাম, হায়ন, মাহবোৰৰ শব্দৰ প্ৰয়োগ আদি অনেক জ্যোতিষ বিষয়ক কথাৰ উমান পোৱা যায়।

**মহাভাৰতত জ্যোতিষ ঃ-** ব্যাসকৃত 'মহাভাৰত'ৰ যুগলৈকে জ্যোতিষৰ কিমানখিনি বিস্তাৰ হৈছিল তাৰ বিস্তৃত চৰ্চা কাব্যখনৰ অত তত দেখা পোৱা যায়। পাণ্ডৱসকলৰ বনবাসৰ অবধিৰ পৰিসীমন কৰিবলৈ দুৰ্যোধনে পিতামহ ভীষ্মক প্ৰশ্ন কৰাত, পিতামহে কৈছিল,'........ সময় বাঢ়ি গলে আৰু নক্ষত্ৰ পিচুৱাই গলে প্ৰতি পাঁচ বছৰত দুবাৰ অধিমাস (মলমাস) হয়। মোৰ ধাৰণামতে বনলৈ যোৱা পাণ্ডৱসকলৰ তেৰ বছৰত কৈও পাঁচমাহ বাৰ দিন অধিক হৈ গল ( মহা. বিৰাট ৫২।৩-৪)।

বেদাঙ্গ জ্যোতিষৰ সময়ত উত্তৰায়ণৰ আৰম্ভ ধনিষ্ঠা নক্ষত্ৰেৰে হৈছিল। কিন্তু অয়নৰ অন্তৰৰ কাৰণে (মহাভাৰতত) এই স্থিতি শ্ৰৱণ নক্ষত্ৰৰে আৰম্ভ হৈছিল (আদি ৭১।৩৪)। মহাভাৰতৰ এটা শ্লোকত (অশ্ব ৪৪।২) কোৱা হৈছে যে 'প্ৰথম দিন, পাছত ৰাতি, তাৰ পাছত শুক্ল ইত্যাদি পক্ষ, মাহ, শ্ৰৱণ ইত্যাদি নক্ষত্ৰ, আৰু তাৰ পাছত শিশিৰ আদি নক্ষত্ৰ উৎপন্ন হৈছিল। ইয়াৰপৰা বুজা যায় যে তেতিয়া নক্ষত্ৰৰ গণনা শ্ৰৱণৰ পৰা আৰম্ভ হৈছিল। সেই সময়ত চান্দ্ৰ আৰু সৌৰদুয়ো পদ্ধতিৰে কাল গণনা কৰা হৈছিল (বন.২০০।১২৪-১২৫)। মহাভাৰতত পাণ্ডৱ সকলৰ বনবাসৰ সময়ত অপৰ্বত সূৰ্যগ্ৰহণ হোৱা কথা উল্লেখ কৰা হৈছে (সভা.৭৯।১৯)। মহাভাৰতৰ যুদ্ধৰ সময়ত এবাৰ ১৩ দিনৰ

অন্তৰত দুবাৰ গ্ৰহণ হৈছিল। তেনে কাৰ্যবৰ অনিষ্টকৰ বুলি কোৱা হৈছিল (ভীষ্ম ৩।৩২)। ইয়াৰ পৰা বুজা যায় যে সেই সময়ত জ্যোতিষৰ সূক্ষ্ম চৰ্চা কৰা হৈছিল।

**জৈন সাহিত্যত জ্যোতিষ** ঃ— জৈন সাহিত্য মূলতঃ অৰ্ধমাগধীত ৰচিত। জৈনসকলৰ ধাৰ্মিক সাহিত্য চাৰি অনুযোগত বিভক্ত। তাৰে এটা ভাগক গণিতানুযোগ বোলা হয়। জৈন আচাৰ্য সকলে সংখ্যান (অংকবিদ্যা আৰু জ্যোতিষ) ৰ জ্ঞান আৱশ্যকীয় বুলি (ভগৱতী সূত্ৰ ৯০)। এই সংখ্যান শাস্ত্ৰৰ মহত্বক মহাবীৰ আচাৰ্যই নিজৰ 'গণিতসাৰ সংগ্ৰহ'ৰ আৰম্ভনিত এনেদৰে কৈছেঃ 'কৃতাৰ্থ, পূজ্য আৰু জগতৰ স্বামী তীৰ্থঙ্কৰ সকলৰ শিষ্য-প্ৰশিষ্য পৰম্পৰাৰ দ্বাৰা উপলব্ধ সংখ্যানৰূপী সমুদ্ৰৰপৰা সাৰসংগ্ৰহ কৰি এই 'গণিতসাৰ সংগ্ৰহ' গ্ৰন্থখন নিজমতি আৰু শক্তিৰে ৰচনা কৰিছো; ই লঘু হলেও অনল্পাৰ্থক (মহাবীৰ, গণিতসাৰ সংগ্ৰহ, ১।৯-১৯)। এনেদৰে আমাৰ দেশত ইতিহাস ৰচক সকলে জ্যোতিষৰ আবিৰ্ভাব মনৰজাতিৰ আবিৰ্ভাৱৰ লগতে হোৱা বুলি কব খোজে। তেনে এক দৃষ্টিভঙ্গী লৈয়েই ইয়াৰ ইতিহাসক ছটা বিভিন্ন যুগত বিভক্ত কৰিছে ঃ-

**উদয়কাল** ঃ— জ্যোতিষ শাস্ত্ৰৰ উদয় যুগৰ পূৰ্বসীমা বৈদিক মন্ত্ৰ সংহিতাবোৰৰ ব্যাখ্যাপৰক বৈদিক সাহিত্যৰ ওচৰলৈ যায়। ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদ প্ৰভৃতি বৈদিক সাহিত্যৰ প্ৰধান বিষয় বোৰত মাহ, ঋতু, বছৰ, অয়ন, যুগ, গ্ৰহ, গ্ৰহণ, নক্ষত্ৰ, বিষুব, দিন আৰু ৰাতি সম্পৰ্কীয় চৰ্চাবোৰ জ্যোতিষ শাস্ত্ৰৰ উদয়ৰ সামগ্ৰী। ইয়াৰ পৰাই জ্যোতিষ এটি স্বতন্ত্ৰ বিষয়ৰ ৰূপত নিজৰ মৌলিক অস্তিত্ব প্ৰতিষ্ঠিত কৰা যেন লাগে। জৈনধৰ্মৰ বাৰ অংগ সাহিত্যত জ্যোতিষশাস্ত্ৰৰ বিকাশমান সিদ্ধান্ত সমূহৰ স্বৰূপ দৃষ্টিগোচৰ হৈছে।

বৈদিক সাহিত্যৰ পাছত ছয় বেদাঙ্গৰ কাল। বেদাঙ্গ সমূহৰ ৰচনাৰ কাল ৭০০-১০০ খৃষ্ট পূৰ্বাব্দৰ মাজত পৰে। ছয় বেদাঙ্গৰ ভিতৰত জ্যোতিষৰ স্বতন্ত্ৰ স্থান আছে। খৃঃ পূঃ ৫০০ চনলৈ জ্যোতিষৰ কোনো প্ৰামাণিক পৰম্পৰা চকুত নপৰে। কিন্তু সিমান কালৰ পৰা বেদাঙ্গ জ্যোতিষৰ মান্যতা দেখা যায়। ইয়াৰ প্ৰামাণিক ইতিহাস খৃঃ পূঃ ৫০০ অব্দৰপৰা পোৱা যায়।

কিন্তু খৃঃ পূঃ ৫০০ অব্দৰ আগতে ৰচিত সাহিত্যত আৰু ৫০০ খৃষ্টাব্দ বা তাৰ পাছত ৰচিত জ্যোতিষ বিষয়ক গ্ৰন্থৰ ভেটিত নিৰ্ভৰ কৰি কব পাৰি যে সেই কালত জ্যোতিষক স্বতন্ত্ৰ শাস্ত্ৰ বুলি স্বীকাৰ কৰা হৈছিল।

বেদৰ চকুৰূপ সিদ্ধান্ত, হোৰা আৰু সংহিতা-এই ত্ৰিস্কন্ধাত্মক জ্যোতিষ শাস্ত্ৰৰ প্ৰবৰ্তক ওঠৰজন মহৰ্ষিৰ উল্লেখ পোৱা যায়। তেওঁলোক ক্ৰমে-সূৰ্য, পিতামহ, বসিষ্ঠ, ব্যাস, অত্ৰি, পৰাশৰ, কশ্যপ, নাৰদ, গৰ্গ, মৰীচি, মনু, অঙ্গিৰা, লোমশ, পৌলিশ, চ্যবন, যবন, ভৃগু আৰু শৌনক এই নামবোৰ 'কশ্যপ সংহিতা'ত পোৱা গৈছে; কিন্তু 'পৰাশৰ সংহিতা'ত পুলস্ত্য নামে আন এজন প্ৰাচীন মহৰ্ষিৰ নামো পোৱা যায়।

'পৰাশৰ সংহিতা'ৰ মতে জ্যোতিৰ্বিদ্যাৰ এই মহান জ্ঞান শিষ্য পৰম্পৰাক্ৰমে চলি আহিছে। সূৰ্য্যৰ পৰা মায়াসুৰ, ব্ৰহ্মাৰ পৰা নাৰদ, ব্যাসৰপৰা বৈশম্পায়ন আদি শিষ্য,

বসিষ্ঠৰপৰা মাণ্ডব্য আৰু বামদেৱ, পৰাশৰৰপৰা মৈত্ৰেয় আৰু এনেদৰে পুলস্ত্য, গৰ্গ আৰু অত্ৰি আদিৰপৰা তেওঁৰ শিষ্য সকলে এই পৰাম্পৰা আগবঢ়াই নিছে। দুঃখৰ বিষয় এয়ে যে উক্ত পৰাম্পৰাৰ সৃষ্টি কৰা কৃতিবোৰ এতিয়া পোৱা নাযায়।

'কশ্যপসংহিতা' আৰু 'পৰাশৰ সংহিতা'ৰ প্ৰসঙ্গত গৰ্গকো জ্যোতিষ শাস্ত্ৰৰ প্ৰবৰ্তক আচাৰ্য সকলৰ মাজত গণনা কৰা হয়। বায়স শাস্ত্ৰকো জ্যোতিষ শাস্ত্ৰৰ এক অঙ্গ বুলি কোৱা হয়। এই বিষয়ে 'বায়সৰুত' নামে গৰ্গ ঋষিৰ এখন গ্ৰন্থ পোৱা যায়। জ্যোতিষ শাস্ত্ৰৰে জড়িত বাৰিশাস্ত্ৰ বিষয়ক এখন অঠটা পাতৰ অন্য গ্ৰন্থৰ পাণ্ডু[illegible]পালৰ ৰাজকীয় পুথিভঁৰালত পোৱা গৈছে। গৰ্গক 'দেৱৰ্ষি চৰিত্ৰ'ৰ লেখক বুলিও কোৱা হয়।

মহৰ্ষি ভৰদ্বাজে 'যন্ত্ৰসৰ্বস্ব' নামে এখন কলা কৌশল বিষয়ক বিজ্ঞান গ্ৰন্থ ৰচনা কৰিছিল। ইয়াৰ কিছু অংশ বৰোদাৰৰ ৰাজকীয় পুথিভঁৰালত সংৰক্ষিত হৈছে। এই গ্ৰন্থৰে বিমান বিষয়ক একাংশ শ্ৰী প্ৰিয় ৰত্নজীয়ে (স্বামী ব্ৰহ্মমুনিজাস্ত্ৰ) 'বিমান শাস্ত্ৰ' নামে প্ৰকাশ কৰিছে। এনেদৰে তঞ্জৌৰৰ পাণ্ডুলিপি সংগ্ৰহত অগস্ত্যকৃত এখন ফলিত বিষয়ক প্ৰাচীন গ্ৰন্থৰ উল্লেখ পোৱা যায়। এই গ্ৰন্থ বিলাকৰ বিশ্বাসযোগ্যতালৈ সন্দেহ থাকিলেও পুৰণি কালৰপৰা জ্যোতিৰ্বিজ্ঞানৰ চলি অহা কথা জানিব পাৰি।

পাণিনিৰ অষ্টাধ্যায়ীত (২।৪।৬০) উক্থাদিগণত এটা গণসূত্ৰৰ উল্লেখ আছে - 'দ্বিপদী জ্যোতিষ' বুলি। তাৰদ্বাৰা জ্যোতিষশাস্ত্ৰ সম্বন্ধে কোনো পুৰণি 'দ্বিপদী' পুস্তিকাৰ আভাস পোৱা যায়। ইয়াৰ উপৰিও জ্যোতিষ শাস্ত্ৰৰে সম্বন্ধ থকা উৎপাত, সংবৎসৰ আৰু মুহূৰ্ত বিষয়ৰ ওপৰত ৰচিত প্ৰাচীন গ্ৰন্থৰ নিৰ্দেশো গণপাঠত (৪।৩।৭৩) পোৱা যায়। পাণিনিয়ে তিনিটা প্ৰকৰণত (৪।২।৩; ৫।২১।২২; ৪।৩।৩৪-৩৭) নক্ষত্ৰৰ বৰ্ণনা কৰিছে। তাৰপৰা বুজা যায় যে পাণিনিৰ সময়লৈ নক্ষত্ৰ সম্বন্ধীয় জ্ঞানে পৰাকাষ্ঠা লাভ কৰিছিল।

আদিকাল ঃ— এইটো যুগতে জ্যোতিষে সুকীয়া বিষয় ৰূপে প্ৰতিষ্ঠা লাভ কৰে। পূৰ্বৰ দুটা যুগৰ দায় গ্ৰহণ কৰি জ্যোতিষে বীজৰূপে সিঁচৰিত তত্ত্ববোৰক অংকুৰিত কৰিবলৈ আৰু বিকশিত কৰিবলৈ অৱকাশো এই যুগতে লাভ কৰে। প্ৰথমতে জ্যোতিষৰ আৱশ্যকতা বৈদিক যাগ-যজ্ঞৰ পূৰ্ণতাতে সীমাবদ্ধ আছিল। পাছত ধাৰ্মিক, ৰাজনৈতিক আৰু সামাজিক বিষয়বোৰৰ ব্যৱস্থাৰ বাবেও জ্যোতিষ এক উপযোগী শাস্ত্ৰ বুলি স্বীকৃত হৈছিল। ইয়াৰ আগেয়ে জ্যোতিষে ছয় বেদাঙ্গৰ মাজত স্থান দখল কৰিছিল।

বেদাঙ্গবোৰৰ ৰচনা কাল সম্বন্ধে পণ্ডিতসকল একমত নহয়। কিন্তু বাচস্পতি গৈৰোলাৰ মতে সাধাৰণভাবে ৭০০-৬০০ খৃষ্ট পূৰ্বাব্দত ইবাৰৰ আৰম্ভ হৈছিল। বেদাঙ্গ জ্যোতিষৰ ৰচনা মেক্সমূলাৰৰ মতে খৃ পূ ৩০০, বেবৰৰ মতে খৃ পূ ৫০০, হুইটনীৰ মতে ১৩৩৮ খৃ০ পূ০ আৰু কোলব্ৰুকৰ মতে ১৪১০ খৃষ্ট পূৰ্বাব্দত হৈছিল। "যদিও তৎকালীন নক্ষত্ৰ গণনা আৰু সম্পাতৰ গতিৰ অনুসন্ধান কৰাৰ পাছত বেদাঙ্গ জ্যোতিষৰ নিৰ্মাণ কাল ১৪০৮ খৃষ্ট পূৰ্বাব্দ উপযুক্ত কাল, তথাপিও তাৰ মূৰ্তৰূপ প্ৰায় ৫০০ খৃষ্ট পূৰ্বাব্দৰ ওচৰ কাষৰতে দৃষ্টি গোচৰ হয়।" (গৈৰোলা, সং সা০ ই০ পৃ০ ৫৭৯)।

জ্যোতিষ শাস্ত্ৰৰ কাল বিভাজন [১]

১। অন্ধযুগ ঃ আদি কালৰপৰা ১০,০০০ ইং খৃষ্ট পূৰ্ব পৰ্যন্ত
২। উদয় কালঃ ১০,০০০-৫০০ " "
৩। আদি কালঃ ৫০০ খৃষ্টাব্দৰ পৰা ১০০০ খৃষ্টাব্দলৈকে;
৪। পূৰ্ব মধ্যকাল ঃ ৫০০ খৃষ্টাব্দৰপৰা ১০০০ খৃষ্টাব্দলৈকে;
৫। উত্তৰ মধ্যকাল ঃ ১০০০ খৃষ্টাব্দৰ পৰা ১৬০০ "
৬। আধুনিককাল ঃ ১৬০০ খৃষ্টাব্দৰপৰা বৰ্তমান কাললৈকে।

**অন্ধকাৰ যুগ ঃ—** পৃথিৱীবোৰ জাতি বা দেশৰ বুৰঞ্জীৰ আৰম্ভ অন্ধকাৰ যুগেৰে হয়। এই যুগৰ ঘটনাবোৰ, সকলো কাৰ্যকলাপ যদিও আদি-অন্তহীন হয়, তথাপি বুৰঞ্জীবিদসকলে তাৰ অস্তিত্বক ঐতিহাসিক যুগাংশতকৈ কম মহত্বশীল বুলি নকয়। গতিকে অন্ধকাৰ যুগ'ৰ মহত্ব ঐতিহাসিকসকলৰ বাবে গুৰুত্বপূৰ্ণ বুলি কোৱা হয়। সেইবাবে ভাৰতীয় জ্যোতিষৰ বিকাশ পৰম্পৰাৰ আধাৰ বুলি মানি লৈ ঐতিহাসিকসকলে ইয়াৰ এক বুজন পৰিমাণৰ অংশক অন্ধকাৰ যুগৰ অৱদান বুলি আছুতীয়াকৈ ৰাখিছে। এই অংশৰ ভেটি আনুমানিক হ'লেও অসত্য নহয়।

আদিম মানুহৰ অন্তহীন প্ৰশ্নৰ মাজত এটি প্ৰশ্ন কালজ্ঞান, স্থিতিজ্ঞান আৰু দিশাজ্ঞান সম্বন্ধীয় আছিল; গতিকে এই প্ৰশ্নৰ সমাধান নোপোৱাকৈ ইয়াৰ আন ভালেমান কাৰ্য পূৰণ হ'ব নোৱাৰে। এই প্ৰশ্নৰ সমাধান পাবলৈ মানুহে যেতিয়া একনিষ্ঠ হৈ চেষ্টা কৰিছে তেতিয়াহে জ্যোতিষৰ উদয় বা উদ্ভৱ সম্ভৱ হৈছে। মানুহৰ জিজ্ঞাসাৰ এই সূত্ৰৰূপৰ ব্যাখ্যা, ভাষ্য আৰু বৃত্তিৰ দ্বাৰা জ্যোতিষৰ উত্তৰোত্তৰ বিকাশ হৈছে। দিন, ৰাতি, পক্ষ, মাহ, বছৰ আৰু অয়ন আদিৰ দৈনিক জনা-বুজা বিষয়ৰ জ্ঞান মানুহে বৰ সহজে আহৰণ কৰিছে। পৃথিৱীৰ সকলো দেশতে জ্ঞানৰ বিভিন্নৰূপ সেই দেশৰ প্ৰকৃতিৰ অনুৰূপে অংকুৰিত হয়। ভাৰতবৰ্ষৰ মূল প্ৰকৃতি অধ্যাত্মবাদী। সেয়ে ইয়াৰ সকলো শাস্ত্ৰৰ মূল অধ্যাত্ম ভাৱনাত সমাবিষ্ট। ভাৰতীয় জ্ঞানৰ সাক্ষাৎস্বৰূপ ইয়াৰ ঋষিসকলহে জ্যোতিষশাস্ত্ৰৰ প্ৰথম বাটকটীয়া। অন্ধকাৰ যুগৰ সম্পূৰ্ণ জ্যোতিষজ্ঞান অধ্যাত্মপ্ৰিয় ঋষিসকলৰ চিন্তাশীল বিচাৰ ধাৰাৰ সৈতে সনাপোটোকা হৈ আছে। এই যুগত জ্যোতিষ শাস্ত্ৰৰ এক অস্পষ্ট, গৌণ আৰু পৰতন্ত্ৰ অৱস্থাত ধৰ্ম আৰু দৰ্শনৰ সৈতে একাকাৰ হৈ আছে।[২]

ঋগ্বেদ, যজুৰ্বেদ আৰু অথৰ্ববেদৰ সৈতে সম্বন্ধ নিজ নিজ জ্যোতিষ গ্ৰন্থ আছে। ঋগ্বেদৰ সৈতে সম্বন্ধ থকাত জ্যোতিষ বেদাঙ্গৰ সংগ্ৰহ কৰ্তা লগধ/ লগড বুলি জনা যায়। এই বেদাঙ্গ জ্যোতিষত ৩৬টা কাৰিকা আছে। যজুৰ্বেদ জ্যোতিষত ৪৯ টা কাৰিকা আছে, তাৰে ৩০ টা কাৰিকা ঋগ্বেদ জ্যোতিষৰপৰা লোৱা আৰু বাকী ১৯ টা কাৰিকা নতুন। অথৰ্বজ্যোতিষত ১৬২ টা কাৰিকা আছে।

১। নেমিচন্দ্ৰ শাস্ত্ৰী সঃ ভাৰতীয় জ্যোতিষ, পৃ ৪২ ; ভাৰতীয় জ্ঞানপীঠ, কাশী, ১৯৫২।
২। গৈৰোলা ঃ সংস্কৃত সাহিত্য কা ইতিহাস, পৃ ৫৭৬-৭।

জৈন জ্যোতিষৰ প্ৰাকৃত ভাষাত উল্লেখিত 'সূৰ্য প্ৰজ্ঞপ্তি'ৰ ওপৰত আচাৰ্য মলয়গিৰি সূৰিয়ে এটা সংস্কৃত টীকা লিখে। প্ৰাচীন জৈন জ্যোতিষৰ মৌলিক গ্ৰন্থবোৰৰ ভিতৰত 'চন্দ্ৰপ্ৰজ্ঞপ্তি' আৰু 'জ্যোতিষ কৰণ্ডক'ৰ নাম উল্লেখযোগ্য । পিছৰ গ্ৰন্থখনৰ ৰচনাকাল ৪০০-৩০০ খৃষ্টপূৰ্ব বুলি কোৱা হৈছে। পিছে ই সন্দেহাতীত নহয়।

পিতামহ সিদ্ধান্তৰ পৰিবৰ্ধিত আৰু পৰিবৰ্তিত ৰূপ 'লঘু বাসিষ্ঠ সিদ্ধান্ত' ৯৪ টা শ্লোকৰ সংগ্ৰহৰূপে পোৱা গৈছে আৰু ড থীবোয়ে বিষ্ণুচন্দ্ৰ নামে বিদ্বানদ্বাৰা সম্পাদিত বুলি কৈছে। 'ৰোমক সিদ্ধান্ত'ৰ ব্যাখ্যাকাৰ আচাৰ্য লাটদেৱ; ইয়াৰ ৰচনাকাল খৃ ১০০-২০০ অব্দ। 'পৌলিশাসিদ্ধান্ত' আৰু 'সূৰ্য সিদ্ধান্ত' এই যুগৰ কৃতি।

জ্যোতিষৰ পুৰাতন আচাৰ্যসকলৰ মাজত ঋষিপুত্ৰৰ নাম পোৱা যায়। তেওঁৰ সিদ্ধান্তৰ উল্লেখ 'বৃহৎ সংহিতা'ৰ টীকাত ভট্টো ৎপলে কৰিছে। তাৰ উদাহৰণৰপৰা জনা যায় যে আচাৰ্য বৰাহ মিহিৰ, ঋষিপুত্ৰৰ জ্যোতিষ বিষয়ক অনুপলব্ধ গ্ৰন্থৰে সুপৰিচিত আছিল। তেওঁৰ গৰ্গ ঋষিৰ পুতেক বুলি জনা গৈছিল। তদুপৰি আৰ্যভট্ট প্ৰথমৰ (জন্ম ৪৭৬ খৃ°) 'আৰ্যভট্টীয়' আৰু 'তন্ত্ৰগ্ৰন্থ', মধ্যদেশৰ ৰজা বয়ৰ সিংহৰ পুত্ৰ কালকাচাৰ্যই (৩০০ খৃ°) ৰচনা কৰা বিলুপ্ত সংহিতা গ্ৰন্থৰ জ্যোতিষ বিষয়ক সিদ্ধান্ত, দ্বিতীয় আৰ্যভট্টৰ (ভাস্কৰৰ পূৰ্ববৰ্তী) 'মহা আৰ্যভট্ট সিদ্ধান্ত', বিক্ৰম ভট্টৰ পুত্ৰ লল্লাচাৰ্যৰ (৪২১খৃ°) 'ধীবৃদ্ধিদতন্ত্ৰ' নামে 'গ্ৰহগণিত গ্ৰন্থ' আৰু ৰত্নকোশ' নামে মুহূৰ্ত গ্ৰন্থ এই যুগৰ মহত্ত্বপূৰ্ণ কৃতি।[৩]

কাঞ্চীৰ মহাৰাজ সিংহ বৰ্মাৰ ২২ বৰ্ষত (৩৮০ ইং) মুনি সৰ্বনন্দি কৃত কোনো প্ৰাকৃত গ্ৰন্থৰ আধাৰত সিংহসূৰিৰ 'লোক বিভাগ' নামে সংস্কৃত গ্ৰন্থত আছে ২২৩০ টা শ্লোক।[৪] একেদৰে দ্বিতীয় জৈনাচাৰ্য যতি বৃৱভৰ গণিত বিষয়ক দ্বিতীয় গ্ৰন্থ 'তিলোয়পন্নত্তি' ৪০০ বিক্ৰম সংবতত ৰচিত হৈছিল।[৫]

**পূৰ্বমধ্যকাল ঃ—** জ্যোতিষশাস্ত্ৰৰ সৰ্বাঙ্গীন প্ৰগতিৰ বাবে এই পাঁচশ বছৰ (৫০০-১০০০ খৃ°) বৰ মহত্বপূৰ্ণ। সিদ্ধান্ত, সংহিতা আৰু হোৰাৰ দৰে জ্যোতিষৰ বিভিন্ন ভেদৰ নিৰ্মাণ আদিৰ ওপৰত

সূক্ষ্ম বিচাৰ এই যুগতে আৰম্ভ হয়। অংক-গণিত, বীজগণিত আৰু ৰেখা গণিত বিষয়ক আচৰিত সিদ্ধান্তবোৰৰ ৰচনাৰ সময় এইটোৱে আছিল। সেইদৰে ফলিত জ্যোতিষো এই যুগৰে অৱদান।

আনুমানিক পাঁচশ শতিকাত আচাৰ্য বৰাহমিহিৰৰ আবিৰ্ভাব এই যুগতে হয়। পৰম্পৰাৰ মতে তেওঁ বিক্ৰমাদিত্য ৰজাৰ নৱৰত্ন বুলি খ্যাত নজন পণ্ডিতৰ অন্যতম আছিল। 'বৃহজ্জাতক' বৰাহমিহিৰৰ অগাধ পাণ্ডিত্য আৰু অদ্ভুত জ্ঞানৰ পৰিচায়ক। যৱন হোৰাশাস্ত্ৰৰ সংকলন ৰূপত বিৰচিত 'সাৰাৱলী' নামে জাতক গ্ৰন্থৰ ৰচয়িতা আচাৰ্য কল্যাণ বৰ্মাৰ

৩। ভাৰতীয় জ্যোতিষ, পৃ° ৩১৩। নেমাল, সং ইতিহাস, পৃ° ৫৮০।

৪। হীৰালাল জৈনী, জৈন সাহিত্য আৰু ইতিহাস, পৃ° ৩।

৫। ওপৰোক্ত, পৃ° ১০।

সময় ৫৭৭ চনৰ ওচৰাওচৰি হ'ব।[৬]

এই গ্ৰন্থত আঢ়ৈ হাজাৰ শ্লোক আছে। আচাৰ্য বৰাহমিহিৰৰ পুত্ৰ (ষষ্ঠ শতিকা) পৃথুযশাই ফলিত জ্যোতিষৰ ওপৰত 'ষট্ পঞ্চাশিকা' নামে গ্ৰন্থ ৰচনা কৰে আৰু ভট্টোৎপলে তাৰ ওপৰত এটি টীকা লিখে।

এই যুগৰ প্ৰমুখ আচাৰ্য ব্ৰহ্মগুপ্তই ৫৯৮ খৃষ্টাব্দত জন্ম গ্ৰহণ কৰে। তেওঁ মাত্ৰ ত্ৰিশ বছৰ বয়সতে 'ব্ৰহ্মস্ফুট সিদ্ধান্ত' নামে অদ্ভুত গ্ৰন্থ ৰচনা কৰি অসাধাৰণ খ্যাতি অৰ্জন কৰে।[৭] ৬৭ বছৰ বয়সত তেওঁ 'খণ্ড খাদ্যক' নামে আন এখন প্ৰকৰণ গ্ৰন্থ ৰচনা কৰে। ব্ৰহ্মগুপ্তৰ উক্ত গ্ৰন্থ দুখন আৰবত ক্ৰমে 'অসিন্দ- হিন্দ' আৰু 'অলঅৰ্কণ্ড' নামে জনাজাত হয়।

এই যুগতে আচাৰ্য ভুঞ্জালে 'লঘুমানস' নামে প্ৰকৰণ গ্ৰন্থ এখন ৰচনা কৰে; জৈনাচাৰ্য মহাবীৰেও এই সময়তে 'জ্যোতিষপটল' আৰু 'গণিতসাৰ সংগ্ৰহ' নামে দুখন বহুমূলীয়া গ্ৰন্থ ৰচনা কৰে। এই যুগতে প্ৰসিদ্ধ টীকাকাৰ ভট্টোৎপলৰ আৱিৰ্ভাৱ হয় আৰু তেঁৱেই বৰাহমিহিৰৰ খ্যাতি বঢ়ায়। তেওঁ 'প্ৰশ্নজ্ঞান' নামে স্বতন্ত্ৰ গ্ৰন্থ এখনো প্ৰণয়ন কৰে। তেওঁৰ জন্মকাল ৮৮৮ খৃষ্টাব্দ। এনেদৰে চন্দ্ৰসেন নামে দাক্ষিণাত্যৰ জ্যোতিৰ্বিদ এজনে প্ৰায় চাৰি হাজাৰ শ্লোকেৰে সমৃদ্ধ 'কেৱল জ্ঞান হোৰা' নামে প্ৰখ্যাত গ্ৰন্থ এখন ৰচনা কৰে। দক্ষিণ ভাৰতত এই গ্ৰন্থখনে সমাদৰ লাভ কৰে।

শ্ৰীপতি নামে অন্যতম জ্যোতিৰ্বিদে এই যুগৰ আন আচাৰ্য সকলৰ ভিতৰত অধিক গ্ৰন্থ ৰচনা কৰি খ্যাতি অৰ্জন কৰে। তেওঁৰ আৱিৰ্ভাৱ কাল দশম শতিকাৰ উত্তৰাৰ্ধ বুলি কোৱা হৈছে। তেওঁ ৰচনা কৰা জ্যোতিষ বিষয়ক গ্ৰন্থবোৰ হৈছে: 'পাটিগণিত', 'বীজগণিত' তথা 'সিদ্ধান্ত শেখৰ' আৰু ফলিত বিষয়ক গ্ৰন্থ: 'শ্ৰীপতিপদ্ধতি', 'ৰত্নাৱলী', 'ৰত্নসাৰ' আৰু 'ৰত্নমালা'। সিংহেতিলক নামে এজন জৈনাচাৰ্যই তেওঁৰ (শ্ৰীপতিৰ) প্ৰথম গ্ৰন্থখনৰ ওপৰত 'তিলক' নামে টীকা ৰচনা কৰে। দাক্ষিণাত্যৰ কৰ্ণাটক নিবাসী বিদ্বান শ্ৰীধৰাচাৰ্য শ্ৰীপতি সমসাময়িক আছিল। তেওঁ 'গণিতসাৰ' আৰু 'জ্যোতিৰ্জ্ঞান' দুখন জ্যোতিষ বিষয়ক গ্ৰন্থ সংস্কৃতত লিখাৰ উপৰিও কন্নড় ভাষাত 'জাতক তিলক' নামে এখন গ্ৰন্থ ৰচনা কৰি অম্লান খ্যাতি লাভ কৰে।

ইবিলাকৰ উপৰিও আচাৰ্য ভট্টবোসৰিয়ে প্ৰাকৃতত 'আয়ুৰ্জ্ঞানতিলক' আৰু জৈনচাৰ্য পদ্মনন্দিয়ে (১০ম শতিকা) 'জম্বুদ্বীপপদ্ধতি' নামে গ্ৰন্থ ৰচনা কৰি গৈছে।

**উত্তৰমধ্যকাল (ব্যাখ্যাযুগ): —**

জ্যোতিষশাস্ত্ৰৰ এই যুগটোক ব্যাখ্যাৰ যুগ বুলি কোৱা হৈছে। এই যুগৰ মৌলিক গ্ৰন্থও ৰচনা কৰা হৈছে; তথাপি ইয়াক ব্যাখ্যাৰ যুগ বুলিহে জনা যায়। এই যুগৰ মহান আৱিষ্কাৰৰ ভিতৰত গোল-গণিতৰ আৱিৰ্ভাৱ আৰু কেন্দ্ৰাভিকৰ্ষিণী তথা কেন্দ্ৰাপসাৰিণী

---

৬। ভাৰতীয় জ্যোতিষ, পৃ° ২৯২।

৭। ভাৰতীয় জ্যোতিষৰ ইতিহাস, পৃ° ১১৫।

ক্ৰিয়াত্মক শক্তিবোৰৰ অনুসন্ধানেই প্ৰাধান্য লাভ কৰিছে। এই যুগৰ জ্যোতিৰ্বিদসকলে পৃথিৱী স্থিৰ আৰু সূৰ্যক গতিশীল বুলি সিদ্ধ কৰিছে। গ্ৰহ গণিত বিষয়ক লম্বন, মতি, আয়নবলন, আক্ষবলন, আয়নদৃক্‌কৰ্ম, আক্ষদৃক্‌কৰ্ম, ভূমাবিম্বসাধন, প্ৰভৃতি বিভিন্ন প্ৰকাৰৰদ্বাৰা আকাশমণ্ডলীয় গ্ৰহবোৰৰ যুক্তিৰ মিলন ঘটোৱা হৈছে। যন্ত্ৰবোৰৰ নিৰ্মাণ আৰু তাৰদ্বাৰা গ্ৰহবেধানিৰীক্ষণৰ প্ৰণালীবোৰৰ ওপৰতো পোন প্ৰথমে এই যুগতে পোহৰ পৰে।

গণিত জ্যোতিষৰ উপৰিও ফলিত জ্যোতিষৰ বিভিন্ন অঙ্গৰ নিৰ্মাণ এই যুগত কৰা হৈছে। জাতক, মুহূৰ্ত, সামুদ্ৰিক, তাজিক ৰমল আৰু প্ৰশ্নৰ দৰে ফলিত জ্যোতিষৰ অঙ্গও পোন প্ৰথমে এই যুগতে নিৰ্মিত হৈছে। যৱন(গ্ৰীক/ আৰব) সংস্কৃতিৰ সম্পৰ্কৰ দ্বাৰা তাজিক আৰু ৰমল এই দুই বিষয়ৰ প্ৰভূত উন্নতি হৈছে।

জ্যোতিষ শাস্ত্ৰৰ ইতিহাসত ভাস্কৰাচাৰ্যৰ নাম শীৰ্ষ স্থানীয় জ্যোতিৰ্বিদ আচাৰ্য সকলৰ মাজত লোৱা হয়। প্ৰকৃততে বৰাহমিহিৰ আৰু ব্ৰহ্মগুপ্তৰ পাছত ভাস্কৰাচাৰ্য এনে এক অদ্ভুৎ বিদ্বান হৈ ওলাইছে যাৰ বাবে ভাৰতীয় জ্যোতিষে বিশ্বব্যাপী খ্যাতি আৰু বিপুল যশ অৰ্জন কৰিছে। তেওঁৰ প্ৰধান গ্ৰন্থখন হৈছে 'সিদ্ধান্ত শিৰোমণি।' ইয়াৰ আধাৰ ব্ৰহ্মগুপ্ত আৰু পৃথূদক স্বামীৰ সিদ্ধান্ত। তেওঁৰ পূৰ্ববৰ্তী আচাৰ্য আৰ্যভট্ট, লল্ল আৰু ব্ৰহ্মগুপ্তৰ সিদ্ধান্তৰ তেওঁ আলোচনা কৰিছে। 'মুহূৰ্ত চিন্তামণি'ৰ ওপৰত ৰচিত 'পীযুষধাৰা' টীকাত উদ্ধৃত তেওঁৰ এখন ফলিত বিষয়ক গ্ৰন্থৰ সন্ধানো পোৱা গৈছে। গ্ৰন্থখন সম্প্ৰতি উপলব্ধ নহয়। ভাস্কৰাচাৰ্য সিদ্ধহস্ত কবি আছিল।

একাদশ শতিকাত ( খৃ° ১০৩২) জৈনাচাৰ্য দুৰ্গদেৱে 'অৰ্ঘকাণ্ড' আৰু 'ৰিষ্টসমুচ্চয়' নামে গ্ৰন্থ ৰচনা কৰে। আন এজন জৈনাচাৰ্য অভয় প্ৰভুদেৱে ১০২০ খৃষ্টাব্দমানত 'আৰম্ভসিদ্ধি' (ব্যৱহাৰচৰ্যা) নামে গ্ৰন্থ লিখে; তাৰ ওপৰত যোড়শ শতিকাত হংসগণিয়ে এটি টীকা ৰচনা কৰে। মল্লিষেণ নামে তৃতীয় জৈনাচাৰ্যই প্ৰায় ১০৪৩ খৃষ্টাব্দত আবিৰ্ভূত হৈ আৰ্যসদ্‌ভাব' নামে এখন গ্ৰন্থ ৰচনা কৰে।

দাক্ষিণাত্যৰ বিদ্বান্ ৰাজাদিত্য আছিল ৰজা বিষ্ণুবৰ্ধনৰ ৰাজপণ্ডিত (১১২০ খৃ°); তেওঁক 'কৰ্ণাটক কবিচৰিত' নামে গ্ৰন্থত কন্নৰ দেশীয় গণিত বিষয়ক প্ৰথম গ্ৰন্থৰ ৰচয়িতা বুলি কৈছে। তেওঁ কানাড়ী ভাষাত একাধিক গ্ৰন্থ ৰচনা কৰে, যথাঃ 'ব্যৱহাৰ গণিত, 'ক্ষেত্ৰগণিত', 'ব্যৱহাৰ ৰত্ন', 'জৈন গণিত সূত্ৰটীকা, 'চিত্ৰহসুগে' আৰু 'লীলাৱতী'। এই আঠাইবোৰ গ্ৰন্থ পোৱা যায়।

মিথিলাৰ ৰজা লক্ষ্মণসেনৰ পুত্ৰ বল্লালসেনে তেওঁৰ ৰাজ্যাভিষেকৰ আঠ বছৰ পাছত প্ৰায় ১১৬৮ খৃষ্টাব্দত 'অদ্ভূত সাগৰ' নামে গ্ৰন্থ ৰচনা কৰে। ইয়াকে প্ৰায় আঠ হাজাৰ শ্লোকত তেওঁৰ পূৰ্বসূৰী জ্যোতিৰ্বিদ পণ্ডিতসকলৰ সিদ্ধান্তসমূহ সংগ্ৰহ কৰিছে।

শ্ৰীপতিৰ গ্ৰন্থৰ টীকাকাৰ পদ্মপ্ৰভু সূৰিয়ে ১২৯৪ খৃষ্টাব্দত 'ভুৱনদীপক' নামে এখন মহত্বপূৰ্ণ লঘু গ্ৰন্থ ৰচনা কৰে। তদুপৰি নৰচন্দ্ৰ উপাধ্যায়ে (১৩২৪খৃ°) "বেড়াজাতক",

'প্ৰশ্নশতক', 'প্ৰশ্নচতুৰ্বিংশতিকা', 'জন্ম সমুদ্ৰ', 'লগ্নবিচাৰ', 'জ্যোতিষ প্ৰকাশ' প্ৰভৃতি গ্ৰন্থ ৰচনা কৰে; ১৩০০ খৃষ্টাব্দত অট্‌ঠকবিয়ে 'অট্‌ঠমত্ত' ৰচনা কৰে। ফিৰোজশাহ তুগলকৰ মুখ্য সভাপণ্ডিত মহেন্দ্ৰসুৰিয়ে ১২৯২ খৃষ্টাব্দত 'যন্ত্ৰৰাজ' ৰচনা কৰে। (১৪৫৬ খৃষ্টাব্দত) কেশৱ নামে পণ্ডিতে 'গ্ৰহ কৌতুক', 'বৰ্ষগ্ৰহ সিদ্ধি', 'তিথিসিদ্ধি', 'জাতক পদ্ধতি', 'জাতক পদ্ধতি বিবৃতি', 'তাজিক পদ্ধতি', সিদ্ধান্ত বাসনা পাঠ', 'মুহূৰ্ততত্ত্ব' 'গণিত দীপিকা' আদি গ্ৰন্থবোৰ ৰচনা কৰে। আচাৰ্য কেশৱৰ পুত্ৰ আচাৰ্য গণেশ দৈৱজ্ঞই (১৫১৩ খৃ°) খ্যাতি লাভ কৰে; তেওঁ তেৰ বছৰ বয়সতে 'গ্ৰহলাঘৱ'ৰ দৰে কঠিন গ্ৰন্থ ৰচনা কৰি নিজৰ অপূৰ্ব প্ৰতিভাৰ পৰিচয় দিয়ে। আচাৰ্য গনেশ দৈৱজ্ঞই 'লঘুতিথি চিন্তামণি', 'বৃহত্তিথি চিন্তামণি', 'সিদ্ধান্ত -শিৰোমণিটীকা', 'লীলাৱতীটীকা', 'বিবাহ বৃন্দাবনটীকা', 'মুহূৰ্ততত্ত্বটীকা', শ্ৰাদ্ধাদি নিৰ্ণয়', 'ছন্দোৰ্ণৱটীকা', 'সুধীৰঞ্জনী-তৰ্জনী যন্ত্ৰ', 'কৃষ্ণজন্মাষ্টমী নিৰ্ণয়', 'হোলিকা নিৰ্ণয়' আদি অনেক গ্ৰন্থ ৰচনা কৰি গৈছে।

নৃসিংহ দৈৱজ্ঞৰ পুত্ৰ ঢুণ্ঢিৰাজে (১৫৪১ খৃ°) 'জাতকাভৰণ'ৰ দৰে বৃহত কলেবৰৰ গ্ৰন্থ ৰচনা কৰে। তাৰ পাছত আনন্দ দৈৱজ্ঞৰ পুত্ৰ নীলকণ্ঠ দৈৱজ্ঞই আৰবী আৰু ফাৰ্চী ভাষাত প্ৰাপ্ত জ্যোতিষ গ্ৰন্থৰ আধাৰত এখন মহত্বপূৰ্ণ গ্ৰন্থ 'তাজিক-নীলকণ্ঠ' ৰচনা কৰে। আচাৰ্য নীলকণ্ঠৰ সৰু ভায়েক ৰাম দৈৱজ্ঞই (১৫২২ খৃ°) 'মুহূৰ্ত চিন্তামণি' নামে এখন প্ৰসিদ্ধ গ্ৰন্থ ৰচনা কৰে। শ্ৰীপতিৰ 'ৰত্নমালা' গ্ৰন্থৰ ইয়াত প্ৰভাৱ পৰিছে। শুনা যায় যে তেওঁ আকবৰৰ আদেশত 'ৰামবিনোদ' আৰু টোডৰমলৰ আনন্দ বৰ্ধনৰ বাবে 'টোডৰানন্দ' নামে দুখন জ্যোতিষ বিষয়ক গ্ৰন্থ ৰচনা কৰে। গ্ৰন্থ দুখন এতিয়া পোৱা নাযায়।

পোন্ধৰ শতিকাৰ মাজভাগত মল্লাৰিয়ে 'গ্ৰহলাঘৱৰ' টীকা ৰচনা কৰে। কোনো এজন নাৰায়ণ পণ্ডিতে ১৫৭১ খৃষ্টাব্দমানত 'মুহূৰ্ত মাণ্ডৱ' নামে গ্ৰন্থ ৰচনা কৰে। 'কেশৱ পদ্ধতি'ৰ টীকাকাৰ দ্বিতীয় নাৰায়ণ পণ্ডিতে ১৫৮৮ খৃষ্টাব্দৰ সময়ত জন্ম গ্ৰহণ কৰিছিল। ১৫৭৫ খৃষ্টাব্দ মানত ৰঙ্গনাথে 'সূৰ্য সিদ্ধান্ত'ৰ ওপৰত 'গূঢ়াৰ্থ প্ৰকাশিকা' নামে প্ৰসিদ্ধ টীকা লিখে। এই যুগতে গোবিন্দ দৈৱজ্ঞই 'মুহূৰ্ত চিন্তামণি'ৰ ওপৰত 'পীযুষধাৰা' নামে প্ৰসিদ্ধ টীকা লিখে। একেদৰে নৃসিংহ দৈৱজ্ঞই 'সূৰ্যসিদ্ধান্ত' আৰু 'সিদ্ধান্ত শিৰোমণি'ৰ ওপৰত টীকা ৰচনা কৰে।

ওপৰত উল্লেখিত গ্ৰন্থকাৰ আৰু টীকাকাৰ সকলৰ উপৰিও এই যুগৰ শতানন্দ, কেশবাৰ্ক, কালিদাস, মহাদেব, গঙ্গাধৰ, ভক্তিলাভ, হেমতিলক, লক্ষ্মীদাস, জ্ঞানৰাজ, অনন্তদেৱজ্ঞ, দুৰ্লভ ৰাজ, হৰিভদ্ৰ সুৰি, বিষ্ণুদৈবজ্ঞ, সূৰ্যদৈবজ্ঞ, জগদেব, কৃষ্ণদৈৱজ্ঞ, ৰঘুনাথ শৰ্মা, গোবিন্দদৈবজ্ঞ, বিশ্বনাথ, বিঠ্ঠলদীক্ষিত, শিবদৈৱজ্ঞ, সমন্তভদ্ৰ, বলভদ্ৰমিশ্ৰ আৰু সোমদৈবজ্ঞৰ নাম উল্লেখযোগ্য।[৮]

<u>আধুনিক কাল</u>ঃ — ভাৰতীয় জ্যোতিষৰ গতিধাৰা মধ্যযুগৰ পাছত বন্ধ হৈ পৰে। কাৰণ এই সময়তে দেশৰ ওপৰত যৱনসকলে আক্ৰমণ কৰে। যৱন সংস্কৃতিৰ সৈতে

৮। ভাৰতীয় জ্যোতিষ, পৃ° ২৯২।

ভাৰতীয় সংস্কৃতিৰ পৰিচয়ৰ ফলত অৱশ্যে নতুন দিশৰ উন্মোচন হয়। কিন্তু দেশৰ পুৰণি পৰম্পৰা আগবঢ়াৰ সলনি বিলুপ্ত যেন হৈ পৰে। ইতিমধ্যে ভাৰতীয় জ্যোতিষত অনুবাদৰ মাধ্যমেৰে নতুন পদ্ধতি স্থাপিত হয়। অনুবাদ কৰা হৈছিল ইংৰাজীৰ পৰা। কাৰণ, ৰেখাগণিত, বীজগণিত আৰু ত্ৰিকোনজ্যামিতি বিষয়ক আধুনিক গ্ৰন্থৰ মূল আধাৰ ইংৰাজী। পাশ্চাত্য জ্যোতিষী সকলৰ বৈজ্ঞানিক বিচাৰ- বিবেচনাৰ আধাৰত ভাৰতীয় বিদ্বানসকলে সৌৰজগতৰ ওপৰত চকু দিয়ে। এই যুগত এহাতে জ্যোতিষৰ প্ৰাচীন গ্ৰন্থৰ ওপৰত টীকা ৰচিত হয় আৰু আনহাতে পাশ্চাত্যৰ বিজ্ঞানৰ সৈতে হোৱা সম্পৰ্কৰ ফলত নতুন প্ৰয়োগ আৰম্ভ হয়।

আধুনিক যুগ আৰম্ভ হয় জ্ঞানৰাজৰ আবিৰ্ভাৱৰ পৰা। তেওঁৰ পিতৃৰ নাম নাগনাথ আৰু পূৰ্বপুৰুষৰ নাম ৰাম।

জ্ঞানৰাজৰ জন্ম হয় ১৪২৫ শকত (১৫০৩ খৃ°)। তেওঁৰি মুখ্য ৰচনা হ'ল 'সিদ্ধান্ত সুন্দৰ'। ইয়াৰ ওপৰত তেওঁৰ পুত্ৰ চিন্তামণিয়ে এটি টীকা ৰচনা কৰে। জাতক, সাহিত্য আৰু সংগীত বিষয়ক তিনিখন গ্ৰন্থ এওঁৰ নামৰ সৈতে জড়িত।[৯] জ্ঞানৰাজৰ দুজন পুতেক আছিল। প্ৰথম পুত্ৰ চিন্তামণিৰ নাম উল্লেখ কৰা হৈছে। দ্বিতীয় পুত্ৰৰ নাম সূৰ্য। তেওঁৰ স্থিতিকাল পঞ্চদশ শতিকাৰ মাজভাগ। তেওঁ ভাস্কৰাচাৰ্যৰ বীজগণিতৰ ওপৰত ভাষ্য লিখিছিল। তাত তেওঁ নিজকে সূৰ্যদাস বুলি কৈছে আৰু ভাষ্যৰ নামটোও 'সূৰ্যপ্ৰকাশ' বুলিছে। তেওঁ যেতিয়া ৩০-৩১ বছৰীয়া আছিল (১৪৬০শক) তেতিয়াই লীলাৱতীৰ ওপৰত 'গণিতামৃত কূপিকা' নামে ভাষ্য ৰচিছিল। তেওঁ ৰচনা কৰা গ্ৰন্থবোৰ : 'বীজটীকা', 'লীলাৱতী টীকা', 'শ্ৰীপতিপদ্ধতি গণিত', 'বীজগণিত', 'তাজিক গ্ৰন্থ', 'কাব্যত্ৰয়' আৰু 'বোধ সুধাকৰ' (বেদাঙ্গ গ্ৰন্থ)। কোলব্ৰুকে তেওঁৰ আৰু তিনিখন গ্ৰন্থৰ উল্লেখ কৰিছে : 'গণিতমালতী', 'সিদ্ধান্ত শিৰোমণি' আৰু 'সিদ্ধান্ত সংহিতাসাৰ সমুচ্চয়'।[১০]

শ্ৰীকান্তৰ পুতেক অনন্তই ( শক ১৪৪৭) 'সুধাৰস' নামে এখন পঞ্জাঙ্গ গ্ৰন্থ ৰচনা কৰে। পণ্ডিত সুধাকৰ দ্বিবেদীয়ে 'মুহূৰ্ত মাৰ্তণ্ড' নামে এখন পঞ্জাঙ্গ গ্ৰন্থ ৰচনা কৰে। পণ্ডিত সুধাকৰ দ্বিবেদীয়ে 'মুহূৰ্ত মাৰ্তণ্ড' নামে গ্ৰন্থ ৰচনা কৰে। অনন্তৰ উক্ত গ্ৰন্থৰ ওপৰত ঢুণ্ঢিৰাজৰ 'সুধাৰসকৰণ চষক' নামে টীকা আছে।[১১] তেওঁ 'জাতকাভৰণ', 'গ্ৰহলাঘৱোদহৰণ', 'গ্ৰহফলোৎপত্তি', 'পঞ্চাঙ্গফল', আৰু 'কুণ্ডকল্পলতা' আদি গ্ৰন্থ লিখে। আগতে পাই অহা জ্ঞানৰাজ তেওঁৰ গুৰু আছিল। তেওঁৰ সাম্ভাব্য কাল ১৫০০ শকৰ আগভাগ। তেওঁ দেৱগিৰিত বাস কৰিছিল।

'তাজিক নীলকণ্ঠী'ৰ ৰচয়িতা নীলকণ্ঠৰ কাল ১৬ শ শতিকা। তেওঁ ১৫০৯ শক (১৫৮৭ খৃ°) ত উক্ত গ্ৰন্থ ৰচনা কৰে। সুধাকৰ দ্বিবেদীৰ মতে মিথিলাত প্ৰচলিত 'জাতক পদ্ধতি'ৰ লেখকো নীলকণ্ঠহে। তেওঁ ১৪৮০ শকত 'মধ্যমগ্ৰহসিদ্ধি' ৰচনা কৰে।[১১]

৯। দীক্ষিত : ভাৰতীয় জ্যোতিষ শাস্ত্ৰ, পৃ° ৩৭৪।

১০। Mischelanceous Asiapc, 2nd edn. vol. 2. p. 451

১১। আফ্ৰেক্ট, কেতেলগ, সৰস্বতীভৱন লাইব্ৰেৰী, বাৰাণসীৰ সূচীপত্ৰ।

দ্বিতীয়জন অনন্ত পণ্ডিতে বোপদেৱৰ পুতেক মহাদ্রেৱে ৰচনা কৰা 'কামধেনু' (১২৭৯ শক) গ্রন্থৰ ওপৰত ১৪৮০ শকত টীকা ৰচনা কৰে। তেওঁ 'জাতকপদ্ধতি' নামে গ্রন্থ ৰচনা কৰে। ৰামদৈৱজ্ঞই ১৫২৫শকত 'মুহূর্ত চিন্তামণি' ৰচনা কৰে। এই গ্রন্থৰ প্ৰসিদ্ধি আৰু জনপ্রিয়তা আজিও চলি আছে। নীলকণ্ঠৰ পুত্র গোবিন্দই 'মুহূর্ত চিন্তামণি'ৰ ওপৰত ১৫২৫ শকত 'পীযুষধাৰা' নামে সুন্দৰ টীকা লিখে। তেওঁ বিদৰ্ভ-নিবাসী আছিল। গোবিন্দৰ পুত্ৰ মাধৱে কাশীত থকা সময়ত নীলকণ্ঠীৰ ওপৰত 'শিশুবোধিনী সভা বিবেক বিবৃতি' নামে টীকা ১৫৫৫ শকত ৰচনা কৰে। তেওঁৰ জন্ম হয় ১৪৭১ শকত। তেওঁ জাহাংগীৰৰ কৃপাপাত্ৰ আছিল বুলি জনা যায়।

'সুবোধ মঞ্জৰী' নামে গ্রন্থৰ ৰচোতা ৰঘুনাথৰ জন্ম হয় ১৪৮৪ শকত। একে নামৰ আন এজন পণ্ডিতে ১৪৮৭ শকত 'মণি প্ৰদীপ' নামে কৰণ গ্রন্থ ৰচনা কৰে। তেওঁৰ পিতৃৰ নাম সোমভট্ট। প্রায় ১৪২০ শকত কৃপাৰামে দুই তিনিটা টীকা ৰচনা কৰাৰ উপৰিও 'বাস্তু চন্দ্ৰিকা' নামে স্বতন্ত্ৰ গ্রন্থ লিখে। দীক্ষিতৰ মতে দিনকৰ পণ্ডিতে ১৫০০ শক মানত 'খেতকাসিদ্ধি' আৰু 'চন্দ্ৰাৰ্কী' নামে দুখন গ্রন্থ ৰচনা কৰে। 'মুহূর্ত মাৰ্তণ্ড'ৰক ৰচক নাৰায়ণৰ পুত্ৰ গঙ্গাধৰে ১৫০৮ শকত 'গ্ৰহলাঘৱ'ৰ ওপৰত 'মনোৰমা' টীকা ৰচনা কৰে। ৰামভিট্টই ১৫১৭ শকত 'ৰামবিনোদ' নামে কৰণ গ্রন্থ ৰচে। ১৫২২ শকত শ্ৰীনাথ পণ্ডিতে 'গ্ৰহ চিন্তামণি' আন এখন কৰণ গ্রন্থ ৰচনা কৰে।[১৩]

বিদৰ্ভৰ গোলগ্ৰাম নিবাসী বিষ্ণু পণ্ডিতে ১৫৩০ শকত 'সৌৰপক্ষীয়' নামে গ্রন্থ ৰচনা কৰে; তাৰ ওপৰত তেওঁৰ ভায়েক বিশ্বনাথে এটি টীকা লিখে। সেই বংশৰে কমলাকৰে পিছত 'সিদ্ধান্ত তত্ত্ব বিবেক' নামে এক গ্রন্থ ৰচনা কৰে। বিষ্ণুৰ কণিষ্ঠ ভায়েক মল্লাৰিয়ে 'গ্ৰহলাঘৱ'ৰ ওপৰত এটি সুন্দৰ টীকা লিখে। তেওঁৰ অনুজ বিশ্বনাথে 'তাজিক নীলকণ্ঠ'ৰ ওপৰত 'সমাতন্ত্ৰ প্ৰসাদিকা' (১৫৫১ শক) নামে প্ৰসিদ্ধ টীকা লিখে। তদুপৰি তেওঁ 'সূৰ্য সিদ্ধান্ত'ৰ ওপৰত 'গহনাৰ্থ প্ৰকাশিকা', 'সিদ্ধান্ত শিৰোমণিটীকা', 'কৰণ কুতূহল টীকা', 'মকৰন্দটীকা', 'গ্ৰহলাঘৱ টীকা', 'পাতসাৰণী টীকা', 'অনন্ত সুধাৰস টীকা', 'ৰামবিনোদকৰণ টীকা', 'সৌৰপক্ষীয় টীকা', 'কেশৱী জাতক পদ্ধতি টীকা' আদি বহুত টীকা গ্রন্থ ৰচনা কৰি গৈছে। এইবোৰৰ উপৰিও তেওঁ 'সোমসিদ্ধান্ত টীকা', 'তিথি চিন্তামণিটীকা', 'চন্দ্ৰমানতন্ত্ৰ টীকা, 'বৃহজ্জাতক টীকা', 'শ্ৰীপতিপদ্ধতি টীকা', 'বশিষ্ঠ সংহিতা টীকা' আৰু 'বৃহৎসংহিতা টীকা'ও ৰচনা কৰিছিল বুলি কোৱা হৈছে।[১৪]

বিষ্ণু জ্যেষ্ঠ কৃষ্ণৰ পুতেক নৃসিংহই 'সূৰ্য সিদ্ধান্ত'ৰ ওপৰত 'সৌৰভাষ্য' টীকা (শক ১৫৩৩) আৰু 'সিদ্ধান্ত শিৰোমণি'ৰ ওপৰত 'বাসনাবাৰ্তিক' নামে টীকা (১৫৪৩ শকত) ৰচনা কৰে। তেওঁৰ জন্ম শক ১৫০৮। তেওঁৰ অনুজ শিৱই 'অনন্তসুধাৰস' নামে এটি টীকা লিখে। তেওঁ 'মুহূর্ত চূড়ামণি' নামে এখন গ্রন্থ প্রণয়ন কৰিছিল বুলি জনা যায়। নৃসিংহৰ

১২। গোৰখপ্ৰসাদ : ভা০ জ্যোতিষকা ইতিহাস, পৃ ২১১।
১৩। গৈৰোলা : সংস্কৃ. ই. পৃষ্ঠা ৫৮৭।
১৪। পূৰ্বোক্ত, পৃ ৫৮৮।

প্রথম পুত্র দিবাকৰৰ জন্ম হয় ১৫২৮ শকত। তেওঁ ১৯ 'কেশৱীজাতক পদ্ধতিৰ ওপৰত প্রৌঢ়মনোৰমা' টীকা (১৫৪৮শক) আৰু 'মকৰন্দ সাৰিণী'ৰ ওপৰত 'মকৰন্দ বিৱৰণ' (১৫৪৯শক) লিখে। তেওঁৰ ভায়েক কমলাকৰৰ জন্ম হয় ১৫৩০ শকত। 'সিদ্ধান্ততত্ত্ববিবেক' নামে গ্রন্থ তেওঁৰ ৰচনা। এই গ্রন্থৰ ওপৰত টীকা ৰচনা কৰে পণ্ডিত গঙ্গাধৰ মিশ্রই।

বিদৰ্ভৰ দধিগ্রামতো এটা প্রখ্যাত জ্যোতিৰ্বিদ পৰিয়াল আছিল। এই বংশজ মুনীশ্বৰে লিখিছে যে চিন্তামণিৰ পুত্র ৰাম এনেকুৱা ভৱিষ্যৎ বক্তা আছিল যে [illegible]ৰাজে তেওঁৰ কথামতে উঠা-বহা কৰিছিল।[১৬] তেওঁৰ কাল আনুমানিক ১৪৪০ শক। উক্ত বংশৰ বল্লালৰ পুত্র ৰামে 'অনন্ত সুধাৰস'ৰ ওপৰত এটা বৃত্তি লিখে। তেওঁৰ স্থিতিকাল ১৫৫৭ শক। বল্লাল দ্বিতীয় পুত্র কৃষ্ণই এই বংশৰ সৰ্বোত্তম জ্যোতিৰ্বিদ। তেওঁ ভাস্কৰাচাৰ্যৰ 'বীজ গণিত'ৰ ওপৰত 'বীজনবাঙ্কুৰ' নামে টীকা লিখে। ইয়াৰ সময় ১৫০০-১৫৩০ শক। সুধাকৰ দ্বিবেদীয়ে তেওঁৰ 'ছাদকনির্ণয়' নমে গ্রন্থখন প্রকাশ কৰিছে। আকৌ গোবিন্দৰ পুত্র নাৰায়ন 'কেশৰী জাতক পদ্ধতি'ৰ ওপৰত টীকা লিখিছে। একে বংশৰে ৰঙ্গ নাথে 'সূৰ্য সিদ্ধান্ত'ৰ ওপৰত 'গূঢ়াৰ্থ প্রকাশিকা' নামে টীকা ৰচনা কৰিছে। তেওঁৰ পুত্র মুনীশ্বৰে ৰচনা কৰা প্রসিদ্ধ গ্রন্থ কেইখন হল ঃ 'লীলাৱতী বিবৃতি', 'সিদ্ধান্ত শিৰোমনি মৰীচি' আৰু 'সিদ্ধান্ত সাৰ্বভৌম'। তেওঁৰ আন নাম বিশ্বৰূপ। তেওঁৰ জন্মকাল ১৫২৫।

কুৰুক্ষেত্রৰ ওচৰৰ অধিবাসী নিত্যানন্দ পণ্ডিতে বিক্রম সম্বৎ ১৬৯৬ (খৃ ১৬৩৯চনত) 'সৰ্ব সিদ্ধান্ত ৰাজ' নামে গ্রন্থ ৰচনা কৰে। তাৰ পাছত ১৫৭৫ শকত মহাদেৱৰ পুত্র কৃষ্ণই 'কৰণকৌস্তুভ' গ্রন্থ লিখে। ১৫৮০ শকত কাশ্মীৰি পণ্ডিত শংকৰৰ পুত্র ৰত্নকণ্ঠই 'পঞ্চাঙ্গকৌস্তুভ' ৰচনা কৰে। এইদৰে জটাধৰে ১৬২৬ শকত 'ফটেহ প্রকাশ' আৰু ১৬৪১ শকত মহাৰাষ্ট্ৰীয় ব্ৰাহ্মণ দাদাভট্টই 'সূৰ্য সিদ্ধান্ত কিৰণাৱলী' ৰচনা কৰে। দাদাভট্টৰ পুত্র নাৰায়ণে 'হোৰাসাৰ সুধানিধি', 'নৱজাতক ব্যাখ্যা', 'গণক প্রিয়া', 'স্বৰসাগৰ', আৰু 'তাজক সুধানিধি' আদি গ্রন্থ ৰচনা কৰে। ইবোৰৰ ৰচনাকাল ১৬৬০ শক। ইবিলাকৰ উপৰিও অজ্ঞাত নামা লেখকৰ (১৪১৩শক) 'পঞ্চাঙ্গ শিৰোমণি', 'গ্রহতৰঙ্গিনী' আদি পোৱা গৈছে। আকৌ আন কোনো অজ্ঞাত লেখকৰ 'ব্ৰহ্মসিদ্ধান্ত', 'বিষ্ণু সিদ্ধান্ত', কেশৱকৃত (১৫০০ খৃ ) 'সিদ্ধান্ত নবুখ মাণিক' ৰাঘৱ (১৬১৩শক) কৃত 'সূৰ্য সিদ্ধান্ত ৰহস্য', শক্রজিৎ ৰজাৰ জ্যোতিষী মথুৰা নাথ (১৫৩১ শক) কৃত 'সূৰ্য সিদ্ধান্ত মঞ্জৰী' আৰু অজ্ঞাত নামা লেখকৰ 'গ্ৰহ মঞ্জৰী' আদি গ্রন্থ উল্লেখযোগ্য।[১৭]



বি.দ্র. ঃ কেলাকাসিনী গুহ আৰু অৰুনা গুহৰ 'ঋগ্বেদ ও নক্ষত্র' গ্রন্থখনৰ পৰা বৈদিক কালৰ জ্যোতিৰ্বিজ্ঞান সম্বন্ধীয় বহু কথা জনা যায়। — লেখক

১৬। দীক্ষিত ঃ ভা. জ্যো. পৃ ২১১।

১৭। I Barges . Notes on the Hindu Astronomy 1893

# ষষ্ঠ অধ্যায়

## আয়ুৰ্বেদ শাস্ত্ৰ

### ইয়াৰ উৎপত্তি আৰু প্ৰচাৰ

বৈদিক সাহিত্যৰ পৰম্পৰাত চাৰিখন উপবেদৰ নাম পোৱা যায়ঃ আয়ুৰ্বেদ, ধনুৰ্বেদ, গান্ধৰ্ববেদ আৰু অৰ্থশাস্ত্ৰ। এই বিলাকক ক্ৰমশঃ ঋগ্বেদ, যজুৰ্বেদ, সামবেদ আৰু অথৰ্ববেদৰ উপবেদ বুলি কোৱা হয়।

আয়ুৰ্বেদ ভাৰতবৰ্ষত প্ৰচলিত প্ৰাচীনতম চিকিৎসা ব্যৱস্থা বুলি সকলোৱে জানে। ইয়াৰ ইতিহাস মানব বুৰঞ্জীৰ সমান। স্বৰ্গ আৰু মৰ্ত্ত্য দুয়ো লোকতে দেৱতা আৰু মানুহৰ মাজত ইয়াৰ প্ৰভাৱ, উপযোগিতা আৰু মহত্ব স্বীকাৰ কৰি অহা হৈছে।

ভাৰতীয়সকলে পৰাম্পৰা ক্ৰমে প্ৰাপ্ত সকলো শাস্ত্ৰৰে দৈৱিক উৎপত্তিৰ কথা কয়। সেইবাবে আয়ুৰ্বেদ শাস্ত্ৰৰ প্ৰথম উপদেষ্টাও সৃষ্টি কৰ্তা ব্ৰহ্মা। বহুদিনলৈ আয়ুৰ্বেদৰ জ্ঞান দেৱগণৰ মাজতে সীমাবদ্ধ আছিল। পাছলৈ মহৰ্ষিসকলৰ যত্নত এই শাস্ত্ৰ ইন্দ্ৰাদি দেৱতাৰ পৰা মৰ্ত্যত প্ৰচলিত হয়। এই সম্বন্ধে পৰম্পৰাক্ৰমে প্ৰচলিত এটা আখ্যান প্ৰাচীন আয়ুৰ্বেদিক গ্ৰন্থৰ ভূমিকাত পোৱা যায়।

'চৰক সংহিতা'ত কোৱা হৈছে যে ধৰ্ম-অৰ্থ-কাম-মোক্ষ আদি চতুঃ পুৰুষাৰ্থৰ সিদ্ধিত লাগি থকা বাবে ঋষি আদি লোকসকলৰ শাৰীৰিক শক্তি দুৰ্বল হৈ পৰা দেখি পৰম দয়ালু ঋষিসকলে এনেবোৰ বাধা- বিপত্তি দূৰীকৰণৰ বাবে পবিত্ৰ ধাম হিমালয়ত সমবেত হ'ল। তেওঁলোকে ধ্যানৰ বলত আৰু চিন্তাৰ বলত জানিলে যে পৰম আয়ুৰ্বেদজ্ঞ দেৱৰাজ ইন্দ্ৰইহে মৰ্ত্যালোকৰ লোকসকলৰ ৰোগপ্ৰশমনৰ বাবে সকলো উপায় কৰিব পাৰে। হিমালয়ত গোটখোৱা ঋষিৰ সংখ্যা আছিল বাবন্নজন। (চ০স০ সূত্ৰস্থান,১।১১-১৪)।

ঋষিসকলেক দিহা-যুগুতি কৰি ভৰদ্বাজক ইন্দ্ৰৰ ওচৰলৈ পঠিয়ালে। ভৰদ্বাজে গৈ ইন্দ্ৰৰ ওচৰত আয়ুৰ্বেদৰ জ্ঞান পাবলৈ পাৰ্থনা জনালে। ইন্দ্ৰৰ অনুগ্ৰহত ভৰদ্বাজ ঋষিয়ে আয়ুৰ্বেদ শাস্ত্ৰৰ জ্ঞান লাভ কৰি মৰ্ত্যলোকলৈ উভতি আহিল। কিন্তু আয়ুৰ্বেদৰ জ্ঞান লাভ কৰাটো বৰ জটিল হোৱাত মৰ্ত্যলোকৰ অধিবাসীসকলৰ মেধাশক্তিয়ে তাক আয়ত্ত কৰিবলৈ অপৰাগ হ'ল। গতিকে সৃষ্টিকৰ্তা ব্ৰহ্মাই ঋষিসকলৰ অনুৰোধক্ৰমে যুগ অনুসৰি মানুহৰ বুদ্ধি-বৃত্তি আৰু আয়ুস কম হোৱালৈ চকু ৰাখি সেই লক্ষশ্লোকাত্মক আয়ুৰ্বেদ শাস্ত্ৰখন আঠ অঙ্গত বিভক্ত কৰিলে। (সুশ্ৰুত সংহিতা, সূত্ৰস্থান, ১।৬)। সেই আঠ অঙ্গ হ'ল ক্ৰমশঃ— শল্য, শালাক্য, কায়চিকিৎসা, ভূতবিদ্যা, কৌমাৰভৃত্য, অগদতন্ত্ৰ, ৰসায়ন আৰু বাজীকৰণ। আয়ুৰ্বেদ গ্ৰন্থত এই অঙ্গ কেইটি অলপ তাৰতম্যকৈ পোৱা যায়। (চৰক০ ৩০।২৮।

সুশ্ৰুত৩০১।৭; কাশ্যপ বাগ্‌ভটে লিখিছে যে যুগ অনুক্ৰমে মানুহৰ বুদ্ধিলৈ নজৰ ৰাখি ইন্দ্ৰৰপৰা ভৰদ্বাজ, ধন্বন্তৰি আদিয়ে যি জ্ঞান লাভ কৰিছিল, সি অষ্টাংগ পূৰ্ণ আছিল যদিও কোনো এক অংগতে কেন্দ্ৰীভূত আছিল। উদাহৰণস্বৰূপে ধন্বন্তৰিয়ে ভিষক্‌ক্ৰিয়াৰ ওপৰত, পুনৰ্বসুয়ে কায়চিকিৎসাৰ ওপৰত আৰু কশ্যপে কেৱল কৌমাৰভৃত্যৰ ওপৰত অধিক মনোনিবেশ কৰিছিল। ভৰদ্বাজে আহৰণ কৰা অষ্টাংগবিভাজিত শাস্ত্ৰৰ এভাগ শল্য চিকিৎসাৰ বিষয়ে ধনৃন্তৰিয়ে শিকিলে তাকে তেওঁ পাছত আনক শিকাইছিল। সেইদৰে কায়চিকিৎসাৰ বিশেষ জ্ঞান লাভ কৰিছিল পুনৰ্বসুয়ে। এওঁলোক দুয়োজন ভৰদ্বাজৰ শিষ্য আছিল। আয়ুৰ্বেদৰ ইতিহাসত ধন্বন্তৰি আৰু পুনৰ্বসুৰ বিশেষ স্থান আছে। বিশেষতঃ ভিষক্‌বিদ্যাৰ ক্ষেত্ৰত পুনৰ্বসু আত্ৰেয়ৰ নাম পৃথিৱীৰ সৰ্বোচ্চ বৈজ্ঞানিক শ্ৰেণীৰ মাজত গণনা কৰা হয়।

আনহাতে পুৰাণসমূহত (হৰিবংশ, ব্ৰহ্মাণ্ড, বায়ু আদিত) ধন্বন্তৰিকহে আয়ুৰ্বেদ আগমক আঠ অংগত বিভাজন কৰ্তা বুলি কোৱা হৈছে। তাত কোৱা হৈছে দ্বাপৰৰ প্ৰথম ভাগত কাশিৰাজ শৌনহোত্ৰৰ বংশত ধন্বন্তৰীৰ জন্ম হয়। তেওঁ ভৰদ্বাজৰ ওচৰত আয়ুৰ্বেদৰ শিক্ষা গ্ৰহণ কৰি পাছত এই শাস্ত্ৰক অষ্টাঙ্গত বিভক্ত কৰি নিজৰ সুযোগ্য শিষ্যসকলক শিক্ষা দান কৰে।

<u>আয়ুৰ্বেদৰ জনপ্ৰিয়তা আৰু প্ৰভাৱ</u> ঃ— মানৱীয় জীৱনৰ উপযোগী শাস্ত্ৰ হোৱা বাবে আয়ুৰ্বেদ এই দেশত বৰ জনপ্ৰিয় আৰু জনাজাত শাস্ত্ৰ। এই শাস্ত্ৰ স্বতন্ত্ৰভাৱে বিকাশ লাভ কৰিছে আৰু আনবোৰ শাস্ত্ৰৰ পৰিপূৰক হোৱা বাবে সমাজত মান্যতা লাভ কৰি আহিছে। কোৱা বাহুল্য যে ধৰ্মশাস্ত্ৰ আৰু পুৰাণসমূহৰ মাজতো এই শাস্ত্ৰৰ পৰ্যাপ্ত চৰ্চা কৰা হৈছে। সাংখ্য আৰু যোগ দৰ্শনৰ ওপৰতো আয়ুৰ্বেদৰ প্ৰভাৱ পৰিছে। একেদৰে বেদান্ত দৰ্শনে ইয়াক আধ্যাত্মিক বল দিছে।[1]

বৈদিক কালৰেপৰা আয়ুৰ্বেদৰ জ্ঞান ভাৰতত প্ৰচলিত হৈ আহিছে। ঋগ্বেদত আয়ুৰ্বেদৰ জন্মদাতা ঋষি ভৰদ্বাজ, দিবোদাস আৰু অশ্বিনী কুমাৰ আদিৰ উল্লেখ পোৱা যায়। (ঋ০ ১।১২।০৬)। কাম্বসংহিতাত আয়ুৰ্বেদৰ উদ্ভৱ 'অথৰ্ব উপনিষদ'ৰ ৰূপত পোৱা যায় (কা০ পৃ০ ৪১)। অথৰ্ববেদত এনে বহুতো মন্ত্ৰ আছে যাক পণ্ডিতসকলে 'ভৈষজ্যানি' বুলি চিহ্নিত কৰিছে। তাৰ মাজত জ্বৰ (তক্মন), জলোদৰ, জতিচ্ আদি অনেক বেমাৰৰ চিকিৎসা বিষয়ৰ নিৰ্দেশ আছে।[2] তেনেদৰে মহাভাৰত, আৰু বৌদ্ধ 'বিনয় পিটক'ত শল্যবিদ্যা বিশাৰদ অনেক বৈদ্যৰ উল্লেখ চকুত পৰে।[3]

চাৰ প্ৰফুল্লচন্দ্ৰ দে মহোদয়ে তেওঁৰ 'দি হিষ্ট্ৰি অৱ হিন্দু কেমেষ্ট্ৰী'ৰ গ্ৰন্থৰ পাতনিত (পৃষ্ঠা ১১) কয় যে বৈদিক যুগত হিন্দু চিকিৎসা পদ্ধতিত অনেক ন্যূনতা আছিল। চৰকৰ পূৰ্বৰ চিকিৎসা পদ্ধতিৰ প্ৰায় অভাৱ আছিল। তেতিয়া পদ্ধতিৰ কোনো ক্ৰম আৰু পৰিভাষাও নাছিল বুলিব পাৰি। দে ডাঙৰীয়াৰ অভিমতৰ মূলাধাৰ পাশ্চাত্যৰ মেক্সমুইলাৰ

---

১। সৈন্ধৱ০ সাংস্কৃ০ ই০ পৃ০ ৬০৪-৫।
২। [illegible] : অথৰ্ববেদ আৰু আয়ুৰ্বেদ আৰু আয়ুৰ্বেদ, নাগপুৰ, [illegible]।
৩। Ancient Surgical Instruments, pape l.

প্ৰভৃতি পণ্ডিতৰ মতামতৰ ওপৰত প্ৰতিষ্ঠিত। কিন্তু তাৰ পাছত হোৱা গৱেষণাই দেখুৱাইছে যে আয়ুৰ্বেদ শাস্ত্ৰৰ পৰম্পৰাৰ পূৰ্ণ প্ৰতিষ্ঠা সৃষ্টিকৰ্তা ব্ৰহ্মাই কৰিছিল; আৰু যদিও তাত আয়ুবুদ্ধি আৰু যুগৰ হ্ৰাসক্ৰমত কিছু পৰিৱৰ্তন হৈছে, তথাপি তাৰ মাজত শিথিলতা, অক্ৰম, ন্যূনতা আৰু ব্যতিক্ৰম কোনো যুগতে হোৱা নাছিল। তাৰ বৈজ্ঞানিক বিধি আদি পৰিপূৰ্ণ ৰূপত পোৱা গৈছিল।[৪]

আয়ুৰ্বেদৰ উপযোগী জ্ঞানেৰে প্ৰায়সকল সংস্কৃত গ্ৰন্থকাৰৰ কৃতিসমূহ প্ৰভাৱিত হৈছে। অত্ৰিদেৱ বিদ্যালংকাৰে তেওঁৰ 'সংস্কৃত সাহিত্য মে আয়ুৰ্বেদ' নামে গ্ৰন্থত[৫] পাণিনি, ভাস, অশ্বঘোষ, কালিদাস, বিষ্ণু শৰ্মা, স্কন্দ, ভাৰবি, শূদ্ৰক, বিশাখদত্ত, দণ্ডী, বাণভট্ট, ভৱভূতি, মাঘ, ত্ৰিবিক্ৰম ভট্ট, শ্ৰীহৰ্ষ আৰু পণ্ডিতৰাজ জগন্নাথ প্ৰভৃতিৰ গ্ৰন্থবোৰত আয়ুৰ্বেদ বিষয়ক যিমান চৰ্চা হৈছে আৰু উদঙাই তুলি ধৰিছে। বিদ্যালংকাৰে তেওঁৰ প্ৰণীত পুথিত সংস্কৃত গ্ৰন্থকাৰসকলে নিজ নিজ গ্ৰন্থবোৰত কোনবোৰ গছৰ উল্লেখ কৰিছে, অথচ আয়ুৰ্বেদৰ গ্ৰন্থবোৰত কাব্যোৎকৰ্ষ বিষয়ক গুণ আৰু কবিত্বক প্ৰভাৱিত কৰিব পৰা সামগ্ৰী কি সুন্দৰভাৱে সজোৱা তাকো বুজাই কৈছে। উক্ত পুথিৰ সহায়ত আয়ুৰ্বেদ শাস্ত্ৰৰ স্বতন্ত্ৰ অস্তিত্বৰ বিকাশ আৰু তাৰ অতিশয় প্ৰভাৱৰ কথা সহজে বুজিব পাৰি। প্ৰায়বোৰ যুগতে সকলো শ্ৰেণীৰ গ্ৰন্থকাৰৰ মাজত তাৰ কেনে জনপ্ৰিয়তা আছিল তাৰ পৰিচয় আমি বিদ্যালংকাৰৰ বিৱৰণৰপৰা ভালদৰে জানিব পাৰোঁ।[৬]

<u>ইন্দ্ৰ ঃ ভাস্কৰ আৰু তেওঁৰ শিষ্য পৰম্পৰা</u> ঃ— গৈৰালাৰ মতে ইন্দ্ৰ আছিল এজন সুপ্ৰসিদ্ধ ঐতিহাসিক ব্যক্তি। তেওঁৰ বিদ্বৎবত্তা আৰু ব্যক্তিত্ব সম্বন্ধে ঋগ্বেদ (১০।৪৮।৫০) আৰু শতপথ ব্ৰাহ্মণৰ (৯।৫।২।১) দৰে প্ৰাচীনতম গ্ৰন্থত বিস্তাৰিতভাৱে চৰ্চা কৰা হৈছে। ইন্দ্ৰৰ শিষ্যসকলৰ মাজত ভৃগু, অঙ্গিৰা, অত্ৰি, বসিষ্ঠ, কশ্যপ, অগস্ত্য, পুলস্ত্য, বামদেৱ আৰু গৌতম সুবিখ্যাত। এই শিষ্যসকলে অন্যান্য বিদ্যাৰ লগতে আয়ুৰ্বেদৰো সম্যক অধ্যয়ন কৰিছিল।[৭]

আয়ুৰ্বেদৰ প্ৰামাণিক গ্ৰন্থবোৰৰ মাজত 'চৰক সংহিতা' মূৰ্ধণ্য গ্ৰন্থ। তাৰপৰা জনা যায় যে ইন্দ্ৰই তেওঁৰ ভ্ৰাতৃ বিৱস্বানৰ পুত্ৰ অশ্বীদ্বয়ৰ পৰা আয়ুৰ্বেদ শাস্ত্ৰৰ জ্ঞান লাভ কৰিছিল।[৮] তাত ইন্দ্ৰই নিজে স্বীকাৰ কৰিছে যে আত্মীয়-স্বজন আৰু প্ৰবক্তাবৰ্গৰ উপকাৰৰ বাবে অশ্বীদ্বয়ে তেওঁক আয়ুৰ্বেদৰ জ্ঞান দান কৰিছিল।[৯] সুশ্ৰুত সংহিতায়ো (১।৪।১১) ইয়াক সমৰ্থন কৰে। কৰিৰাজ সুৰমচন্দ্ৰৰ মতে ইন্দ্ৰই আয়ুৰ্বেদ প্ৰচাৰ কৰা সময় প্ৰায় ১২০০ বছৰ আগৰ।[১০]

---

৪। ভগৱদ্দত্ত ঃ ভাৰতবৰ্ষৰ ইতিহাস ৩ পৃষ্ঠা।
৫। সংস্কৃত সাহিত্যমে আয়ুৰ্বেদ, বাৰাণসী, ১৯৫৬।
৬। গৈৰালা ঃ সংসা০ ই০ পৃ০ ৬০৬।
৭। কবিৰাজ সুৰমচন্দ্ৰ ঃ আয়ুৰ্বেদকা ইতিহাস। পৃ০ ৪০-৪২।
৮। চৰক, সূত্ৰ ১।৫।
৯। চৰক ১।৪।১১।
১০। গৈৰালা, ইতিহাস, পৃ০ ৬০৭।

ভৃগু প্ৰজাপতি ব্ৰহ্মাৰ অন্যতম মানস পুত্ৰ আছিল। তেওঁ পোনতে এখন আয়ুৰ্বেদ সংহিতা ৰচনা কৰিছিল। অষ্টাঙ্গহৃদয়ৰ ওপৰত লিখা হিমাদ্ৰিৰ টীকাত ভৃগুৱে ৰচনা কৰা ৰসায়নৰ উল্লেখ আছে।[১১]

বাগ্‌ভটৰ পুত্ৰ তীসটে তেওঁৰ 'চিকিৎসা কলিকা (শ্লোক২) গ্ৰন্থত ভৃগুৰ নাম উল্লেখ কৰিছে। ভৃগু সংহিতা কোনজন ভৃগুৱে ৰচনা কৰিছিল তাক জনা নাযায়।

ব্ৰহ্মাৰ মানস পুত্ৰসকলৰ অন্যতম হ'ল অত্ৰি। তেওঁ সপ্তৰ্ষিৰ অন্যতম। তেওঁ ঋগ্বেদৰ ৫ম মণ্ডলৰ ঋষি। তেওঁৰ নামেৰে জড়িত 'আত্ৰেয় সংহিতা'ৰ মাজত ৩২০০ শ্লোক আছে। প্ৰজাপতি ব্ৰহ্মাৰ আন এজন মানসপুত্ৰ বসিষ্ঠ। তেখেঁ ৰুদ্ৰৰ ওচৰত আয়ুৰ্বেদ শাস্ত্ৰ অধ্যয়ন কৰিছিল আৰু আন এখন সংহিতা ৰচনা কৰিছিল।[১২]

ব্ৰহ্মাৰ মানস পুত্ৰসকলৰ ভিতৰত মৰীচিৰ নামো পোৱা যায়। মৰীচিৰ পুত্ৰ কশ্যপ। আয়ুৰ্বেদৰ আন এক সংহিতাক 'কাশ্যপ সংহিতা' বোলা হয়। এই গ্ৰন্থৰ ৰচক কশ্যপ।

মিত্ৰ আৰু বৰুণৰ পুতেক দুজন অগস্ত্য আৰু বসিষ্ঠ (২য়)। অগস্ত্যই ইন্দ্ৰ আৰু ভাস্কৰৰ পৰা আয়ুৰ্বেদৰ জ্ঞান লাভ কৰিছিল।[১৩]

ব্ৰহ্মাবৈবৰ্ত্ত পুৰাণৰ (ব্ৰহ্মখণ্ড অধ্যায় ১৬) পৰা জনা যায় যে ভাস্কৰৰ শিষ্যসকলে আয়ুৰ্বেদৰ পৃথক পৃথক সংহিতা ৰচনা কৰিছিল। আয়ুৰ্বেদৰ প্ৰথম প্ৰৱৰ্তক মহৰ্ষিসকলৰ মাজত বামদেৱৰ নামো পোৱা যায়। তেওঁ গোতমৰ পুত্ৰ আৰু ঋগ্বেদৰ ৪ৰ্থ মণ্ডলৰ ঋষি আছিল। তেওঁ আয়ুৰ্বেদৰ সংহিতা ৰচনা কৰিছিল। এই গ্ৰন্থখন এতিয়া পোৱা নাযায়। আয়ুৰ্বেদৰ প্ৰাচীন নিৰ্মাতাসকলৰ মাজত গোতম ঋষিৰ নামো পোৱা যায়। 'চৰক সংহিতা'ৰ এক বিৱৰণৰপৰা জনা যায় যে এবাৰ আয়ুৰ্বেদজ্ঞ মুনিসকলৰ মাজত আয়ুৰ্বেদ সম্বন্ধীয় কথাত মতভেদ হোৱাত তেওঁলোকে তাৰ নিৰ্ণয়ৰ বাবে আত্ৰেয়ৰ ওচৰলৈ গৈছিল। সেই মুনিসকলৰ মাজত গোতম অন্যতম আছিল। 'অষ্টাঙ্গহৃদয়'ত গোতমৰ জ্বৰ বিষয়ক মত উদ্ধৃত কৰা হৈছে। (অ০ নিদান স্থান ২)। একেদৰে 'মাধৱনিদান'ৰ ব্যাখ্যাকাৰ বিজয়ৰক্ষিতে গোতমৰ মত উদ্ধৃত কৰিছে। (শ্লোক৩৩-৩৪)।

ভগবান শিৱ মহাদেৱৰ মাহাত্ম্য অনেক গ্ৰন্থত পোৱা যায়। শিৱে একাধিক আয়ুৰ্বেদীয় গ্ৰন্থ ৰচনা কৰিছিল বুলি কোৱা হয় ঃ তাৰ ভিতৰত 'আয়ুৰ্গ্ৰন্থ' 'আয়ুৰ্বেদ', 'বৈদ্যৰাজতন্ত্ৰ', 'শৈৱ সিদ্ধান্ত', 'ৰুদ্ৰ যামলতন্ত্ৰ', 'পাৰদকল্প', 'ধাতুকল্প', 'হৰিতালকল্প', 'ধাতুক্ৰিয়া', 'কৈলাসকাৰক' আৰু 'ৰসাৰ্ণৱতন্ত্ৰ' আদি উল্লেখযোগ্য।[১৪]

আয়ুৰ্বেদৰ অন্যতম প্ৰৱৰ্তক ভাস্কৰ আছিল কশ্যপ আৰু অদিতিৰ পুত্ৰ। তেওঁৰ আন নাম বিৱস্বত। অশ্বীদ্বয় তেওঁৰে পুত্ৰ আছিল। প্ৰজাপতি ব্ৰহ্মা ভাস্কৰৰ আয়ুৰ্বেদৰ গুৰু আছিল। ব্ৰহ্মবৈবৰ্ত্ত পুৰাণত কোৱা হৈছে যে প্ৰজাপতি ব্ৰহ্মাই চাৰিখন বেদ দোহন কৰি

---

১১। অষ্টাঙ্গহৃদয় ৩।১৬৭ ; ১৬৮।
১২। সৈন্যাল, ইতিহাস, পৃ০ ৬০৮।
১৩। তলবকাৰ উপনিষদ ব্ৰাহ্মণ ৪।৯।১।
১৪। আয়ুৰ্বেদৰ ইতিহাস, পৃ০ ৫৯ ৭৯।

পঞ্চম বেদৰ ৰূপত আয়ুৰ্বেদ ৰচনা কৰিছিল। তাৰ পাছত তেওঁ ভাস্কৰক সেই বেদত দীক্ষা দিয়ে আৰু ভাস্কৰে তাৰ ওপৰত এখন আয়ুৰ্বেদ সংহিতা নিৰ্মাণ কৰে।[১৬]

ভৃগুপুত্ৰ উশন কবি আৰু অঙ্গিৰাৰ পুত্ৰ দেৱগুৰু বৃহস্পতিও আয়ুৰ্বেদৰ নিৰ্মাতা আছিল।[১৭] কোৱা হৈছে যে সনৎকুমাৰ আয়ুৰ্বেদৰ অদ্বিতীয় আচাৰ্য আছিল। মহাভাৰত আদি গ্ৰন্থত তেওঁকো ব্ৰহ্মাৰ মানস পুত্ৰ বুলি কৈছে। সনৎকুমাৰৰ আয়ুৰ্বেদ বিষয়ক তিনিখন হাতে লিখা পুথি পোৱা গৈছে ঃ **'সনৎকুমাৰ সংহিতা'**, **'ৰাইটগ্ৰন্থ'** আৰু **'অনুভোগকল্প'**।[১৮] ব্ৰহ্মাৰ আন এজন মানসপুত্ৰ দেৱৰ্ষি নাৰদ। নাৰদৰ উল্লেখ সৰ্বত্ৰ বিদ্যমান। তেওঁ সনৎকুমাৰৰপৰা অধ্যাত্মজ্ঞান, শিৱৰপৰা অৰ্শোহৰযোগ (আয়ুৰ্বেদ), বশিষ্ঠৰপৰা আত্মজ্ঞান আৰু ব্ৰহ্মাৰপৰা জ্যোতিৰ্বিদ্যা শিকিছিল।[১৯] হিমাদ্ৰি বিৰচিত 'লক্ষণপ্ৰকাশ'ত উদ্‌ধৃত শালিহোত্ৰ ঋষিৰ বচনৰপৰা জনা যায় যে 'নাৰদ সৰ্বলোক চিকিৎসক আৰু আয়ুৰ্বেদৰ কৰ্তা' আছিল।[২০] ইণ্ডিয়া অফিচৰ (সূচীপত্ৰ, গ্ৰন্থসংখ্যা ২৭১৫) সূচীপত্ৰত নাৰদৰ আয়ুৰ্বেদ বিষয়ক 'ধাতুলক্ষণ' নামে গ্ৰন্থৰ উল্লেখ আছে; তাৰ কৰ্তৃত্ব সন্দেহাতীত নহয়।

ধন্বন্তৰি প্ৰথমৰ বহুমুখী ব্যক্তিত্বৰ বিষয়ে ভাৰতীয় শাস্ত্ৰবোৰ পঞ্চমুখ। 'সুশ্ৰুত সংহিতা'ৰ টীকাকাৰ ডলহনৰ ব্যুপত্তি অনুসৰি শল্যশাস্ত্ৰপাৰঙ্গত ব্যক্তিক ধন্বন্তৰি বোলা হয়।[২১] ধন্বন্তৰি চিকিৎসাজ্ঞান ভাস্কৰৰপৰা আৰু আয়ুৰ্বেদ শাস্ত্ৰৰ জ্ঞান ইন্দ্ৰৰপৰা লাভ কৰিছিল। ধন্বন্তৰিয়ে নিজৰ গুৰু ভাস্কৰৰ **'আয়ুৰ্বেদ সংহিতা'**ৰ আধাৰত **'চিকিৎসাৰসায়ণতন্ত্ৰ'** নামে গ্ৰন্থ ৰচনা কৰিছিল।[২২]

মহৰ্ষি চ্যবান মহৰ্ষি ভৃগুৰ পুত্ৰ আছিল। তেওঁ ৰসায়ন সেৱন কৰি দীৰ্ঘায়ু হৈছিল (চৰক, ১।২।২০)। তেওঁ আয়ুৰ্বেদৰ ডাঙৰ বিদ্বান আছিল। তেওঁ **'জীৱদান'** নামে চিকিৎসাগ্ৰন্থ ৰচনা কৰিছিল। অক্ষিৰোগ চিকিৎসাৰ ওপৰতো তেওঁ আন এক গ্ৰন্থ ৰচনা কৰা বুলি কোৱা হয়।

কুশিকগোত্ৰীয় গাধিৰ পুত্ৰ বিশ্বামিত্ৰও এজন আয়ুৰ্বেদৰ আচাৰ্য আছিল। তেওঁ ৰচনা কৰা আয়ুৰ্বেদ শাস্ত্ৰৰ অনেক বচন **অষ্টাঙ্গহৃদয়**, (পৃ০ ৬৪), **সুশ্ৰুত সংহিতা** (নিদান ৫।১৬) আদি গ্ৰন্থত পোৱা যায়।

ভৃগু বংশীয় ঋষি ঋচীকৰ পুত্ৰ জমদগ্নি আয়ুৰ্বেদৰ বিদ্বান আছিল। 'চৰক সংহিতা'ত (চি.১।৪) লিখা হৈছে যে ৰসায়ন সেৱন কৰি জমদগ্নিয়ে বহুকাল জীৱিত আছিল। তেওঁ আয়ুৰ্বেদৰ কৰ্তা আৰু সৰ্বলোকৰ চিকিৎসক আছিল।

কাশ্যপবংশীয় বৰুণ আন এজন দেৱতা। শালিহোত্ৰৰ মতে তেওঁ আয়ুৰ্বেদৰ গ্ৰন্থকৰ্তা আছিল। সেই একে বংশতে জন্মলাভ কৰা কাশ্যপো আন এজন আয়ুৰ্বেদৰ প্ৰৱৰ্তক ঋষি

---

১৬। ব্ৰহ্মবৈবৰ্ত পুৰাণ, ব্ৰহ্মখণ্ড, অধ্যায় ১৬।
১৭। গৈৰোলা, সংস্কৃ০ ই০ পৃ° ৬১২।
১৮। দ্ৰ০ গৈৰোলা, ঐ গ্ৰন্থ, পৃ০ ৬১৩ ৰ পাদটীকা।
১৯। পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা ঐ।
২০। সুশ্ৰুত সূত্ৰ ১।৩।।
২২। আ০ ইতি০ ৰ, পৃ° ১১৫-১১৯।

আছিল। নিবন্ধ সংগ্ৰহত (৬।২৭) কাশ্যপৰ তন্ত্ৰ গ্ৰন্থৰ উল্লেখ দেখা যায। কাশ্যপৰ বচন ভালেমান আয়ুৰ্বেদ গ্ৰন্থত উদ্ধৃত হৈছে।[২৩] কাশ্যপে আয়ুৰ্বেদৰ বিষয়ে 'স্ত্ৰী চিকিৎসা সূত্ৰ', 'সংহিতা' আৰু 'ৰোগনিদান' নামে তিনিখন গ্ৰন্থ ৰচনা কৰিছিল।

'চৰক সংহিতা'ৰ পৰা জনা যায় ইন্দ্ৰই ভৰদ্বাজক আয়ুৰ্বেদ পঢ়াইছিল। ভৰদ্বাজে 'অগদতন্ত্ৰ' নামে এখন গ্ৰন্থ ৰচনা কৰিছিল। ইন্দ্ৰই ভৰদ্বাজক শ্ৰোণতন্ত্ৰত পঢ়াইছিলনে কেৱল কায়তন্ত্ৰহে পঢ়ুৱাইছিল তাক জনা নাযায়। বায়ু পুৰাণৰ (১৯।৩২) পৰা জনা যায় যে ভৰদ্বাজে এখন 'আয়ুৰ্বেদ সংহিতা' ৰচনা কৰিছিল আৰু পাছত তেওঁ সংহিতাখন আঠ ভাগত ভগাই নিজৰ শিষ্যসকলক পঢ়ুৱাইছিল। ইয়াৰপৰা বুজা যায় যে সম্ভৱতঃ ইন্দ্ৰই ভৰদ্বাজক আয়ুৰ্বেদৰ আঠতন্ত্ৰত দীক্ষা দিছিল। চৰক সংহিতাৰপৰা জনা যায় যে ভৰদ্বাজে আত্ৰেয় পুনৰ্বসু আদি শিষ্যসকলক কায়চিকিৎসাৰ জ্ঞান দান কৰিছিল (চৰক সূত্ৰস্থান ১।২৬-২৮)

ধন্বন্তৰি (প্ৰথমে) একে নামেৰে চন্দ্ৰ বংশত পুনৰ্জন্ম গ্ৰহণ কৰে। তেওঁ মৰ্ত্যলোকত প্ৰথমে আয়ুৰ্বেদৰ প্ৰৱৰ্তন কৰাসকলৰ এজন বুলি কোৱা হয়। তেওঁ ভৰদ্বাজ বাৰ্হস্পত্যৰ ওচৰত ভিষকক্ৰিয়াৰ সৈতে আয়ুৰ্বেদৰ জ্ঞান অৰ্জন কৰে। তাৰ পাছত আয়ুৰ্বেদ সংহিতাক আঠভাগত ভগাই শিষ্যসকলক শিকায়। ধন্বন্তৰি বিশ্বামিত্ৰৰ অন্যতম পুত্ৰ সুশ্ৰুতৰ গুৰু আছিল। তেওঁৰ আন নাম দিবোদাস বুলি কোৱা হৈছে। এওঁ আছিল ধন্বন্তৰি দ্বিতীয়। তেওঁৰ তৃতীয় পীড়ীত আন এজন ধন্বন্তৰিৰ আবিৰ্ভাৱ হয়। তেওঁক ধন্বন্তৰি তৃতীয় বুলি চিনাক্ত কৰা হয়। তেওঁৰ পাণ্ডিত্য আৰু প্ৰতিভাৰ প্ৰশংসা হৰিবংশ (১।৯), সুশ্ৰুতসংহিতাৰ অনেক ঠাইত (১।৩; চি০ ১।৩; ক০ ৪।৩; উ০ ৬৬।৩) কৰা হৈছে। ধন্বন্তৰি দ্বিতীয়ৰ আয়ুৰ্বেদ বিষয়ক গ্ৰন্থৰ নাম 'ধাতুকল্প'। শ্ৰী গিৰীন্দ্ৰ নাথ মুখোপাধ্যায়ে তেওঁৰ 'History of Indian Medicine' (ভাগ ২; পৃ০ ৩২৮) গ্ৰন্থত 'অজীৰ্ণামৃতমঞ্জৰী', 'ৰোগনিদান', 'বৈদ্যচিন্তামণি', 'বিদ্যা প্ৰকাশ চিকিৎসা' আৰু 'ধন্বন্তৰীয় নিঘণ্টু' নামে পাঁচখন গ্ৰন্থৰ নামোল্লেখ কৰিছে। ইয়াৰ উপৰিও 'বৈদ্যক স্বৰোদয়' আৰু 'চিকিৎসাৰ সংগ্ৰহ' নামে আন দুখন গ্ৰন্থকো তেওঁৰ ৰচনা বুলি কোৱা হৈছে। এই সাতখন গ্ৰন্থ একেজন ধন্বন্তৰিৰ হয়নে নহয় তাক নিশ্চিতকৈ কোৱা টান।[২৪]

**ভিষগবিদ্যাৰ প্ৰৱৰ্তন ঃ—** পৰম্পৰামতে আত্ৰেয় পুনৰ্বসু আৰু ধন্বন্তৰি দুয়ো সহপাঠী আছিল। দুয়োজন ভৰদ্বাজৰ শিষ্য আছিল। এই দুজন আচাৰ্যক ভিষগবিদ্যাৰ দিশত পৃথিৱীৰ শ্ৰেষ্ঠ বৈজ্ঞানিকৰ শ্ৰেণীত অন্তৰ্ভুক্ত কৰিব পাৰি। পুনৰ্বসু আছিল অত্ৰিৰ পুত্ৰ। (চৰক সংহিতা, সূত্ৰ ৩।২৯; ৩০।৫০)। তেওঁৰ মাতৃৰ নাম আছিল চন্দ্ৰভাগা। তেওঁক চান্দ্ৰভাগি বুলিও কোৱা হয়। এই পুনৰ্বসু আত্ৰেয়ৰ ছজন শিষ্য আছিলঃ অগ্নিবেশ, ভেল, জতুকৰ্ণ, পৰাশৰ, হাৰীত আৰু ক্ষাৰপাণি।[২৫] আত্ৰেয় পুনৰ্বসু আয়ুৰ্বেদৰ এজন অসাধাৰণ আচাৰ্য

---

২৩। সুশ্ৰুত শা° ২২৯ ; অষ্টাংগ সংগ্ৰহ উ০ স্থান, ৩৬। পৃ° ২৭০ শিবদ সংগ্ৰহ।
২৪। দৈৱাৰণ্য, সং শা° পৃ ৩১৮।
২৫। চৰক সংহিতা ১।৩০ ; ৩৭।

আছিল। আয়ুৰ্বেদৰ প্ৰামাণিক গ্ৰন্থবোৰত তেওঁৰ পাণ্ডিত্য আৰু তেওঁৰ কৃতিত্বৰ যশোগীত সকলোতে দেখা যায়। **'অষ্টাংগহৃদয়'**ত লিখা হৈছে যে পুনৰ্বসু আদিয়ে দেৱৰাজ ইন্দ্ৰৰপৰা অষ্টাংগ আম্নায়ৰ জ্ঞান লাভ কৰি জনপ্ৰিয় তন্ত্ৰগ্ৰন্থবোৰ ৰচনা কৰিছিল।[২৬] 'কাশ্যপ সংহিতা'ৰ পৰাও এই কথাৰ প্ৰমাণ পোৱা যায় যে আত্ৰেয় পুনৰ্বসুয়ে পিতৃ অত্ৰিৰপৰা আয়ুৰ্বেদৰ শিক্ষা লাভ কৰিছিল। (কাশ্যপসংহিতা, পৃ০ ৬২)।। বিদ্বান্‌সকলে আত্ৰেয় ৰচিত 'আয়ুৰ্বেদ সংহিতা'ৰ বিস্তৃত বিৱৰণ দাঙি ধৰিছে।[২৭] আত্ৰেয়সংহিতাৰ ভালেমান পাণ্ডুলিপি বিভিন্ন পাণ্ডুলিপিৰ সংগ্ৰহত এতিয়াও সুৰক্ষিত হৈ আছে।[২৮]

**কায়চিকিৎসাৰ বিকাশ :—** আয়ুৰ্বেদৰ এই বিভাগৰ আচাৰ্যসকলৰ পৰাম্পৰাত অগ্নিবেশৰ নাম পোনতে লোৱা হয়। অগ্নিবেশক অঙ্গিৰস কুলৰ বংশধৰ বুলি কোৱা হয়। কোনো কোনো পুৰাণত তেওঁক ভৰদ্বাজৰ শিষ্য বা আত্ৰেয়ৰ শিষ্য বুলি কোৱা হৈছে। তেওঁক **'অগ্নিবেশতন্ত্ৰ'** আৰু **'নাড়ীপৰীক্ষা'** নামে দুই গ্ৰন্থৰ ৰচক বুলি কোৱা হয়। ভেল আছিল অগ্নিবেশৰ সহপাঠী আছিল। তেওঁ সেই সময়ৰ পাৰিষদৰ সদস্য আছিল। এবাৰ তেওঁ গাৰ্গ্য, মাঠৰ, আত্ৰেয় পুনৰ্বসু, পাৰাশৰ্য আৰু কশ্যপ আদি আচাৰ্যৰ পৰিষদত যোগদান কৰিছিল। আকৌ তেওঁ দ্বিতীয়বাৰ বডিশ, শৌনক, খণ্ডকাপ্য, পৰাশৰ, ভৰদ্বাজ আৰু কশ্যপৰ সৈতে সন্মিলিত হৈছিল। পুনৰ্বসু বা কৃষ্ণ আত্ৰেয়ৰ গুৰু আছিল। তেওঁ কায়চিকিৎসাৰ ওপৰত এখন তন্ত্ৰগ্ৰন্থ ৰচনা কৰিছিল। **'ভেল সংহিতা'** তেওঁৰ মুখ্য ৰচনা।

ভেলৰ প্ৰসঙ্গত পৰাশৰৰ নামোল্লেখ কৰা হৈছে। তেওঁ আছিল বশিষ্ঠৰ নাতিয়েক; শক্তিৰ পুত্ৰ আৰু কৃষ্ণ দ্বৈপায়ন বা বেদব্যাসৰ পিতৃ। পৰাশৰৰ বৃহৎপাঠকেই **'বৃদ্ধপৰাশৰ'** বুলি কোৱা হয়। আয়ুৰ্বেদীয় **'পৰাশৰতন্ত্ৰ'** আৰু **'বৃদ্ধপৰাশৰ'** বুলি কোৱা হয়। আয়ুৰ্বেদীয় **'পৰাশৰতন্ত্ৰ'** আৰু **'ভেলতন্ত্ৰ'** একেসময়ৰ গ্ৰন্থ। **'হস্তিআয়ুৰ্বেদ'**, **'গোলক্ষণ'**, **'বৃক্ষায়ুৰ্বেদ'** নামে তিনিখন গ্ৰন্থক পৰাশৰৰ ৰচনা বুলি কোৱা হয়।

এই পৰাম্পৰাৰ আন এগৰাকী আচাৰ্য হ'ল জতূকৰ্ণ। বায়ুপুৰাণৰ (১।১০) মতে জতূকৰ্ণ আছিল বশিষ্ঠৰ নাতিয়েক, শক্তিৰ পুত্ৰ, অৰ্থাৎ পৰাশৰ অনুজ। তেওঁ অগ্নিবেশ, ভেল আৰু শালিহোত্ৰৰ সমসাময়িক আছিল। তেওঁ পুনৰ্বসু আত্ৰেয়, পৰাশৰ আৰু বাষ্কলৰ শিষ্য আছিল। জতূকৰ্ণই ৰচনা কৰা 'আয়ুৰ্বেদীয় সংহিতা' কায়চিকিৎসা বিষয়ক গ্ৰন্থ আছিল। গ্ৰন্থখন এতিয়া পোৱা নাযায়। তাৰ উদ্ধৃতি বিভিন্ন আয়ুৰ্বেদীয় গ্ৰন্থত পোৱা যায়।[২৯]

হাৰিত ঋষি আছিল আত্ৰেয় পুনৰ্বসু আৰু ভিক্ষু পঞ্চশিখৰ শিষ্য আছিল। শালিহোত্ৰই তেওঁক সৰ্বলোক চিকিৎসক বুলি কৈ গৈছে। তেওঁ কায়চিকিৎসা বিষয়ক **'আয়ুৰ্বেদীয় সংহিতা'** নামে গ্ৰন্থ এখন ৰচনা কৰিছিল। গ্ৰন্থখন পাছৰ কোনো কোনো গ্ৰন্থত উল্লেখিত হৈছে। কলিকতাৰপৰা 'হাৰিত সংহিতা' নামে প্ৰকাশিত গ্ৰন্থখন হাৰিতৰ গ্ৰন্থ নহয় বুলি

---

২৬। অষ্টাংগহৃদ্র, সূত্ৰ০ অধ্যায় ১।।
২৭। মুখোপাধ্যায় : History of Indian Medicine, vol. 2, pp. 431-433.
২৮। গৈৰোলা : সংসা০ ই০ পৃ০ ৬১৯।
২৯। গৈৰোলা : সংসাহ ই০ ৬২১ ; আয়ুৰ্বেদকা ইতিহাস, পৃ০ ২১৮।

পণ্ডিতসকলে কৈছে।[৩০] ক্ষাৰপাণি আত্ৰেয় পুনৰ্বসুৰ ৬ষ্ঠ শিষ্য আছিল। তেওঁ কায় চিকিৎসা বিষয়ক **'ক্ষাৰপানিতন্ত্ৰ'** নামে এখন গ্ৰন্থ ৰচনা কৰিছিল।

আচাৰ্য নিমিয়ে শালাক্যতন্ত্ৰৰ জ্ঞান প্ৰথমতে মৰ্ত্যলোকক দিয়ে। গতিকে তেওঁক এজন **'আদ্যভিষক'** বুলি কোৱা হয়। তেওঁ জনক ৰজাৰ পূৰ্বপুৰুষ আছিল। নিমিয়ে এখন তন্ত্ৰগ্ৰন্থ ৰচনা কৰিছিল।[৩১] নিমিৰ কৰাল নামে এজন শিষ্য আছিল। তেওঁ এখন শালাক্যতন্ত্ৰ ৰচনা কৰিছিল। একেদৰে ভদ্ৰশৌনক নামে এজন আচাৰ্যই এখন ৰচনা কৰিছিল।[৩২]

আয়ুৰ্বেদৰ অন্যতম আচাৰ্য কাঙ্কায়ন বাহ্লীক দেশৰ লোক আছিল। তেওঁৰ সমকালত তেওঁ বৰ প্ৰভাৱশালী ব্যক্তি আছিল। তেওঁৰ অনেক শিষ্য আছিল। তেওঁ শালাক্য বিষয়ক গ্ৰন্থ ৰচনা কৰিছিল। আন এজন আচাৰ্য গাৰ্গ্যও শালাক্যতন্ত্ৰকাৰ আছিল। ভাৰতীয় পৰম্পৰা আৰু ইতিহাসত একাধিক গাৰ্গ্যৰ নাম পোৱা যায়।[৩৩] চৰকৰ সূত্ৰ স্থানত (১।১০) এজন গাৰ্গ্যৰ নাম উল্লেখিত হৈছে। সুশ্ৰুতৰ টীকাকাৰ ডহ্লনৰ মতে গাৰ্গ্য ধন্বন্তৰিৰ শিষ্য আছিল। গাৰ্গ্যৰ শালাক্যতন্ত্ৰৰ কেতবোৰ উদ্ধৃতি অন্য গ্ৰন্থত পোৱা যায়।[৩৪]

গালব নামে এজন আচাৰ্য ধন্বন্তৰিৰ শিষ্য আছিল। তেওঁৰ গোত্ৰনাম বাভ্ৰব্য। তেওঁ পাঞ্চালৰ লোক আছিল। তেওঁ সকলো লোকৰ চিকিৎসক আছিল। তেওঁ একাধিক আয়ুৰ্বেদ বিষয়ক গ্ৰন্থ ৰচনা কৰিছিল। গালব বাভ্ৰব্যই **'শাল্যক্যতন্ত্ৰ'** ৰচনা কৰিছিল বুলি জনা যায়।[৩৫]

আয়ুৰ্বেদৰ পৰম্পৰাত সাত্যকি নামে এজন আচাৰ্যৰ নাম পোৱা যায়। 'চৰক সংহিতা ব্যাখ্যা' আৰু 'সুশ্ৰুত সংহিতা ব্যাখ্যা'ত সাত্যকি ৰচিত শালাক্যতন্ত্ৰ বিষয়ক বচনৰ উল্লেখ পোৱা যায়।

**শল্যচিকিৎসা ঃ—** দিবোদাস ধন্বন্তৰি আছিল শল্যচিকিৎসাৰ (Surgery) প্ৰথম উপদেশক। তেওঁ সাতজন শিষ্যক শল্যবিদ্যা শিকাইছিল। সেই শিষ্যসকলে পৃথিবীত পোনতে শল্য চিকিৎসাৰ প্ৰচলন কৰে। ধন্বন্তৰিৰ সেই লোকহিতকাৰী সাতজন শিষ্যৰ ভিতৰত একমাত্ৰ সুশ্ৰুতৰ তন্ত্ৰহে এতিয়াও প্ৰচলিত হৈ আছে।

আচাৰ্য সুশ্ৰুত মহৰ্ষি বিশ্বামিত্ৰৰ অন্যতম পুত্ৰেক আছিল। সুশ্ৰুতও পিতৃৰ দৰে ঋষিতুল্য লোক আছিল। ঋষি সুশ্ৰুত আৰু তেওঁৰ সন্ততিসকলৰ উল্লেখ বাগ্‌ভট (অষ্টাঙ্গ সংগ্ৰহ সূত্ৰ পৃ০ ১৫২), কাত্যায়ন (অষ্টাধ্যায়ী বাৰ্তিক ২।১।১৭০) আৰু পাণিনি (অষ্ট ৬।২।৩৬) প্ৰভৃতিয়ে কৰিছে। কবিৰাজ দিবোদাস ধন্বন্তৰি সুশ্ৰুতৰ গুৰু আছিল। ধন্বন্তৰিৰ পৰা লাভ কৰা শল্য চিকিৎসামূলক আয়ুৰ্বেদ জ্ঞানক সুশ্ৰুতে তন্ত্ৰৰ ৰূপত নিৰ্মাণ কৰে।

৩০। নৈৱালা ঃ পৃ০ ৬২১।
৩১। অষ্টাঙ্গহৃদয় উ০ পৃ০ ১০৯।
৩২। আয়ুৰ্বেদকা ইতিহাস, পৃ০ ২৪২।
৩৩। নৈৱালা ঃ পৃ০ ৬২২।
৩৪। নৈৱালা, পৃ০ ৬২২।
৩৫। নৈৱালাঃ পৃ০ ৬২৩।

সেই গ্ৰন্থৰ নাম সুশ্ৰুত সংহিতা, সি আজিও প্ৰচলিত অৱস্থাত আছে। কোনো কোনো বিদ্বানৰমতে 'সুশ্ৰুত সংহিতা'ৰ উত্তৰতন্ত্ৰ আন কোনোবা আচাৰ্যৰ ৰচনা। গৈৰালাৰ মতে তাৰ সত্যতা নাই।[৩৬] 'সুশ্ৰুত সংহিতা'ৰ ব্যাখ্যা কৰ্তা ডহলনৰ মতে নাগাৰ্জুনে সেই গ্ৰন্থৰ প্ৰতিসংস্কাৰ কৰিছিল।

সুশ্ৰুতৰ সমকালীন উপধেনৱ নামে আৰু এজন আচাৰ্য আছিল। তেওঁ আছিল ধন্বন্তৰিৰ অন্যতম শিষ্য আৰু সুশ্ৰুতৰ সহপাঠী। তেওঁ 'উপধেনৱ' নামে শল্যচিকিৎসা বিষয়ক এখন তন্ত্ৰগ্ৰন্থ ৰচনা কৰিছিল। 'সুশ্ৰুত সংহিতা'ত (সূত্ৰ ৪।৯) তাৰ উল্লেখ দেখা যায়। সুশ্ৰুত আৰু উপধেনুৱৰ সহপাঠী, আৰু ধন্বন্তৰিৰ শিষ্যসকলৰ মাজত উৰভ্ৰ পৌষ্কলাৱত, কৰৱীৰ্য, বৈতৰণ আদিয়েও শল্য চিকিৎসা বিষয়ক একাধিক অস্ত্ৰগ্ৰন্থ ৰচনা কৰিছিল। উৰভ্ৰ আৰু পৌষ্কলাৱতক প্ৰসিদ্ধ তন্ত্ৰকাৰ বুলি সুশ্ৰুত সংহিতাত উল্লেখ কৰা হৈছে। 'অষ্টাঙ্গ সংগ্ৰহ'ৰ ইন্দুটীকাত আচাৰ্য আচাৰ্য উৰভ্ৰৰ নামেৰে দহটা শ্লোক উদ্ধৃত হৈছে।[৩৭] তেনেকৈ পুষ্কলাৱতৰ বচনো অত ত'ত দেখা যায়। একেদৰে কৰৱীৰ্য সম্বন্ধেও টীকাকাৰ ডহলনে এখন শল্যতন্ত্ৰৰ উল্লেখ কৰিছে।[৩৮] শল্য চিকিৎসাৰ প্ৰাচীন আচাৰ্যসকলৰ মাজত ভোজৰ নামো উল্লেখনীয়। গৈৰালাই এই নামটো ব্যক্তিগত নাম নুবুলি জাতি বাচক নাম বুলি কৈছে। ভোজ আৰু তেওঁৰ শল্যতন্ত্ৰৰ ইতিহাসক সেই বিষয়ৰ প্ৰথম বিদ্বান্ বুলি কোৱা হৈছে। ভালুকি নামে আচাৰ্য ভোজৰ সমকালীন আছিল। তেওঁৰ বাক্য-বচন অনেক গ্ৰন্থত উদ্ধৃত আৰু সংগৃহীত হৈছে। দাৰুক নামে আন এজন আচাৰ্যই 'আয়ুৰ্বেদাৱতাৰ' নামে এখন গ্ৰন্থ লিখিছিল। চৰক সংহিতাৰ অন্তিম অংশৰ সংস্কৰ্তা আছিল দৃঢ়বল। তেওঁৰ পিতৃ কপিবলে একে বিষয়ৰ ওপৰত এখন গ্ৰন্থ ৰচনা কৰিছিল। কপিবল চৰকসংহিতাৰ প্ৰসিদ্ধ টীকাকাৰ ভট্টাৰক হৰিশ্চন্দ্ৰৰ পূৰ্ববৰ্তী আছিল।[৩৯]

**কৌমাৰভৃত্য চিকিৎসা ঃ —** আয়ুৰ্বেদৰ এই অঙ্গ সম্বন্ধে অধিক সামগ্ৰী পোৱা যায়। এই চিকিৎসা সম্বন্ধে ইমানকে জনা যায় যে আচাৰ্য জীৱকে প্ৰজাপতি কশ্যপৰপৰা এই তন্ত্ৰৰ জ্ঞান লাভ কৰি তাৰ বিকাশ সাধন কৰিছিল। চ্যবান বাল্মীকি চ্যবানৰ বংশীয় ঋচীক ঋষিৰ পুত্ৰ আছিল। এই সম্বন্ধে এইটো জনা উচিত যে ভাৰ্গৱ জীৱক, মহাৰাজ বিম্বিসাৰৰ পুত্ৰ প্ৰসিদ্ধ বৌদ্ধ বৈদ্য জীৱকৰপৰা পৃথক আছিল।[৪০] জীৱক সম্বন্ধে 'কাশ্যপ সংহিতা'ত এটা মনোৰম বিবৃতি পোৱা যায়। তাত কোৱা হৈছে ঃ মহৰ্ষি কশ্যপে পিতামহ ব্ৰহ্মাৰ আদেশত জ্ঞান চকুৰে তপোবলত 'কুমাৰতন্ত্ৰ' ৰচনা কৰিলে। তেওঁ তাক সংক্ষেপতে ৰচনা কৰিলে। কিন্তু বালকৰ উপদেশ বুলি মুনিসকলে এই তন্ত্ৰক সমাদৰ নকৰিলে। পাঁচ বছৰীয়া জীৱকে ঋষিসকলৰ প্ৰবৃত্তি বুজি পালে। তেওঁ সকলো ঋষিৰ সমুখতে কনখলৰ

---

৩৬। গৈৰালা ঃ পৃ০ ৬২৩।

৩৭। অষ্টাংগ সংগ্ৰহটীকা, উ০ পৃ০ ২৬৯।

৩৮। সুশ্ৰুত সংহিতাৰ টীকা সূ০ ৪।৯। অধিক তথ্যৰ বাবে গৈৰালাৰ ইতিহাসৰ ৬২পৃ০ দ্ৰষ্টব্য।

৩৯। গৈৰালা০ সংস্কৃ০ ই০ পৃ০ ৬২৫।

৪০। কবিৰাজ ঃ আয়ুৰ্বেদকা ইতিহাস ১, পৃ০ ২৯৫।।

(হৰিদ্বাৰৰ ওচৰৰ) গংগাহ্ৰদত নিজকে নিমগ্ন কৰিলে। ক্ষন্তেকৰ ভিতৰতে দাড়ি গোফ আৰু ভৰপূৰ চুলিৰে সকলোৰে আগত ওলাল। তেওঁক তেনে অৱস্থাত দেখি ঋষিসকল আচৰিত হ'ল। তেতিয়াৰপৰা তেওঁৰ নাম হ'ল বৃদ্ধজীৱক।"[৪১]

আধুনাপ্ৰাপ্ত **'কাশ্যপ সংহিতা'** অথবা **'বৃদ্ধজীৱকতন্ত্ৰ'** প্ৰজাপতি কাশ্যপৰ উপদেশস্বৰূপে জীৱকে লাভ কৰিছিল। বাৎস্য নামে এজন আচাৰ্যই ইয়াৰ প্ৰতিসংস্কাৰ কৰিছিল।

কৌমাৰভৃত্য চিকিৎসাৰ তন্ত্ৰগ্ৰন্থকাৰৰ পৰম্পৰাত জীৱকৰ পাছত পাৰ্বতক, বন্ধক আৰু ৰাৱণৰ নাম উল্লেখযোগ্য। পাৰ্বতক আৰু বন্ধকৰ বিষয়ে ইতিহাস নিমাত। 'কুমাৰতন্ত্ৰ'ৰ ৰচক ৰাৱণক গিৰীন্দ্ৰনাথে লংকেশ্বৰ বুলি কৈছে।"[৪২] ৰাৱণক বেদৰ ভাষ্যকাৰ বুলিও কোৱা হয়। তেওঁৰ ভাষ্যক 'ৰাৱণ ভাষ্য' বুলি জনা যায়। এই ভাষ্যকাৰ ৰাৱণকে বৈদ্যৰাৱণ বুলি নিশ্চিতকৈ ক'ব নোৱাৰি। কবিৰাজ মহাশয়ে বৈদ্যৰাৱণক লংকাপতি ৰাৱণৰ পিছৰ লোক বুলি কৈছে।[৪৩] **'বালতন্ত্ৰ'**, **'বালচিকিৎসা'**, **'নাড়ী পৰীক্ষা'**, **'অৰ্কপ্ৰকাশ'** আৰু **'উড্ডীশতন্ত্ৰ'**— এই গ্ৰন্থসমূহকো বৈদ্য ৰাৱণৰ ৰচনা বুলি কোৱা হৈছে।"[৪৪]

**অগদতন্ত্ৰ ঃ—** বিভিন্ন প্ৰকাৰৰ বিষ উপশমনৰ উপায় থকা তন্ত্ৰক **'অগদতন্ত্ৰ'** বুলি কোৱা হয়। কাশ্যপ, উশনা আৰু বৃহস্পতিক 'অগদতন্ত্ৰ'ৰ আদি আচাৰ্য বুলি কোৱা হৈছে। আশ্বালায়ন এই পৰম্পৰাৰ চতুৰ্থ আচাৰ্য। যজুৰ্বেদৰ চৰক-চৰকাৰ শাখাকাৰ আলম্বিক আশ্বলায়নৰ পিতৃ আছিল। তেওঁ মহাভাৰতৰ যুদ্ধৰ পূৰ্বৰ লোক আছিল।"[৪৫] ডল্লহনৰ 'নিবন্ধ সংগ্ৰহ'ত 'আলম্বায়নতন্ত্ৰ' কেতবোৰ উদ্ধৃতি আছে। তেওঁৰ চাৰিটা বচন গিৰীন্দ্ৰ নাথেও উদ্ধৃত কৰিছে।[৪৬] অগদতন্ত্ৰৰ আচাৰ্য হ্যৰবাহৰ জন্ম হৈছিল গান্ধাৰৰ ৰাজবংশত।"[৪৭] তেওঁৰ আন নাম নাগ্নজিৎ। তেওঁ আছিল নিমিৰ সমকালীন। তেওঁ আত্ৰেয় পুনৰ্বসু আৰু প্ৰজাপতি কাশ্যপৰপৰা অগদতন্ত্ৰৰ জ্ঞান লাভ কৰিছিল। তেওঁৰ তন্ত্ৰৰ উদ্ধৃতি ভালেমান গ্ৰন্থত পোৱা যায়। মহাভাৰতৰ আদি পৰ্বৰ মতে জৰৎকাৰু আৰু বাসুকীৰ ভগ্নী জৰৎকাৰীৰ পুত্ৰ আছিল মহাত্মা আস্তিক। তেৰোঁ অগদবিদ্যাৰ ওপৰত এখন তন্ত্ৰগ্ৰন্থ ৰচনা কৰিছিল। এই পৰম্পৰাত অজ্ঞাত নামা লেখকৰ কৃতিৰূপে **'তাৰ্ক্ষতন্ত্ৰ'**, **'বিষতন্ত্ৰ'**, **'অগদৰাজতন্ত্ৰ'** আদি গ্ৰন্থৰ নাম পোৱা যায়।

**ৰসায়নতন্ত্ৰ ঃ—** দীৰ্ঘজীৱন লাভ কৰাৰ উপায় নিৰ্দেশ কৰা আয়ুৰ্বেদৰ অঙ্গ শাস্ত্ৰক ৰসায়নতন্ত্ৰ বোলা হয়। ভাৰতীয় ইতিহাসত যোগবল বা ৰসায়নবিদ্যাৰ বলত দীৰ্ঘজীৱন লাভ কৰা ঋষি -মুনিৰ উল্লেখ বহুতো দেখা যায়। ৰসতন্ত্ৰৰ প্ৰথম কৰ্তাসকলৰ মাজত

৪১। কাশ্যপসংহিতা, পৃ০ ১৯১।।
৪২। History of Indian Medicine. vot II, p.425.।।
৪৩। আয়ুৰ্বেদকা ইতিহাস, ১, পৃ০২৬৭।।
৪৪। বৈদ্যানাং সংস্কা০ ই০ পৃ০ ৬২৬।।
৪৫। মহাভা০ ১৩।৪৯।৫।।
৪৬। হিষ্ট্ৰি অব ইণ্ডিয়ান মেডিচিন, দ্বিতী০ পৃ০ ৭৮০।
৪৭। ভেলসংহিতা, পৃ০৩৩।

শিৱ, ভৃগু, অগস্ত্য আৰু বশিষ্ঠ আদি পুৰাতন আচাৰ্য্যৰ নাম পোৱা যায়। তেওঁলোকৰ পাছত এই পৰম্পৰাত আচাৰ্য মাণ্ডব্যৰ নাম উল্লেখযোগ্য। মাণ্ডব্যৰ ব্যক্তিত্বৰ বিৱৰণ বিভিন্ন গ্ৰন্থত পোৱা যায়। এই উল্লেখবোৰে একেজন ব্যক্তিক বুজায়নে একাধিক লোককৈ আঙুলিয়াই তাক ক'ব নোৱাৰি। বশিষ্ঠ তেওঁৰ গুৰু আছিল। নাগাৰ্জুনৰ 'ৰসৰত্নাকৰ'ত মাণ্ডব্যক ৰসতন্ত্ৰকাৰ বুলি উল্লেখ কৰিছে। কিন্তু তেওঁৰ কোনো তন্ত্ৰবিষয়ক গ্ৰন্থ বা তাৰ উদ্ধৃতি কতো দেখিবলৈ পোৱা নাযায়।

পানিনিৰ মোমায়েক ব্যাডিক মুখ্যত ঃ বৈয়াকৰণিক বুলি জনা যায়। আয়ুৰ্বেদৰ পৰম্পৰাত তেওঁক অন্যতম ৰসতন্ত্ৰকাৰ বুলি চিহ্নিত কৰা হৈছে। বাগভটৰ 'ৰসৰত্ন সমুচ্চয়'ৰ আদিতে যি ২৭ জন শীৰ্ষস্থানীয় ৰসাচাৰ্যৰ নামোল্লেখ কৰা হৈছে তাৰ মাজত ব্যাড়িৰ নামো আছে। কিন্তু ৰসাচাৰ্য হিচাপে তেওঁৰ বিষয়ে সবিশেষ একো জনা নাযায়।

একেদৰে পতঞ্জলিক মহাভাষ্য নামে গ্ৰন্থৰ ৰচক বুলি জনা যায়। তদুপৰি একে নামৰ আচাৰ্যই যোগশাস্ত্ৰও প্ৰণয়ন কৰিছিল। চক্ৰপাণি আৰু ভোজদেৱে পতঞ্জলিৰ আন এটা নাম চৰক আছিল বুলি কৈছে। তেওঁ হেনো চৰক সংহিতাৰ প্ৰতি সংস্কাৰ কৰিছিল। বাগ্‌ভটে 'ৰসৰত্ন সমুচ্চয়'ৰ আদিতে পতঞ্জলিকো অন্যতম ৰসাচাৰ্য বুলি উল্লেখ কৰিছে।

ৰসায়ণতন্ত্ৰ ৰচনা কৰা আচাৰ্য পৰম্পৰাত সুপ্ৰসিদ্ধ বৌদ্ধ আচাৰ্য নাগাৰ্জুনৰ নাম পোনতে উল্লেখ কৰা দেখা যায়। কবিৰাজে তেওঁৰ 'আয়ুৰ্বেদৰ ইতিহাস' নামে গ্ৰন্থত (পৃ০ ২৭৯-২৮৫) নাগাৰ্জুনৰ বিষয়ে বিস্তৃতভাৱে চৰ্চা কৰিছে। নাগাৰ্জুন ৰচিত আয়ুৰ্বেদীয় গ্ৰন্থবোৰ ঃ 'যোগসাৰ', 'ৰসেন্দ্ৰ মঙ্গল', 'ৰতিশাস্ত্ৰ', 'ৰসকচ্ছপুট', আৰু 'সিদ্ধ নাগাৰ্জুন'। ইয়াৰ বেছিভাগ পুথি এতিয়াও ছপা হোৱা নাই।

**আয়ুৰ্বেদ শাস্ত্ৰৰ ধাৰাবাহিকতা ঃ—** আত্ৰেয় পুনৰ্বসুক আয়ুৰ্বেদ শাস্ত্ৰৰ প্ৰৱৰ্তক বুলি কোৱা হয়। তেওঁৰ পাছতে কৃষ্ণাত্ৰেয় আৰু ভিক্ষু আত্ৰেয়ৰ নাম লোৱা হয়। তেওঁলোকৰ কাল গৌতমবুদ্ধৰ পূৰ্ববৰ্তী খৃ০পূ০ ৬০০ শতিকা বুলি নিৰ্দিষ্ট হৈছে।[৪৮] আচাৰ্য অগ্নিবেশ পুনৰ্বসুৰ অন্যতম শিষ্য আছিল। অগ্নিবেশৰপৰা চৰকে আয়ুৰ্বেদৰ জ্ঞান লাভ কৰে আৰু সেই জ্ঞানৰ আধাৰতে চৰকে 'চৰক সংহিতা' ৰচনা কৰে। আয়ুৰ্বেদৰ পৰম্পৰাত এই 'চৰক সংহিতা'কে সৰ্বাতোকৈ প্ৰাচীন গ্ৰন্থৰূপে স্বীকাৰ কৰা হয়। এইখন ফাৰ্চি ভাষাতো অনূদিত হৈছে। আচাৰ্য চৰকে গান্ধাৰত জনম লৈছিল। তেওঁক সম্ৰাট কনিষ্কৰ সমকালীন বোলা হৈছে।[৪৯]

দৃঢ়বল নামে এজন প্ৰাচীন আচাৰ্য আছিল। তেওঁৰ পূৰ্ণনাম আছিল দৃঢ়বল বাগ্‌ভট। তেওঁ চৰকৰ সংহিতাৰ সৈতে সুশ্ৰুতৰ বৈদ্যক গ্ৰন্থৰ কিছু সংমিশ্ৰণ কৰি তাৰ সংস্কাৰ কৰিছিল। দৃঢ়বলৰ কাল খৃ০ ৫-৬ শতিকা।

আয়ুৰ্বেদৰ আন এখন প্ৰসিদ্ধ গ্ৰন্থ হৈছে 'সুশ্ৰুতসংহিতা'। ইয়াৰ ৰচনা কাল সঠিককৈ জনা নাযায় যদিও, খৃষ্টীয় অষ্টম-নৱম শতিকাত তেওঁৰ খ্যাতি দেশ-বিদেশ বিয়পি পৰিছিল। সুশ্ৰুত আছিল ধন্বন্তৰিৰ শিষ্য আৰু চৰকৰ পিছৰ আচাৰ্য। সুশ্ৰুত সংহিতাৰ প্ৰথম আৰু দ্বিতীয় সংস্কৰণ ক্ৰমশঃ নাগাৰ্জুন আৰু বাগভটে সম্পাদন কৰিছিল। আয়ুৰ্বেদৰ পৰম্পৰাত

৪৮। বৈবালা০ সংসা০ ই০ পৃ০ ৬২৮।।

৪৯। জয়চন্দ্ৰ বিদ্যালংকাৰ ঃ ভাৰতীয় ইতিহাসৰ ৰূপৰেখা, ২য় ভাগ, পৃ০১২৪।।

'কাশ্যপ সংহিতা', 'নাবনীতক' আৰু বৃদ্ধজীৱকৰ 'বৃদ্ধজীৱকীয়' উল্লেখযোগ্য।

তাৰ পৰৱৰ্তী কালত সিংহগুপ্তৰ পুত্ৰ আচাৰ্য বাগ্‌ভটে (৬ষ্ঠ শতিকা) 'অষ্টাংগ হৃদয়' আৰু 'অষ্টাংগ সংগ্ৰহ' নামে দুখন গ্ৰন্থ ৰচনা কৰিছিল।[৫০] 'যোগাসাৰ' আৰু 'যোগশাস্ত্ৰ' এই দুই গ্ৰন্থৰ ৰচকৰূপে নাগাৰ্জুনক স্বীকৃতি দিয়া হয়। আগতে পণ্ডিত সকলৰ এচামে নৈয়ায়িক নাগাৰ্জুন আৰু ৰাসায়নিক নাগাৰ্জুনক একেজনে ব্যক্তি বুলি ধৰিছিল যদিও সম্প্ৰতি এওঁলোকক দুজন পৃথক ব্যক্তি বুলি স্বীকাৰ কৰা হৈছে। এই পৰম্পৰাত ইন্দুকৰৰ পুত্ৰ আচাৰ্য মাধৱকৰে (৮ম শতিকা) 'ৰুগ্বিনিশ্চয়' (মাধৱ নিদান); আন এজন অজ্ঞাত লেখক বৃন্দ 'বৃন্দমাধৱ', বঙ্গীয় বিদ্বান চক্ৰ পাণিদত্ত (১১শ শতিকা) আৰু বঙ্গ[illegible] (১১শ শতিকা) এই দুয়োজনে একে নামেৰে দুখন 'চিকিৎসাৰ' গ্ৰন্থ ৰচনা কৰে। চক্ৰ পাণিদত্তই 'সুশ্ৰুত' আৰু 'চৰক'ৰ ওপৰতো টীকা ৰচনা কৰিছিল। শঙ্গৰ্ধৰ নামে এজন বিদ্বানে 'শঙ্গৰ্ধৰ সংহিতা' নামে আয়ুৰ্বেদ শাস্ত্ৰ ৰচনা কৰিছিল। তেওঁৰ স্থিতিকাল দ্বাদশ শতিকা বুলি জনা যায়। মিলহনে (১৩শ শতিকাত) 'চিকিৎসামৃত'; বৈয়াকৰণ বোপদেৱে 'শাৰ্ঙ্গধৰ সংহিতা'ৰ টীকা আৰু 'শতশ্লোকী', তিসটে (১৪শ শতিকা) 'চিকিৎসা কলিকা', ভাৱমিশ্ৰই (১৬শ শতিকা) 'ভাৱপ্ৰকাশ' আৰু লোলম্বৰাজে (১৭শ শতিকা)।

আয়ুৰ্বেদ শাস্ত্ৰত ৰাসায়নিক বিষয়ৰ ওপৰত লিখা গ্ৰন্থৰ পৃথক পৃথক স্থান আছে। এই বিষয়ত প্ৰথম গ্ৰন্থ হৈছে নাগাৰ্জুনৰ 'ৰসৰত্নাকৰ'। ইয়াৰ পাছৰ গ্ৰন্থবোৰৰ ভিতৰত বাগ্‌ভটৰ 'ৰসৰত্ন সমুচ্চয়' আৰু নিত্য নাথৰ 'ৰসৰত্নাকৰ' উল্লেখযোগ্য।[৫১]

এনেদৰে অশ্বচিকিৎসাৰ দিশত গ'শ নামে পণ্ডিতৰ 'অশ্বলক্ষণ', 'হয়লীলাৱতী', 'অশ্বায়ুৰ্বেদ (সিদ্ধ যোগ সংগ্ৰহ), জয়দত্ত আৰু দীপঙ্কৰৰ যুটীয়া ৰচনা 'অশ্ববৈদ্যক', বৰ্ধমান ৰচিত 'যোগমঞ্জৰী', নকুল ৰচিত অশ্ব চিকিৎসাৰ ওপৰত 'শালীহোত্ৰ', ধাৰাৰ অধিপতি ভোজৰ 'শালীহোত্ৰ', আৰু সুখানন্দ বা চিন্মুখাচাৰ্যৰ 'অশ্বশাস্ত্ৰ' উল্লেখযোগ্য গ্ৰন্থ। পালকাপ্য ৰচিত 'গজচিকিৎসা', 'গজায়ুৰ্বেদ', 'গজপৰীক্ষা', 'গজদৰ্পণ' আৰু বৃহস্পতিৰ 'গজলক্ষণ' আৰু 'গৌ-বৈদ্যশাস্ত্ৰ' এই পৰাম্পৰাৰ প্ৰসিদ্ধ গজশাস্ত্ৰ।[৫২]

আয়ুৰ্বেদীয় পৰাম্পৰাত কনদিয়েক কোশ-গ্ৰন্থত পোৱা যায়। এই শ্ৰেণীৰ গ্ৰন্থৰ ভিতৰত 'ধন্বন্তৰীয় নিঘণ্টু' (সময় জনা নাযায়), সুৰেশ্বৰ 'শব্দ প্ৰদীপ' (১১ শ শতিকা), নৰহৰিৰ 'ৰাজনিঘণ্টু' (১৩শ শতিকা), মদন পালৰ 'মদন বিনোদ নিঘণ্টু' (১৪শ শতিকা) আৰু এজন অজ্ঞাত লেখকৰ 'পথ্যাপথ্য নিঘণ্টু'ৰ নাম উল্লেখযোগ্য।[৫৩]

ভাৰতীয় আয়ুৰ্বেদীয় পৰম্পৰাত 'মৃগপক্ষিশাস্ত্ৰ' নামে এখন মহত্বপূৰ্ণ গ্ৰন্থ পোৱা যায়। ইয়াৰ ৰচক পণ্ডিত হংসদেৱ বুলি কোৱা হৈছে। এই বিচিত্ৰ গ্ৰন্থখনত সিংহৰ বিভিন্ন প্ৰকাৰ, বাঘ, ভালুক, হাতী আৰু বন্য প্ৰাণী আৰু গৰুড়, হাঁহ, বাজ আদি গগন বিহাৰী চৰাই-চিৰিকটি সম্বন্ধে অনেক বিচিত্ৰ কথা বৰ্ণনা কৰা হৈছে। এই গ্ৰন্থখন তামিলনাডুৰ পুৰাতত্ত্ব বিশেষজ্ঞ পণ্ডিত বি০ বিজয়ৰাঘৱাচাৰ্যই আৱিষ্কাৰ কৰিছে।[৫৪]

---

৫০। মহামহোপাধ্যায় জুলাই তেওঁ মধ্যকালীন ভাৰতীয় সংস্কৃতিৰ ১১৯ পৃষ্ঠাত 'অষ্টাংগ বৈদ্য জীৱন' ৰচনা কৰি আয়ুৰ্বেদ শাস্ত্ৰ পৰম্পৰাৰ বিস্তাৰ কৰে।

৫১। কীথ, সংস্কৃত সাহিত্যৰ ইতিহাস, পৃ ৬৩০, ৫২। উক্ত গ্ৰন্থ, পৃ ৬৩০।

৫৩। উক্তগ্ৰন্থ, পৃ ৬৩০ দ্ৰষ্টব্য। ৫৪। মধ্যকালীন ভা' সং' ১২২-১২৩।

# সপ্তম অধ্যায়

## ধৰ্মশাস্ত্ৰ বা স্মৃতি

**ধৰ্মশাস্ত্ৰৰ উদ্ভৱ ঃ সাধাৰণ পৰিচয় ঃ**

আমাৰ ভাৰতীয় পৰম্পৰাই চাৰিখন বেদ আৰু চৌধ্যখন শাস্ত্ৰৰ অস্তিত্বৰ কথা কয়। বিষ্ণু পুৰাণত (৩।৬।২৮-২৯) এই অষ্টাদশ শাস্ত্ৰ (বিদ্যাৰ) উল্লেখ এনেদৰে কৰিছে

অঙ্গানি বেদচত্বাৰো মীমাংসা ন্যায়বিস্তৰঃ।
পুৰাণং ধৰ্মশাস্ত্ৰংচ বিদ্যাহ্যেতা চতুৰ্দশঃ।।
আয়ুৰ্বেদো ধনুৰ্বেদো গন্ধৰ্বশ্চৈব তেত্ৰয়ঃ।
অৰ্থশাস্ত্ৰং চতুৰ্থংতু বিদ্যাহ্যষ্টদশৈৱতাঃ।।

এইদৰে বিষ্ণু পুৰাণে চাৰিখন বেদ ( বৈদিক কাণ্ড চাওক), ছয় বেদাঙ্গ (শিক্ষা, কল্প, নিৰুক্ত, ব্যাকৰণ, ছন্দ আৰু জ্যোতিষ), চাৰি উপবেদ (ন্যায়, মীমাংসা, পুৰাণ আৰু ধৰ্মশাস্ত্ৰ) আৰু চাৰিখন উপবেদৰ (আয়ুৰ্বেদ, ধনুৰ্বেদ, গন্ধৰ্ববেদ আৰু অৰ্থশাস্ত্ৰ) অস্তিত্বৰ হিচাপ দিছে। প্ৰায়বোৰ শাস্ত্ৰৰ কথা আমাৰ এই গ্ৰন্থৰ বিভিন্ন কাণ্ডত (অধ্যায় অনুসৰি) বৰ্ণনা কৰা হৈছে। ইয়াত মাত্ৰ ধৰ্মশাস্ত্ৰৰ বিষয়ে কোৱা হ'ব।

ওপৰত উল্লেখিত শাস্ত্ৰবোৰক দুভাগত ভাগ কৰা দেখা যায়। এই ভাগ বা ধাৰা দুটা হ'ল 'শ্ৰুতি' আৰু 'স্মৃতি'। মনুয়ে কৈছে 'শ্ৰুতিস্তু বেদো বিজ্ঞেয়ো ধৰ্মশাস্ত্ৰংতুবৈ স্মৃতিঃ (স্মৃতি০২।১০)। গতিকে বেদৰ মন্ত্ৰসংহিতা, ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদক শ্ৰুতি বোলা হয়। ইয়াৰ বাহিৰে আনবোৰ শাস্ত্ৰক স্মৃতি বা ধৰ্মশাস্ত্ৰ বোলা হয়। গতিকে ষড়বেদাঙ্গ, ধৰ্মশাস্ত্ৰ, ইতিহাস, পুৰাণ, অৰ্থশাস্ত্ৰ আৰু নীতি শাস্ত্ৰ বোৰক স্মৃতি বা ধৰ্মশাস্ত্ৰৰ ভিতৰুৱা বুলি কোৱা হয়। আনকি দুই ইতিহাস বা মহাকাব্য ৰামায়ণ, মহাভাৰত আৰু শ্ৰীমদ্‌ভগবদ্‌গীতাও স্মৃতি। এই অধ্যায়ত অৱশ্যে আমি ধৰ্মশাস্ত্ৰ বা স্মৃতি শব্দটো সীমিত অৰ্থতহে ব্যৱহাৰ কৰিম। কাৰণ, ইমানবোৰ শাস্ত্ৰক ধৰ্মশাস্ত্ৰৰ গতিৰ মাজত আনিলেও এক শ্ৰেণী শাস্ত্ৰক 'স্মৃতি' বা 'ধৰ্মশাস্ত্ৰ' বুলি ছাব মৰা আছে। সেইবোৰকো উপাঙ্গ বোলা হয়। গতিকে এই শ্ৰেণীৰ শাস্ত্ৰত ৰজা-প্ৰজাৰ অধিকাৰ, বৰ্ণ আৰু আশ্ৰম ব্যৱস্থা, সামাজিক আচাৰ-ব্যৱহাৰ, নীতি, সদাচাৰ আৰু শাসন সম্বন্ধীয় নিয়ম-কানুন আদি অনেক কথা আলোচনা কৰা দেখা যায়। আধুনিক অৰ্থত ইয়াক সমাজ বিজ্ঞান (Sociology) শাস্ত্ৰ বুলিব পাৰি।

উপাঙ্গ বুলি চিহ্নিত পুৰাণ আৰু উপপুৰাণৰ সংখ্যা ওঠৰখন কৈ বুলি কোৱা হৈছে তেনেদৰে স্মৃতিৰ সংখ্যা ওঠৰখন বুলি কোৱা হয়। ওঠৰখন স্মৃতিৰ ওঠৰজন কৰ্তাৰ

নামো এনেদৰে গৰ্ণনা কৰা হৈছে ঃ (১) মনু, (২) যাজ্ঞবল্ক্য, (৩) অত্ৰি, (৪) বিষ্ণু, (৫) হাৰীত, (৬) উশনা, (৭) অঙ্গিৰা, (৮) যম, (৯) কাত্যায়ন, (১০) বৃহস্পতি, (১১) পৰাশৰ, (১২) ব্যাস, (১৩) দক্ষ, (১৪) গৌতম, (১৫) বশিষ্ঠ, (১৬) নাৰদ, (১৭) ভৃগু আৰু (১৯) অঙ্গিৰা।[১]

পণ্ডিতসকলৰ মতে এইবোৰ গ্ৰন্থকাৰৰ স্মৃতিবোৰে মূলৰূপ ৰক্ষা কৰিব পৰা নাই। সকলোৱে স্বীকাৰ কৰে 'মানব ধৰ্মশাস্ত্ৰ' বা মনুস্মৃতি' সবাতোকৈ পুৰণি। মনুক বিবস্বান বা সূৰ্যৰ তনয় আৰু মানবকুলৰ পূৰ্বপুৰুষ বুলি বেদ-ব্ৰাহ্মণ, ৰামায়ণ, মহাভাৰত, পুৰাণ শাস্ত্ৰত কোৱা হৈছে। তথাপি অনুমান কৰা হয় যে মনুস্মৃতিৰ মাজত প্ৰাচীন মানব ধৰ্মশাস্ত্ৰৰ কেতবোৰ কথা এতিয়াও পোৱা যায়। আন কথাত মনুস্মৃতিৰ ৰচনা প্ৰাচীন মানব ধৰ্ম শাস্ত্ৰৰ সূত্ৰবোৰৰ ওপৰত ভেটি কৰি কৰা হৈছে। সমস্ত ধৰ্ম শাস্ত্ৰৰ ভিতৰত মনুস্মৃতিৰ মান্যতা সবাতোকৈ ওপৰত। এক কথাত আনবোৰ স্মৃতি মনুস্মৃতত পোৱা বিষয়ৰ কিছু সাল-সলনি কৰিহে ৰচনা কৰা হৈছে।

স্মৃতিকৰ্তা সকলৰ নামৰ তালিকা পৰীক্ষা কৰিলে এইটো ওলাইপৰে যে প্ৰায়বোৰ গ্ৰন্থকাৰ বেদমন্ত্ৰৰ দ্ৰষ্টা-ঋষি। তেওঁলোকৰ কাল বেদমন্ত্ৰৰ সমান পুৰণি হ'ব লাগে। সেইসকলে ৰচনা কৰা স্মৃতিবোৰ মনুস্মৃতিতকৈ অৰ্বাচীন। তাৰপৰা বুজা যায় যে সেই প্ৰাচীন ঋষি সকলৰ কোনোবা বংশধৰে অৰ্বাচীন কালত স্মৃতিশাস্ত্ৰ ৰচনা কৰি তেওঁলোকৰ ঋষি বুলি খ্যাতি লাভ কৰা পূৰ্বপুৰুষৰ নামত প্ৰচাৰ কৰিছিল। সেইবাবে ভৃগু, অঙ্গিৰা, বশিষ্ঠ প্ৰভৃতি ঋষিৰ নামত প্ৰচলিত স্মৃতিবোৰ মনুস্মৃতিৰ পৰৱৰ্তী কালত ৰচিত হৈও প্ৰাচীন নামেৰে নামাঙ্কিত হৈছে।

**ধৰ্মশাস্ত্ৰৰ পুৰণি পৰম্পৰা ঃ—** আগতে কোৱা হৈছে যে মনুস্মৃতিখন আটাইতকৈ পুৰণি ধৰ্মশাস্ত্ৰ। ইয়াত যিবিলাক বিষয়ৰ চৰ্চা কৰা হৈছে, সেইবোৰ বিষয়ৰ চৰ্চা মহাভাৰততো (শান্তি পৰ্বত) কৰা হৈছে। গতিকে মহাভাৰতীয় স্মাৰ্তধৰ্মৰ লগত মনুস্মৃতিৰ বিষয়বোৰৰ মিল আছে। মহাভাৰতৰ শান্তিপৰ্বত (অধ্যায় ৫৯) পিতামহ ব্ৰহ্মাই এনে এখন 'নীতি-শাস্ত্ৰ' ৰচিত হৈছিল বুলি কৈছে যত প্ৰায় একলাখ অধ্যায় (?) আছিল।

তত্যোধ্যায় সহস্ৰাণাং শতং চক্ৰে স্ববুদ্ধিজম্।
যত্ৰ ধৰ্মস্তথৈবাৰ্থঃ কামশ্চৈবানুবৰ্ণিতঃ ॥ ১২।৫৯।২৯

উক্ত গ্ৰন্থত পিতামহ ব্ৰহ্মাই ধৰ্ম, অৰ্থ কাম আৰু মোক্ষ এই চতুৰ্বৰ্গৰ ব্যাপক চৰ্চা কৰিছিল আৰু সাৰাংশ মহাভাৰতৰ উক্ত অধ্যায়ত তুলি ধৰিছে। যুগৰ পৰিবৰ্তনত আয়ুস কম হোৱালে চাই ভগবান্ শঙ্কৰে সেই নীতিশাস্ত্ৰখন দহ হাজাৰ অধ্যায়ত সংক্ষেপতে ৰচনা কৰিলে। তাৰ পাছত মহাব্ৰতী ইন্দ্ৰই সেই দহ হাজাৰ অধ্যায়ৰ 'বৈশালাক্ষ' নীতি

১। বৈ০সা০ সং০ ই০ পৃ০ ৬৩১।
২। মহাভাৰত, শান্তি ৫৯।৬৮-৯১।।
৩। মহাভা০ ১২।৫৯।৯২-৯৩।
৪। বৈ০সা০ সং০ ই০ পৃষ্ঠা ৬৩২।।

শাস্ত্ৰখন পাঁচ হাজাৰ অধ্যায়ত সংক্ষিপ্তকৈ ৰচনা কৰিলে আৰু নাম হল 'বহু দন্তক শাস্ত্ৰ'। তাৰ পাছত দেৱগুৰু বৃহস্পতিয়ে তাকো কমাই তিনিহাজাৰ অধ্যায়ত সীমিত কৰিলে আৰু তাৰ নাম 'বাৰ্হস্পত্য শাস্ত্ৰ'। পৰবৰ্তী কালত অদ্ভুত প্ৰতিভাশালী বিদ্বান উশনা বা শুক্ৰাচাৰ্যই এই শাস্ত্ৰখন মাত্ৰ এহেজাৰ অধ্যায়ত সংক্ষেপে ৰচনা কৰিলে।[২] তাৰ পাছত বিভিন্ন ঋষি-মুনি সকলে মানুহৰ বয়সৰ ক্ৰমাগত হ্ৰাসলৈ লক্ষ্য কৰি যুগোপযোগীকৈ আৰু সংক্ষেপ কৰিলে।[৩] এনেদৰে ব্ৰহ্মাদেৱে সৃষ্টি কৰা একলাখ অধ্যায়ৰ দণ্ড নীতিমূলক গ্ৰন্থখন শংকৰে দহহাজাৰ অধ্যায়ৰ 'বৈশালাক্ষ' বাৰ্হস্পত্য শাস্ত্ৰৰূপে তিনি হাজাৰ অধ্যায়ত আৰু উশনা কাব্যই মাত্ৰ এক হাজাৰ অধ্যায়ত সংক্ষিপ্তকৈ ৰচনা কৰাৰ পাছতো ঋষি-মুনিসকলক মানুহৰ ক্ৰম হ্ৰাসমান আয়ুসলৈ লক্ষ্য কৰি সেই গ্ৰন্থখন আৰু সংক্ষিপ্ত কৰিলে। শুক্ৰচাৰ্যই চমুকৈ লিখা ঔশনশ নীতিৰ সাৰাংশকে এতিয়া পোৱা 'শুক্ৰনীতি' বুলি কোৱা হয়।[৪] আনহাতে মনু, বশিষ্ঠ আৰু বিষ্ণু প্ৰভৃতি ঋষি মুনিসকলৰ ধৰ্মশাস্ত্ৰবোৰো ব্ৰহ্মাই স্ৰজন কৰা নীতি শাস্ত্ৰৰ ওপৰত ভেটি কৰিয়েই ৰচনা কৰিছিল বুলি কোৱা হয়। মহাভাৰতত পোৱা ব্ৰহ্মাৰ দণ্ডনীতিৰ বৰ্ণনা অনুসৰি তাত ধৰ্মশাস্ত্ৰৰ অন্তৰ্গত অৰ্থশাস্ত্ৰ, ৰাজনীতি, সমাজশাস্ত্ৰ, শিল্পশাস্ত্ৰ আদি বিষয়বো অন্তৰ্ভাৱ হৈছিল।

ভাৰত ভ্ৰমণকাৰী আলবেৰুণীয়ে কৈ গৈছে যে স্মৃতিবোৰ বেদৰপৰাই সৃষ্টি হৈছে। স্মৃতিবোৰ ব্ৰহ্মাৰ কুৰিজন পুতেকে ৰচনা কৰিছিল। তেওঁলোক হ'লঃ (১) আপস্তম্ব, (২)পৰাশৰ, (৩) শতপথ (শাতাতপ), (৪) সামাবৰ্ত (সম্বৰ্ত) (৫) দক্ষ, (৬) বশিষ্ঠ, (৭) অঙ্গিৰস, (৮) যম, (৯) বিষ্ণু, (১০) মনু, (১১) যাজ্ঞবল্ক্য, (১২) অত্ৰি, (১৩) হাৰিত, (১৪) লিখিত, (১৫) শংখ, (১৬) গৌতম, (১৭) বৃহস্পতি, (১৮) কাত্যায়ন, (১৯) ব্যাস আৰু (২০) উশনস্।[৫] আলবেৰুনীয়ে দেৱল, শুক্ৰ, ভাৰ্গৱ, বৃহস্পতি, যাজ্ঞবল্ক্য আৰু মনুক ব্যাসৰ ছজন স্মৃতিকাৰ শিষ্য বুলিছে।[৬]

ধৰ্মশাস্ত্ৰৰ উদ্ভৱ সম্বন্ধে মহাভাৰতৰ শান্তিপৰ্বত যি বিৱৰণ পোৱা গৈছে, তাক উপেক্ষা নকৰিও ক'ব পাৰি যে ধৰ্মশাস্ত্ৰৰ মূল উপাদান বৈদিক ব্ৰাহ্মণ আৰু কল্পশাস্ত্ৰপৰা পোৱা গৈছিল। কল্পসূত্ৰৰ চাৰিটা ভাগঃ শ্ৰৌত, গৃহ্য, ধৰ্ম আৰু শুল্ব সূত্ৰ। ইয়াৰে গৃহ্যসূত্ৰ আৰু ধৰ্মসূত্ৰবোৰৰ বিষয় বস্তুৰ লগত ধৰ্মশাস্ত্ৰৰ বিষয় বস্তুৰ প্ৰভূত মিল চকুত পৰে। এক কথাত ক'বলৈ হ'লে 'ধৰ্মসূত্ৰ'বোৰে ধৰ্মশাস্ত্ৰৰ বা স্মৃতিৰ পূৰ্বাভাস দিয়ে। নিত্য, নৈমিত্তিক আদি কৰ্মবোৰ দুয়োবিধ শাস্ত্ৰতে সমানে দেখা যায়।

বৰ্তমান উপলব্ধ 'বশিষ্ঠ ধৰ্ম সূত্ৰ' মহাভাৰতৰ যুগতে ৰচিত হৈছিল। তথাপি গ্ৰন্থখন স্বয়ং বসিষ্ঠই ৰচনা কৰিছিল নে নাই তক সঠিক কৈ ক'ব নোৱাৰি। প্ৰজাপতি কশ্যপেও ধৰ্মশাস্ত্ৰৰ ওপৰত এখন সূত্ৰ গ্ৰন্থ ৰচনা কৰিছিল। সূত্ৰখনৰ কিছু শ্লোক/ সূত্ৰ কিছুৰূপ প্ৰভৃতিৰ পুৰণি টীকাত উদ্ধৃত কৰা দেখা যায়। আনকি 'বোধায়ন ধৰ্মসূত্ৰ'টো কাশ্যপীয়

৫। আলবেৰুনীৰ ভাৰত, পৃ০ ৩৫-৩৬।।
৬। কবিৰাজ, আয়ুৰ্বেদকা ইতিহাস, পৃ০৬৪।।

ধৰ্মসূত্ৰৰ উদ্ধৃতি দেখা পোৱা যায়। আচাৰ্য হেমাদ্ৰিৰ 'দানখণ্ড'তো অগস্ত্যৰ দান বিষয়ক শ্লোক চকুত পৰে।[৭]

দেৱগুৰু বৃহস্পতিৰ কথা আগতে উল্লেখ কৰা হৈছে। জনা যায় যে তেওঁ এখন সুবৃহৎ ধৰ্মশাস্ত্ৰ গ্ৰন্থ ৰচনা কৰিছিল। বাৰ্হস্পত্য ধৰ্মশাস্ত্ৰ এখন ২৬০০ শ্লোকেৰে বৰোডাৰপৰা প্ৰকাশিত হৈছে। তাৰ সংকলক-সম্পাদক শ্ৰীৰঙ্গাস্বামীৰ মতে 'বৃহস্পতি স্মৃতি'ৰ অধিকাংশ বচন খৃষ্টপূৰ্ব দ্বিতীয় শতিকামানৰ।[৮] কাণেৰ মতে বৃহস্পতি স্মৃতিৰ ৰচক বৃহস্পতিৰ কাল খৃষ্টীয় ২০০-৪০০ অব্দ।[৯]

'নাৰদস্মৃতি'ৰ দুটা পাঠ পোৱা যায়। তাৰ ওপৰত লিখা বিষ্ণুগুপ্ত চাণক্যৰ ভাষ্যৰ কিছু অংশহে পোৱা যায়। গতিকে সেয়ে নাৰদস্মৃতি প্ৰাচীনত্ব সিদ্ধ কৰে।

সাংখ্যদৰ্শনৰ প্ৰবক্তা কপিল মুনিৰ নামেৰেও 'কপিল স্মৃতি' নামে এখন স্মৃতি গ্ৰন্থ পোৱা গৈছে। তেওঁ এই গ্ৰন্থখন দহ অধ্যায়ত ৰচনা কৰিছিল আৰু প্ৰতি অধ্যায়ত এশকৈ শ্লোক আছিল। এই গ্ৰন্থত শ্ৰাদ্ধ, বিবাহ, প্ৰায়শ্চিত্ত আৰু দত্তকপুত্ৰ আদিৰ বিষয়ে চৰ্চা কৰিছিল।[১০] 'সংস্কাৰময়ূখ'ত এখন 'কপিল সংহিতা'ৰ উল্লেখ কৰিছে। কানেৰ মতে সংহিতাকাৰ আৰু স্মৃতিকাৰ কপিল একেজন ব্যক্তি হ'ব।[১১] 'পৰাশৰ স্মৃতি' বোলা গ্ৰন্থখন এতিয়া পোৱা নাযায়। মহাভাৰতৰ উল্লেখ মতে (শাং০ ১৯৬) পৰাশৰ স্মৃতিৰ মৰ্মজ্ঞ আছিল। পি,ভি, কানেৰ মতে (হিষ্ট্ৰি, পৃ০১২০) জাতুকৰ্ণ্য নামেও এজন স্মৃতিকাৰ আছিল। তেওঁৰ স্মৃতিৰ উদ্ধৃতি কোনো কোনো গ্ৰন্থত দেখা যায়। তেওঁ কাল ৩০০-৪০০ খৃষ্টাব্দ হোৱা সম্ভৱ।

হাৰীত নামে মুনিৰ এখন পূৰ্ণাঙ্গ কল্পসূত্ৰ আছিল। সেয়ে তেওঁৰ শ্ৰৌত, গৃহ্য আৰু ধৰ্মসূত্ৰৰ উদ্ধৃতি অনেক গ্ৰন্থত পোৱা যায়। পুনেৰ আনন্দাশ্ৰমৰ পৰা প্ৰকাশিত (প্ৰকাশৰ চন তাৰিখ নাই) 'স্মৃতীনাং সমুচ্চয়'ত 'লঘুহাৰীত স্মৃতি' (পৃ০১৩৬) আৰু 'বৃদ্ধহাৰীত স্মৃতিঃ (পৃ০ ২৩৬) দুখন স্মৃতি মুদ্ৰিত হৈছে। তদুপৰি এই পৰম্পৰাত 'কাত্যায়ন স্মৃতি'ৰ উল্লেখ দেখা যায়। বৈদিক পৰম্পৰাত কাত্যায়নৰ শ্ৰৌতসূত্ৰ আৰু ঋগ্বেদ অনুক্ৰমণীত পোৱা যায়। সম্ভৱতঃ একে নামৰ বৈয়াকৰণিক কাত্যায়ন বৰৰুচি (বাৰ্তিককাৰ) পৃথক ব্যক্তি।

**ধৰ্মশাস্ত্ৰৰ বিষয়বস্তু ঃ—** হিন্দুসকলে আচাৰ ব্যৱহাৰকে পৰমধৰ্ম বুলি মানি আহিছে (আচাৰো পৰমো ধৰ্মঃ)। সেয়ে জনজীৱনত বিভিন্ন প্ৰকাৰৰ আচাৰৰ কথা কোৱা হয় ঃ দেশাচাৰ, লোকাচাৰ, কুলাচাৰ, বেদাচাৰ, শাস্ত্ৰাচাৰ আদি। বেদাচাৰ বা শাস্ত্ৰবোধক উপজীব্য কৰিয়েই ধৰ্মশাস্ত্ৰ বা স্মৃতিসমূহ ৰচিত হৈছিল। বৈদিক সাহিত্যৰ বিশাল এভালত ধৰ্ম-কৰ্ম,

৭। নৈৰালা০ ইতিহাস, পৃ০ ৬৩৩।
৮। বৃহস্পতি স্মৃতিৰ ভূমিকা, পৃ০ ১৮৫।। History of Dharmasastra, পৃ০১২৫।
৯। উদয়বীৰ শাস্ত্ৰী, সাংখ্যদৰ্শনৰ ইতিহাস, পৃ০৩১।। কানে, History of Dharmasastra,p.39.।
১০। কানে, History of Dharmasastra, p. 30
১১। নৈৰালা০ সংস্কৃ০ ইং০ পৃ০ ৬৩৮; উপেন্দ্ৰনাথ ভট্টাচাৰ্য্য [illegible] ২য় ভাগ, পৃ০ ১৩১।।

আচাৰ-বিচাৰ আদি প্ৰতিপাদন কৰা হৈছে। বৈদিক যুগটো ধৰ্ম আৰু আচাৰ প্ৰধান। সংহিতাৰ পাছৰ ব্ৰাহ্মণৰ যুগত ধৰ্ম-কৰ্ম, যাগ-যজ্ঞ, আচাৰ-ব্যৱহাৰৰ বাহুল্য চকুত পৰে। কল্পসূত্ৰবোৰৰ মাজতো এই আচাৰ-বিচাৰ, যাগ-যজ্ঞ, ধৰ্ম-কৰ্মবোৰ সূত্ৰাকাৰে বিধিবদ্ধ হৈছিল। ধৰ্ম আৰু গৃহসূত্ৰবোৰ তেতিয়াই ধৰ্মীয় ৰীতি-নীতি, সামাজিক বিধি-ব্যৱস্থা, বৰ্ণাশ্ৰমধৰ্ম, নিত্য নৈমিত্তিক কাজ-কৰ্মবোৰৰ বৰ্ণনাৰে ভৰপূৰ। ইয়াৰ পৰৱৰ্তী কালত স্মৃতিবোৰ সূত্ৰকাৰে নিলিখি কাৰিকা বা শ্লোকছন্দত একেবোৰ কথাকে বিধিবদ্ধ কৰিছিল।

হিন্দু সমাজ আৰ্য আৰু অনাৰ্য এই দুই জাতিৰ সংমিশ্ৰণত গঢ়ি উঠিছে। গতিকে হিন্দু ধৰ্মত একেদৰে বিবিধ জাতি উপজাতিৰ ধৰ্মৰে সমৃদ্ধ হৈছে। একেদৰে ভাৰতীয় সংস্কৃতিও অনেক সংস্কৃতিৰ মিশ্ৰণেৰে নিৰ্মিত হৈছে। সেয়ে এতিয়া আমাৰ ধৰ্ম ব্যৱস্থাত যাগ-যজ্ঞ, পূজা-পাৰ্বন, তপ-জপ, নাম-সংকীৰ্তন আদিৰ বিবিধতা দেখা পাওঁ। হিন্দুসকলৰ ধৰ্ম সংস্কৃতিত কোনো এজন ব্যক্তিক প্ৰবক্তা বুলি ক'ব নোৱাৰি; বৰঞ্চ ইয়াৰ ধ্যান-ধাৰণা অনেক ঋষি-মুনি, অনেক আচাৰ্য, মহাপুৰুষৰ অৱদান বুলি কোৱা হয়।

হিন্দু ধৰ্ম ' .নো এজন মহাপুৰুষৰ অৱদান নহয়। বা ই কোনো এক যুগৰ সৃষ্টিও নহয়। ই হৈছে মানৱৰ জন্মৰপৰা যুগে যুগে অনুশীলন কৰা মহাত্মাসকলৰ দ্বাৰা চৰ্চিত এক ধৰ্ম। ইয়াৰ মাজত আছে অৱতাৰ বাদ, জন্মান্তৰবাদ আদি অনেক ধ্যান-ধাৰণা। এই ধৰ্মক প্ৰতি পালন কৰিবলৈ এক আদৰ্শনীয় ৰীতি-নীতিৰ ব্যৱস্থা বা প্ৰণালী আছে। তেনেদৰে নৱজাতকৰ জন্মৰেপৰা, স্তৰে স্তৰে বৃদ্ধি লাভৰ কৰাৰ পৰা আজীৱন পালন কৰিবলগীয়া যিবোৰ সামাজিক, ধৰ্মীয়, আধ্যাত্মিক ৰীতি-নীতি আছে সেই সকলোবোৰ কথা স্মৃতিবোৰৰ মাজেৰে প্ৰতিফলিত হৈছে। আমাৰ পৱিত্ৰ ধৰ্মশাস্ত্ৰবোৰ আৱহমান কালৰেপৰা চিৰাচৰিত সুদীৰ্ঘ পৰম্পৰাৰ পূৰ্ণদৈৰ্ঘ্য চিত্ৰৰে পৰিপূৰ্ণ। ভাৰতীয় জীৱনধাৰাৰ দীঘলীয়া নিয়মবোৰৰ ক্ৰমবদ্ধৰূপ স্মৃতিবোৰৰ মাজত প্ৰতিফলিত হৈছে। যুগ যুগ ধৰি ভাৰতীয় লোকসকলে যি কঠিন জীৱনধাৰা প্ৰতিপালন কৰি আহিছে, যিবোৰ নীতি-নিয়ম ব্যক্তিগত আৰু সমাজত পালন কৰি অহা হৈছে, সেইবোৰ ধৰ্মশাস্ত্ৰৰ মাজত আমাৰ পূৰ্বপুৰুষ ঋষিমুনিসকলে নিয়াৰিকৈ বৰ্ণনা কৰি আহিছে। ভাৰতৰ ধৰ্মীয় ইতিহাসত সামাজিক ঐক্যৰ কাৰণে ভাৰতীয় ধৰ্মশাস্ত্ৰবোৰে যি মহান আচাৰ-প্ৰণালী আৰু ওখ নিয়মৰ ৰূপৰেখা তৈয়াৰ কৰিছে, পৃথিৱীৰ আন কোনো দেশ, ধৰ্ম বা জাতিৰ ইতিহাসত ইমান পুৰণি কালৰপৰা এনে নিয়ম প্ৰণালী নিৰ্মিত হোৱা নাই।

ধৰ্মশাস্ত্ৰবোৰ সূত্ৰ যুগৰ পৰৱৰ্তী কালত ৰচিত হৈছে। ধৰ্মসূত্ৰবোৰ কল্পসূত্ৰৰ অঙ্গৰূপে সূত্ৰশৈলীত ৰচিত হৈছিল; কিন্তু ধৰ্মশাস্ত্ৰবোৰ শ্লোক বা পদ্যশৈলীত ৰচিত হৈছে। একমাত্ৰ 'বিষ্ণুস্মৃতি' ইয়াৰ ব্যতিক্ৰম। এই স্মৃতিবোৰত সেই কালৰ ধৰ্মীয় আৰু সামাজিক ৰীতি-নীতিৰ ওপৰত পোহৰ পেলোৱা হৈছে। বৃহৎ ভাৰতৰ শাসন-ব্যৱস্থাৰ সম্বন্ধে এই স্মৃতিবোৰত বিচাৰ কৰা হৈছে। স্মৃতিবোৰৰ অধ্যয়নৰপৰা জনা যায় যে প্ৰাচীন ভাৰতৰ সংবিধান বৰ অধ্যৱসায় আৰু পৰীক্ষা-নিৰীক্ষাৰে কৰা হৈছিল। সেই সময়ৰ ব্ৰাহ্মণ্য সংস্কৃতিৰ ব্যাপকতাৰ

পৰিচয় দিয়া এই স্মৃতিগ্ৰন্থত মানুহমাত্ৰৰে হিত ৰক্ষা, তাৰ কল্যাণৰ যোজনা আৰু তাৰ আত্মাভ্যুদয়ৰ স্বাতন্ত্ৰ্যৰ বিৱৰণ সিবোৰত বৰ্ণিত হৈছে। স্মৃতিশাস্ত্ৰবোৰৰ ভিতৰত 'মনুস্মৃতি', 'বিষ্ণুস্মৃতি', 'যাজ্ঞবল্ক্যস্মৃতি' আৰু 'নাৰদস্মৃতি'ক প্ৰাধান্য দিয়া হয়।

যদিও আচাৰ-ব্যৱহাৰ, কৰ্মানুষ্ঠান আদিৰ পৰম্পৰা পোনতে ব্ৰাহ্মণগ্ৰন্থত, তাৰ পাছত ক্ৰমে সূত্ৰবোৰত আৰু ধৰ্মশাস্ত্ৰবোৰলৈ বিয়পিছে তথাপি ব্ৰাহ্মণ আৰু সূত্ৰবোৰৰ তুলনাত ধৰ্মশাস্ত্ৰবোৰৰ বিধানশৈলী পাৰ্থক্য দেখা যায়। ব্ৰাহ্মণবোৰৰ প্ৰভাৱ বৈদিকযুগতে সীমাবদ্ধ। সূত্ৰকাৰসকলে বৰ্ণাশ্ৰমধৰ্মৰ কৰ্তব্য-অকৰ্তব্যৰ প্ৰতিপাদন কৰিয়েই ক্ষান্ত হৈছে। আনহাতে স্মৃতিকাৰসকলে বৰ্ণাশ্ৰমধৰ্মৰ কৰ্তব্য-অকৰ্তব্যৰ পদ্ধতিৰ ওপৰত নিজৰ বিস্তৃত ৰায়দান কৰিছে। লগতে ব্ৰাহ্মণ গ্ৰন্থবোৰ আৰু সূত্ৰ গ্ৰন্থবোৰে ৰাজধৰ্ম বিষয়ক মীমাংসা আৰু তাৰ ব্যৱস্থা সম্বন্ধে মৌনতা অবলম্বন কৰা দেখা যায়। কিন্তু স্মৃতি গ্ৰন্থবোৰে ৰাজনৈতিক বিষয়ৰ ওপৰতো ব্যাপক চৰ্চা কৰা দেখা পাওঁ। উদাহৰণস্বৰূপে মনুস্মৃতিৰ ভিতৰত ৰাজধৰ্মৰ ব্যাপক চৰ্চা কৰা হৈছে। যিটো বিষয় ইমান দিনে অৰ্থশাস্ত্ৰৰ গণ্ডীৰ ভিতৰত পৰা হৈছিল সেই বিষয়বোৰো মনুস্মৃতিৰ মাজত চৰ্চা কৰা হৈছে।

মনুস্মৃতিত যি ধৰ্ম আৰু অৰ্থৰ ওপৰত চৰ্চা আৰম্ভ কৰা হৈছিল তাৰ ব্যাপকতা পাছলৈ 'বশিষ্ঠধৰ্মসূত্ৰ', 'বিষ্ণুস্মৃতি', আৰু 'যাজ্ঞবল্ক্যস্মৃতি'ৰ মাজতো দেখা পোৱা যায়। কিন্তু সাতবাহন যুগৰ পাছত গুপ্তকালত বিৰচিত 'বৃহস্পতিস্মৃতি' আৰু 'কাত্যায়নস্মৃতি'ও ৰাজধৰ্ম (অৰ্থশাস্ত্ৰৰ) ন্যূনতা আৰু ধৰ্মৰ অধিক ব্যাপকতা চকুত পৰে।

বাচস্পতি গৈৰোলাই স্মৃতিসমূহৰ ৰচনা কাল বিধিবদ্ধ কৰিছে। তেওঁৰ মতে হিন্দুধৰ্ম প্ৰতিপাদন কৰা স্মৃতিগ্ৰন্থবোৰ প্ৰায় ৬০০ খৃষ্ট পূৰ্বৰপৰা অষ্টাদশ খৃষ্টাব্দলৈ নিৰ্মাণ কৰা হৈছিল। গৈৰোলাই স্মৃতি গ্ৰন্থবোৰৰ ৰচনা কালক তিনিটা বিভিন্ন যুগত ভাগ কৰিছে ঃ—

প্ৰথম যুগ ঃ ৬০০-১০০ খৃষ্ট পূৰ্বাব্দ পৰ্যন্ত,
দ্বিতীয় যুগ ঃ ১০০-৮০০ খৃষ্টাব্দ পৰ্যন্ত,
তৃতীয় যুগ ঃ ৯০০-১৮০০ খৃষ্টাব্দ পৰ্যন্ত।[১১]

ইয়াৰে প্ৰথম যুগত কল্পসূত্ৰৰ অন্তৰ্গত ধৰ্মসূত্ৰবোৰ ৰচিত হৈছিল। এই ধৰ্মসূত্ৰবোৰৰ স্মৃতিশাস্ত্ৰবোৰৰ মূল উৎস; ধৰ্মসূত্ৰৰ ভেটিতহে স্মৃতিবোৰ ৰচিত হৈছিল। দ্বিতীয়টো যুগত ধৰ্মসূত্ৰবোৰৰ বহুল ব্যাখ্যা — ভাষ্য, টীকা আদি ৰচনা কৰা হৈছিল। এই যুগত ধৰ্মসূত্ৰৰ কঠিন আৰু সাংকেতিক ৰচনা শৈলীক সৰ্বসাধাৰণৰ বাবে বোধগম্য হোৱাকৈ সিবোৰৰ ব্যাখ্যাস্বৰূপে স্মৃতিবোৰ ৰচিত হয়। এই স্মৃতিবোৰ শ্লোকত ৰচিত হয়। প্ৰকৃততে ক'বলৈ হ'লে স্মৃতি ৰচনাৰ কাম ইয়াতকৈও আগতে আৰম্ভ হৈছিল। সম্ভৱতঃ গুপ্তযুগতে স্মৃতিবোৰৰ ৰচনাৰ কাম আৰম্ভ হৈছিল। এই ধৰ্মশাস্ত্ৰবোৰৰ ৰচনাৰ তৃতীয় যুগটো বৰ মহত্ত্ব আৰু খ্যাতিৰ যুগ আছিল। এই যুগটো গুপ্তকালৰপৰা খৃষ্টীয় অষ্টাদশ যুগলৈ বিস্তৃত। এই যুগত দুটা মহত্বপূৰ্ণ কাম সম্পাদিত হয় ঃ (১) মধ্যকালত ৰচিত স্মৃতি গ্ৰন্থবোৰৰ ওপৰত এই

১১। গৈৰোলা ঃ উক্তগ্ৰন্থ একে পৃষ্ঠা।

যুগত টীকা আৰু ভাষ্যবোৰ ৰচনা কৰা হয়। (২) এই যুগত এটি 'নতুন বিবেচনাত্মক তৰ্কশৈলীৰ আশ্ৰয় লৈ বিদ্বানসকলে নিজ নিজ সৈদ্ধান্তিক স্থাপনা কৰিবলৈ অনেক নতুন স্মৃতি ৰচনা কৰি এই পৰম্পৰাক পৰিপুষ্ট কৰে।[১২] ধৰ্মশাস্ত্ৰৰ সমৃদ্ধি আৰু বিকাশৰ বাবে তৃতীয় যুগ বৰ মহত্বপূৰ্ণ।

স্মৃতি পৰম্পৰাত প্ৰাপ্ত সকলোবোৰ স্মৃতিৰ মাজত **'মনুস্মৃতি'** আৰু **'যাজ্ঞবল্ক্য স্মৃতি'**ৰ মহত্ব সকলোতকৈ আগত। এই দুই গ্ৰন্থত ধৰ্মশাস্ত্ৰীয় গ্ৰন্থৰ সকলো পূৰ্ব পৰম্পৰা থূপ খাই আছে। সম্ভৱতঃ গ্ৰন্থ দুখন সাতবাহন সকলৰ যুগত ৰচিত হৈছিল। কিন্তু গ্ৰন্থ দুখনৰ প্ৰামাণিকতা আৰু স্থিতিকাল সম্বন্ধে কিছুদিন আগলৈকে বৰ বিবাদ চলি আছিল। বৈদেশিক পণ্ডিতসকলৰ ভিতৰত ড° জোলিয়ে ১৮৮৩ খৃষ্টাব্দত কলিকতা বিশ্ববিদ্যালয়ৰ এখন সভাত কৈছিল যে 'যাজ্ঞবল্ক্য স্মৃতি'ৰ ৰচনা কাল খৃষ্টীয় প্ৰথম শতিকাৰ আগত হ'ব নোৱাৰে। একেদৰে ড° ব্যুলাৰেও কৈছিল যে 'মনুস্মৃতি'ৰ ৰচনা কাল খৃষ্টপূৰ্ব ২০০ ৰপৰা খৃষ্টীয় ১০০ চনৰ মাজত হ'ব।[১৩] তেওঁৰ মতৰ সমৰ্থনত ব্যুলাৰে মনুস্মৃতি আৰু মহাভাৰতৰ মাজত থকা কেতবোৰ সাদৃশ্য থকা শ্লোকৰ ইংৰাজী অনুবাদো যুৰি দিছে।[১৪] আনহাতে ভাৰতীয় পণ্ডিত ড° জয়সৱালে 'মনুস্মৃতি'ৰ ৰচনাকাল খৃষ্টপূৰ্ব ১৫০-১২০ অব্দৰ মাজত বুলি কৈছে।[১৫] তেওঁ জ্যোলি প্ৰভৃতি পণ্ডিতৰ মত খণ্ডন কৰিছে।

'মনুস্মৃতি'ৰ ৰচনাৰ উত্তৰ সীমা সম্বন্ধে পণ্ডিতসকলে কয় যে ইয়াৰ ৰচনা খৃষ্ট জন্মৰ আগতে হৈছিল। আন এচাম পণ্ডিতে মনুস্মৃতি শুঙ্গসকলৰ ৰাজত্ব কালত অৰ্থাৎ খৃষ্টপূৰ্ব দ্বিতীয় শতিকাত ৰচিত হৈছিল। **'বিষ্ণুস্মৃতি'**ৰ উৎস মনুস্মৃতি বুলি কোৱা হয়। যদিও এই স্মৃতিখন সূত্ৰশৈলীত ৰচিত হৈছিল তথাপি ইয়াক সূত্ৰ যুগৰ বুলি ক'ব নোৱাৰি।[১৬]

পণ্ডিতসকলৰ এচামে **'যাজ্ঞবল্ক্য স্মৃতি'** খৃষ্টীয় চতুৰ্থ-পঞ্চম শতিকামানত মিথিলাত ৰচিত হৈছিল বুলি কয়।[১৭] একেদৰে 'নাৰদস্মৃতি'ও প্ৰায় একে সময়তে ৰচিত হৈছিল। যাজ্ঞবল্ক্য স্মৃতিৰ ওপৰত ৰচিত 'মিতাক্ষৰা' টীকা বৰ প্ৰখ্যাত। একেদৰে 'মনুস্মৃতি'ৰ ওপৰত ৰচিত মেধাতিথি আৰু কুল্লুকভট্টৰ টীকাৰ প্ৰসিদ্ধি আছে। অন্যান্য বিষয়ৰ দৰে ধৰ্মশাস্ত্ৰ গ্ৰন্থবোৰো গুপ্তকালত ৰচিত হৈছিল। এই যুগত বিশেষতঃ শ্লোকবদ্ধ স্মৃতিবোৰ ৰচনা হোৱা সম্ভৱ। কাৰণ এই যুগতে ব্ৰাহ্মণ্য ধৰ্মৰ বিষয়ে অনেক গ্ৰন্থৰ সম্বৰ্ধন, সংশোধন আৰু পুনৰ উদ্ধাৰ গুপ্তযুগত কৰা হৈছিল। যদিও একাংশ পণ্ডিতে যাজ্ঞবল্ক্য স্মৃতিও এই যুগতে ৰচিত হোৱা বুলি কৈছে, তথাপি পি,ভি কানে মহোদয়ে ইয়াৰ ৰচনা কাল খৃ০১০০-৩০০ চনৰ মাজত বুলি কয়। আনকি 'মনুস্মৃতি'ৰ বৰ্তমানৰূপ গুপ্তযুগতে নিশ্চিত কৰা হৈছিল।

---

১৩। Sacred Book of the East Series, Introduction, pp. 97-98.

১৪। SBES Vol. No 25, p. 533.

১৫। হিন্দু ৰাজতন্ত্ৰ, ১, পৃ০ ৩২।

১৬। গৈৰোলাঃ সংসা০ ই০ পৃ০ ৬৩৯।

১৭। উপাধ্যায়ঃ প্ৰাচীন ভাৰতৰ ইতিহাস, পৃ০ ৬৪

এই যুগতে 'পৰাশৰ স্মৃতি', 'নাৰদস্মৃতি', 'কাত্যায়ন স্মৃতি' আদিৰ সংশোধন কৰা হৈছিল। কানে মহাশয়ৰ মতে 'বৃহস্পতি স্মৃতি'ৰ ৰচনা কালো খৃ০২০০-৪০০ চনৰ মাজত পৰে।[18]

পণ্ডিত কাশী প্ৰসাদ জয়সয়ালে স্মৃতিবোৰৰ কাল সম্বন্ধে কেবাটিও যুক্তি দাঙি ধৰিছে। (১) তেওঁ কয় যে কনিষ্কৰ সমকালীন অশ্বঘোষে তেওঁৰ 'বজ্ৰছেদিকা' গ্ৰন্থত মনুস্মৃতিৰ শ্লোক উদ্ধৃত কৰা লৈ চাই 'মানৱ ধৰ্ম শাস্ত্ৰ'ৰ ৰচনা প্ৰথম খৃষ্টীয় শতাব্দীৰ আগতে হোৱা সম্ভৱ। (২) শুঙ্গবংশীয় পুষ্পমিত্ৰৰ সমকালীন পতঞ্জলি ৰচিত 'মহাভাষ্য 'মানৱধৰ্ম শাস্ত্ৰ'ৰ পূৰ্ব সীমা। (৩) মনুস্মৃতিৰ প্ৰতি অধ্যায়ৰ অন্তত স্মৃতিখন 'ভৃগুপ্ৰোক্ত' বুলি কোৱা হৈছে। 'নাৰদস্মৃতি' (৪০০খৃ০) ত মনুস্মৃতিক ভাৰ্গৱৰ কৃতি বোলা হৈছে। (৪) পাশ্চাত্যৰ মেক্সমুইলাৰ, বুহইলাৰ, জ্যোলি প্ৰভৃতিয়ে আগতে 'মানৱধৰ্ম শাস্ত্ৰ' কোনো ধৰ্মসূত্ৰৰ ওপৰত আধাৰিত বুলি কৈছিল যদিও পাছত তেওঁলোকে এই স্মৃতিৰ লগত ধৰ্মসূত্ৰৰ সম্বন্ধ নাই বুলি বুজিছিল। আনকি বিষ্ণুস্মৃতিক মনুস্মৃতিৰ পাছৰ ৰচনা বুলি সাব্যস্ত কৰা হৈছিল ইত্যাদি।

জয়সৱালৰ মতামত দাঙি ধৰাৰ পাছত পণ্ডিত গৈৰোলাই স্মৃতিবোৰৰ ৰচনাৰ ক্ৰমিক ইতিহাস সংক্ষিপ্তকৈ তুলি ধৰিছে। তাৰ সাৰাংশ আমি তলত উল্লেখ কৰিছো :—

এইটো সকলোৱে স্বীকাৰ কৰিছে যে 'ধৰ্মশাস্ত্ৰ বিষয়ক স্মৃতি গ্ৰন্থবোৰৰ আধাৰ কল্পসূত্ৰবোৰ।' এই স্মৃতিবোৰে 'ৰামায়ণ', 'মহাভাৰত' পুৰাণ, লোকাচাৰ আৰু নীতি বিষয়ক কথাবোৰৰ বাবে আন আন গ্ৰন্থৰ পৰা প্ৰেৰণা লাভ কৰিছিল।

স্মৃতি গ্ৰন্থবোৰৰ মুখ্য বিষয় বা অঙ্গ চাৰিবিধ (১) আচাৰ, (২) ব্যৱহাৰ, (৩) প্ৰায়শ্চিত্ত আৰু (৪) কৰ্মফল বিষয়ক। তদুপৰি স্মৃতিবোৰে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ — এই চাৰি বৰ্ণৰ আৰু ব্ৰহ্মচৰ্য গাৰ্হস্থ, বাণপ্ৰস্থ আৰু সন্যাস এই চাৰি আশ্ৰমধৰ্মৰ বিচাৰ-বিশ্লেষণ কৰিছে।

আগতে উল্লেখ কৰি অহা হৈছে ধৰ্মশাস্ত্ৰ বিষয়ক প্ৰাচীনতম গ্ৰন্থ হ'ল ধৰ্মসূত্ৰবোৰ। সেইবোৰ বিভিন্ন সময়ত ৰচিত হৈছিল। ৭ম-৬ষ্ঠ শতক খৃষ্ট পূৰ্বৰপৰা প্ৰথম খৃষ্টাব্দলৈ- এই সময়চোৱাৰ ভিতৰত ৰচিত হৈছিল।[19] প্ৰাচীন ধৰ্মসূত্ৰৰ ভিতৰত গৌতম ধৰ্মসূত্ৰ (৬০০-৪০০ খৃ০ পূ০), আপস্তম্ব ধৰ্মসূত্ৰ (৬০০-৩০০ খৃ০ পূ০), বৌধায়ন ধৰ্মসূত্ৰ (৫০০-২০০খৃ০ পূ০), বশিষ্ঠ ধৰ্মসূত্ৰ (৩০০-১০০ খৃ০ পূ০), বিষ্ণুধৰ্মসূত্ৰ (৩০০-১০০ খৃ০ পূ০) আৰু বৈখানস ধৰ্মসূত্ৰ, পৈঠীনসীধৰ্মসূত্ৰ, ঔশনস্ধৰ্মসূত্ৰ, কাশ্যপ ধৰ্মসূত্ৰ আৰু বৃহস্পতি ধৰ্মসূত্ৰৰ নাম উল্লেখযোগ্য। ইয়াৰ অধিকাংশ সূত্ৰ এতিয়া পোৱা নাযায়। এই একে শ্ৰেণীৰ অন্যতম ধৰ্মসূত্ৰ 'মানৱ ধৰ্মসূত্ৰ' এতিয়া অনুপলব্ধ। কিন্তু মিয়ানমাৰ, থাইলেণ্ড, জাভা প্ৰভৃতি দেশৰ বৈধানিক ব্যৱস্থা ৰচনাৰ আধাৰ বুলি প্ৰতিপন্ন হৈছে।[20]

---

১৮। গৈৰোলা : উক্ত গ্ৰন্থ, পৃ০ ৬৩১।
১৯। ডি, বৰদাচাৰ্য্য: সংস্কৃত সাহিত্যৰ ইতিহাস, পৃষ্ঠা ৩০০।
২০। গৈৰোলাৰ সংস্কৃত সা০ ই০ পৃ০ ৬৪২।

কোনো কোনো পণ্ডিতৰ মতে ভৃগু মহৰ্ষিয়ে মানৱ ধৰ্মশাস্ত্ৰক সংহিতাৰ ৰূপত সংক্ষেপ কৰিছিল। সেই সংহিতাক পাছত আকৌ প্ৰমতি ভাৰ্গৱে সংস্কাৰ কৰিছিল। কিন্তু ভৃগুৰ দ্বাৰা ৰচিত সংহিতা এতিয়া পোৱা নাযায়। কিন্তু বিশ্বৰূপ প্ৰভৃতি প্ৰাচীন টীকাকাৰৰ গ্ৰন্থত উদাহৰণৰূপে তাৰ কিছু অংশ পোৱা যায়। তাৰ অধিকাংশ এতিয়াৰ মনুস্মৃতিত নাই বুলি গৈৰোলাই লিখিছে।[২১]

'History of Dharma Sastra' গ্ৰন্থৰ ৰচক পাণ্ডুৰঙ্গ বামন কাণে মহোদয়ে 'মহাভাৰত' আৰু 'নাৰদস্মৃতি'ত উল্লেখিত 'মানৱধৰ্ম শাস্ত্ৰ'ৰ সংক্ষিপ্ত বৃত্তক অপ্ৰামাণিক বুলি মানি লৈ বৰ্তমান 'মনুস্মৃতি'ৰ ৰচনা কাল খৃষ্টপূৰ্ব দ্বিতীয় শতিকাৰপৰা খৃষ্টীয় দ্বিতীয় শতাব্দীৰ মাজত বুলি নিৰ্ধাৰিত কৰিছে আৰু ইয়াক মহৰ্ষি ভৃগুৰ সম্ভাৱিত ৰচনা বুলি কৈছে।[২২] কিন্তু কবিৰাজ সুৰমচন্দ্ৰই তেওঁৰ ইতিহাস গ্ৰন্থত কানেৰ মতক ভুল বুলিছে আৰু ভৃগুৰ কাল তেওঁৰ মতে খৃষ্টজন্মৰ ১৭শ বছৰ পূৰ্ব বুলি নিৰ্ধাৰণ কৰিছে। তেওঁ মনুস্মৃতিৰ টীকাকাৰ ভাগুৰি, ভৰ্তৃযজ্ঞ, দেৱস্বামী অসহায়ক খৃষ্টপূৰ্ব ২০০ অব্দৰো আগৰ বুলি কৈছে।[২৩] কোৱা হৈছে যে এতিয়া পোৱা 'মনুস্মৃতি' গ্ৰন্থ পূৰ্বৰ 'মানৱধৰ্মসূত্ৰ'ৰ ধ্বংসাৱশেষৰ ওপৰত ভেটি কৰি ৰচনা কৰা হৈছে। ভৃগুয়ে মনুৰ সূত্ৰৰূপ গ্ৰন্থৰ ভেটিত শ্লোকাবদ্ধ কৰি মনুস্মৃতি ৰচিছে। বেদ, ব্ৰাহ্মণ, নিৰুক্ত, মহাভাৰত, ৰামায়ণ আদিত উল্লেখিত বিৱস্বত পুত্ৰ মনুৰ অপূৰ্ব ব্যক্তিত্বৰ খ্যাতি ভাৰতত বৈ বৈ আছে। মনুস্মৃতিৰ বিষয় বিবেচনাত বৈদিক পদ্ধতি আৰু দাৰ্শনিক বিচাৰধাৰাৰ সমাবেশ ঘটিছে। সেই ই এক প্ৰৌঢ় পাণ্ডিত্যৰ পৰিচায়ক গ্ৰন্থ। তাৰ ওপৰত মেধাতিথি (৮২৫-৯০০ খৃ০) আৰু কুল্লুক ভট্টৰ (দ্বাদশ শতিকা) দুটা প্ৰসিদ্ধ আৰু প্ৰামাণিক টীকা আছে।

স্মৃতি পৰম্পৰাত 'যাজ্ঞবল্ক্যস্মৃতি'ৰ খ্যাতি 'মনুস্মৃতি'ৰ পাছতে। ইয়াৰ নিৰ্মাণ কাল ১০০ খৃষ্ট পূৰ্বাব্দৰপৰা ৩০০ খৃষ্টাব্দৰ মাজত বুলি নিৰ্ধাৰিত হৈছে। ইয়াৰ ওপৰত ৰচিত অনেক টীকাৰ ভিতৰত বিশ্বৰূপৰ (৮০০-৮২৫খৃ০) 'বালক্ৰীড়া', 'বিজ্ঞানেশ্বৰৰ (১১২০খৃ০) 'মিতাক্ষৰা' আৰু 'অপৰাৰ্কৰ' (১২ শ শতাব্দী) অপৰাৰ্ক বুলি খ্যাত নিবন্ধৰ প্ৰসিদ্ধি আছে। ইয়াৰ উপৰিও 'নাৰদস্মৃতি'ৰ (১০০-৩০০খৃ০) লঘু আৰু বৃহৎ দুটা সংস্কৰণ পোৱা যায়। সেইদৰে 'পৰাশৰস্মৃতি'ৰ লঘু সংস্কৰণ আছে, তাৰ ওপৰত বিজয়নগৰৰ মাধৱাচাৰ্যই (১২৬৭-১৩৮৬) টীকা ৰচনা কৰিছিল। 'পৰাশৰস্মৃতি'ৰ মূল গ্ৰন্থখনৰ ৰচনা কাল ১০০-৫০০ খৃষ্টাব্দৰ ভিতৰত পৰে। 'বৃহস্পতিস্মৃতি' (২০০-৪০০ খৃষ্টাব্দ) সম্প্ৰতি অপূৰ্ণৰূপত পোৱা যায়। ইয়াৰ আধাৰো 'মনুস্মৃতি'। স্মৃতিসমূহৰ সংখ্যা প্ৰায় ১৫২ খনমান বুলি কোৱা হয়।[২৪]

স্মৃতিগ্ৰন্থৰ ৰচনাৰ পৰম্পৰা বা সিবোৰৰ ওপৰত ৰচনা কৰা টীকাৰ সময় প্ৰায় সপ্তদশ শতিকালৈ বিস্তৃত। জীমূতবাহন নামে পণ্ডিতে ১২শ শতিকাত 'ধৰ্মৰত্ন' নামে গ্ৰন্থ

২১। গৈৰোলাৰ সংস্ক০ ই০ ৬৪২।
২২। History of Dharasastra, pp. 138, 149, 156.।।
২৩। আয়ুৰ্বেদৰ ইতিহাস, ১ম পৃ ৫৮।
২৪। ডি, বলদাচাৰ্য ঃ সংস্কৃত সাহিত্যৰ ইতিহাস, পৃ০ ৩০২।

ৰচনা কৰে। এই একেটা শতিকাতে লক্ষ্মীধৰে 'স্মৃতি কল্পতৰু' আৰু হলায়ুধে বঙ্গৰ ৰজা লক্ষ্মণসেনৰ বাবে 'ব্ৰাহ্মণসৰ্বস্ব' নামে স্মৃতি গ্ৰন্থ ৰচনা কৰে। ত্ৰয়োদশ শতিকাত দেৱন্নভট্টই 'স্মৃতিচন্দ্ৰিকা', বৰদৰাজে 'স্মৃতি সংগ্ৰহ' আৰু হেমাদ্ৰিয়ে 'চতুৰ্বৰ্গচিন্তামণি' নামে গ্ৰন্থ ৰচনা কৰে। চতুৰ্দশ শতিকাত বিশ্বেশ্বৰে 'মদন পাৰিজাত', চণ্ডেশ্বৰে 'স্মৃতি ৰত্নাকৰ' আৰু মাধৱে 'কালমাধৱীয়' ৰচনা কৰে। একেদৰে পঞ্চদশ শতাব্দীত বাচস্পতিয়ে 'চিন্তামণি', ষোড়শ শতিকাত প্ৰতাপ ৰুদ্ৰদেৱে 'সৰস্বতীবিলাস', ৰঘুনন্দনে 'অষ্টাবিংশতিতত্ত্ব'(?) 'অগ্নিপৰীক্ষা', বৈদ্যনাথ দীক্ষিতে 'স্মৃতি মুক্তাফল' আৰু সপ্তদশ শতিকাত ভট্টোজীদীক্ষিতে 'তিথিনিৰ্ণয়', কমলাকৰ ভট্টই 'নিৰ্ণয় সিন্ধু' নীলকণ্ঠই 'ভাগৱন্তভাস্কৰ' আৰু মিত্ৰমিশ্ৰই 'বীৰমিত্ৰোদয়' প্ৰভৃতি স্মৃতিগ্ৰন্থ ৰচনা কৰি ধৰ্মশাস্ত্ৰৰ পৰম্পৰা নিৰ্বাহ কৰে। ইমানবোৰ স্মৃতি গ্ৰন্থ বিভিন্ন সময়ত ৰচিত হোৱা সত্বেও 'মনুস্মৃতি' আৰু 'যাজ্ঞবল্ক্য স্মৃতি'ৰ জনপ্ৰিয়তা কমা নাই।

## কামৰূপৰ স্মৃতিপৰম্পৰা

প্ৰাচীন কামৰূপত এটি সুকীয়া স্মৃতি পৰম্পৰা গঢ়ি উঠা কথা পণ্ডিতসকলে স্বীকাৰ কৰিছে। খৃষ্টীয় দ্বাদশ শতিকাৰ আগতে সংকৰ্ষি বিশ্বেশ্বৰে 'স্মৃতি সমুচ্চয়' নামে গ্ৰন্থ ৰচনা কৰে। নীলাম্বৰে ত্ৰয়োদশ শতিকাত 'কালকৌমুদী' নামে আন এখন স্মৃতিগ্ৰন্থ ৰচনা কৰে। নীলাম্বৰে 'শ্ৰাদ্ধপ্ৰকাশ' নামে আন এখন স্মৃতি গ্ৰন্থ আৰু 'অংশ প্ৰকাশিকা' নামে তিনিহাজাৰ লোকৰ বিষ্ণুপুৰাণৰ ভাষ্য ৰচনা কৰে। কামৰূপৰ আন এজন স্মৃতিকাৰ বেদাচাৰ্যই (১১শ শতিকা?) 'স্মৃতি ৰত্নাকাৰ' নামে প্ৰসিদ্ধ স্মৃতি ৰচনা কৰে। গ্ৰন্থখনত পোন্ধৰটা পৰিচ্ছেদ আছিল। আন এজন প্ৰসিদ্ধ স্মৃতিকাৰ পণ্ডিত আছিল দামোদৰ মিশ্ৰ (১৪০০-১৪৮০)। তেওঁৰ 'গঙ্গাজল' অসমৰ বিপ্ৰসকলৰ মাজত বৰ জনপ্ৰিয়। গ্ৰন্থখন দুভাগত বিভক্ত ঃ (১) বল প্ৰবেশ আৰু (২) স্মৃতি সাগৰসাৰ। বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে 'গঙ্গাজল' আৰু 'স্মৃতি সাগৰ সাৰ'ক দুখন সুকীয়া গ্ৰন্থ বুলি কোৱাটোকে নিৰাপদ বুলি কৈছে। সাতপৰিচ্ছেদত বিভক্ত 'গঙ্গাজল'ৰ প্ৰতিটো পৰিচ্ছেদত ভিন্ ভিন্ বিষয়ৰ কথা আলোচনা কৰা হৈছে। 'স্মৃতিসাগৰসাৰ' এখন বৃহদাকাৰৰ স্মৃতি গ্ৰন্থ। ইয়াৰ প্ৰথম অধ্যায়ত 'ব্ৰত' কথা, দ্বিতীয় অধ্যায়ত 'অন্ত্যেষ্টি' আৰু অন্য শ্ৰাদ্ধকৰ্ম, আৰু তৃতীয়ত অধ্যায়ত 'অশৌচ' আদি বিষয় চৰ্চা কৰা হৈছে।

অসমৰ আটাইতকৈ শ্ৰেষ্ঠ স্মৃতিকাৰজন হ'ল মহামহোপাধ্যায় পিতাম্বৰ সিদ্ধান্ত বাগীশ। পিতাম্বৰ কোচবিহাৰৰ প্ৰখ্যাত ৰজা নৰনাৰায়ণৰ (১৫৪০-১৫৮৪) সভা কবি আছিল। তেওঁ স্মৃতি বিষয়ক ওঠৰখন 'কৌমুদী' ৰচনা কৰিছিল। কোনো কোনোৱে তেওঁৰ আঠাইশখন কৌমুদীৰ ৰচক বুলি ক'ব খোজে। তেওঁৰ ওঠৰখন কৌমুদীৰ তালিকা এইদৰে পোৱা যায়ঃ (১) দত্ত কৌমুদী, (২) প্ৰেতকৌমুদী, (৩) বৃষোৎসৰ্গ কৌমুদী, (৪) প্ৰমাণ কৌমুদী, (৫) শ্ৰাদ্ধ কৌমুদী, (৬) দুৰ্গোৎসৱ কৌমুদী, (৭) একাদশী কৌমুদী, (৮) তিথি

---

২৫। Sanskrit Assam Through Ages, p-148.

কৌমুদী, (৯) প্ৰতিষ্ঠা কৌমুদী, (১০) সংকল্প কৌমুদী, (১১) প্ৰায়শ্চিত্ত কৌমুদী, (১২) তীৰ্থকৌমুদী[২৬], (১৩) কালকৌমুদী, (১৪) পঞ্চদীক্ষা কৌমুদী, (১৫) সম্বন্ধ কৌমুদী, (১৬) তিথি কৌমুদী, (১৭) দায় কৌমুদী আৰু (১৮) আচাৰ কৌমুদী। কৌমুদীকাৰে কেতবোৰ কথাত মৈথিলী স্মৃতিকাৰ সকলৰপৰা পৃথকত্ব দাবী কৰে।

আন এজন স্মৃতিকাৰ শম্ভুনাথ মিশ্ৰৰ কাল অষ্টাদশ শতিকা। পিতাম্বৰৰ দৰে তেওঁ এলানি স্মৃতি ভাস্কৰ ৰচনা কৰিছিল। যেনে 'কালভাস্কৰ', 'বৰ্ষভাস্কৰ', 'দিন ভাস্কৰ', 'বিবাহ ভাস্কৰ' ইত্যাদি। শম্ভুনাথৰ পাছত আন পাঁচ-ছজন স্মৃতিকাৰে স্মৃতি গ্ৰন্থ ৰচনা কৰিলেও সি সকলৰ কৰ্মৰাজি তেনে মহত্বপূৰ্ণ নহয়। তথাপি পিছৰ চাম স্মৃতিকাৰৰ ভিতৰত ৰিপুঞ্জয় ভট্টাচাৰ্যৰ নাম উল্লেখযোগ্য। ৰিপুঞ্জয়ৰ গ্ৰন্থৰ নাম 'পূৰ্ণচন্দ্ৰ'। গ্ৰন্থখন তিনিখণ্ডত বিভক্ত ঃ (১) প্ৰায়শ্চিত্ত, (২) ব্ৰত আৰু (৩) শ্ৰাদ্ধ বিষয়ক আলোচনাই ঠাই পাইছে। অসমৰ ওপৰোক্ত স্মৃতিকাৰ সম্বন্ধে বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে সাধাৰণ মন্তব্য কৰি কৈছেঃ

'All the Smrti digest writers, who are mentiones above were erudite scholars of their times and they studied the puranas and upapuranas, the prakkarkana granthas and picked out even the points which were not to their liking. In the works of Nilambara and Sambhunatha a few words mentioned from Assamese bear testimony to ascertain their plce of living, if not of birth'[২৭]



২৬। published by ABILAK, Gauhati. 1998 (edited by B.N. Shastri).

২৭। Sanskrit in Assam Through Ages, p. 156.

# অষ্টম অধ্যায়

## অৰ্থশাস্ত্ৰ

যি শাস্ত্ৰ পঢ়িলে বা অধ্যয়ন কৰিলে পৃথিৱীৰূপ অৰ্থ লাভ কৰিব আৰু পালন কৰিব পাৰি তাকেই 'অৰ্থশাস্ত্ৰ' বোলে। অৰ্থশব্দৰ অনেক অৰ্থ বা মানে আছে। 'অমৰ কোষ'ত (৪৬৬।২৪৬) ইয়াৰ বাৰটা পৰ্যায় বাচক শব্দ দিছে ঃ 'দ্ৰব্যং বিত্তং স্বাপতেয়ং ৰিক্থমৃক্থং ধনং বসু। হিৰণ্যং দ্ৰৱিণং দ্যুম্নমৰ্থ ৰৈ বিভৱা অপি।' অৰ্থাৎ দ্ৰব্য, বিত্ত, স্বাপতেয়, ৰিক্থ, ঋক্থ, ধন, বসু, হিৰণ্য, দ্ৰৱিণ, দ্যুম্ন, অৰ্থ , ৰৈ আৰু বিভৱ- এইবোৰ সমাৰ্থক বা ধনবাচক শব্দ। 'অমৰ কোষ'ৰ আন এঠাইত 'অৰ্থশাস্ত্ৰ'ক দণ্ড নীতি বুলি কৈছে (১০০।২৭৩)। গতিকে অৰ্থশাস্ত্ৰ শব্দটো এতিয়াৰ ৰাজনীতি-সমাজনীতি-অৰ্থনীতিৰ সামূহিক জ্ঞানক বুজায়; কিয়নো, কৌটিলীয় অৰ্থশাস্ত্ৰত এনেবোৰ নীতিৰে সমাবেশ কৰিছে।

আমাৰ প্ৰাচীন শাস্ত্ৰ পৰম্পৰাত ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষক চতুৰ্বৰ্গ বুলি কৈছে। আন কথাত এই চতুৰ্বৰ্গক পুৰুষাৰ্থ চতুষ্টয় বুলি কৈছে। ইয়াৰ ভিতৰত ধৰ্ম আৰু অৰ্থক সাধন পুৰুষাৰ্থ আৰু কাম-মোক্ষক সাধ্য পুৰুষাৰ্থ বোলা হৈছে। ধৰ্ম আৰু অৰ্থৰ সম্বন্ধ সম্পৰ্কে নীলকণ্ঠ দীক্ষিতে এনেদৰে কৈছে ঃ

অৰ্থনোপাৰ্জ্যতে ধৰ্ম ঃ ধৰ্মেণাৰ্থ উপাৰ্জ্যতে।

অন্যোন্যাশ্ৰয়ণং হ্যেতদ উভয়োৎপত্তি সাধনম্ ।। (সভাৰঞ্জন শতক, শ্লোক ৭৮)

ইয়াত অৰ্থক বিত্তাদিৰ পৰ্যায় বাচকৰূপে উপস্থাপিত কৰা হৈছে। অৰ্থ শাস্ত্ৰত অৰ্থক এক পাৰিভাষিক অৰ্থ ব্যৱহাৰ কৰা হৈছে। দণ্ডনীতি ইয়াৰ পৰ্যায়বাচক হোৱাটো স্বাভাৱিক।

**অৰ্থশাস্ত্ৰৰ আৱিষ্কাৰ ঃ—** 'অৰ্থশাস্ত্ৰ' বুলিলে প্ৰায়েই কৌটিল্যৰ অৰ্থশাস্ত্ৰকে বুজা যায়। কাৰণ, কৌটিল্যৰ বাহিৰে আনকাৰো অৰ্থশাস্ত্ৰ এতিয়া পোৱা নাযায়। আনকি ১৯০৫ চনৰ আগতে এই শাস্ত্ৰখনো লুপ্ত হৈ আছিল আৰু তেতিয়া ইয়াৰ নাম মাত্ৰসাৰ হৈ আছিল। ১৯০৫চনত মহীশূৰ (এতিয়া কৰ্ণাটক ৰাজ্যৰ) সুখ্যাত বিদ্বান পণ্ডিত শ্যামা শাস্ত্ৰীয়ে 'অৰ্থশাস্ত্ৰ'ৰ অংশবিশেষ উদ্ধাৰ কৰি 'ইণ্ডিয়ান এণ্টিকুৱেৰী' নামে পত্ৰিকাত ইংৰাজী অনুবাদ সহ প্ৰকাশ কৰে। তাৰ চাৰি বছৰ পাছত ১৯০৯ চনত একেজন পণ্ডিতে ইংৰাজী অনুবাদ সহ সমগ্ৰ অৰ্থশাস্ত্ৰ সম্পাদনা কৰি উলিয়ায়। ইয়াৰ আগতে এই সুখ্যাত গ্ৰন্থখনৰ পাণ্ডুলিপিৰ সৈতেও কাৰো পৰিচয় ঘটা নাছিল। পুৰণি পুথি-পাজিত তাৰ নাম মাত্ৰ উদ্ধৃতি পোৱা গৈছিল। এই গ্ৰন্থখন আৱিষ্কৃত আৰু প্ৰকাশিত হোৱাৰ লগে লগে দেশ-বিদেশৰ পণ্ডিতসকলৰ মাজত বেছ আলোড়নৰ সৃষ্টি হ'ল। সেই পণ্ডিতসকলে এই লৈ নানা তৰ্ক-বিতৰ্কত লিপ্ত হ'ল।

গ্ৰন্থখনৰ যথাৰ্থতা, ৰচক, ৰচনাৰ সময়, ৰচক কৌটিল্য নে চানক্য-এনেবোৰ প্ৰশ্ন উত্থাপিত হ'বলৈ ধৰিলে। মহীশূৰৰ পণ্ডিত প্ৰবৰ শ্যামাশাস্ত্ৰীয়ে প্ৰকাশিত কৰা গ্ৰন্থখনৰ ভূমিকাত এই কথা নদি কৈছে যে 'অৰ্থশাস্ত্ৰ'খনৰ ৰচয়িতা কৌটিল্য ভিন্ন অন্য নহয়। পণ্ডিত কৌটিল্য মৌৰ্যবংশ প্ৰতিষ্ঠাতা ৰজা চন্দ্ৰগুপ্তৰ প্ৰধান মন্ত্ৰী আছিল। তেওঁ খৃষ্টপূৰ্ব চতুৰ্থ শতিকাত এই প্ৰসিদ্ধ গ্ৰন্থখন প্ৰণয়ন কৰিছিল। শাস্ত্ৰী ডাঙৰীয়াৰ এইবোৰ উক্তি পাশ্চাত্যৰ আৰু ভাৰতৰ অনেকজন পণ্ডিতে স্বীকাৰ কৰিলে। তেওঁৰ সমৰ্থকসকলৰ ভিতৰত আছে পশ্চিমীয়া পণ্ডিত হিলেব্ৰাণ্ট, যাকোবী, হাৰ্টেল, ভিনচেণ্ট স্মিথ প্ৰভৃতি আৰু ভাৰতীয় পণ্ডিত কালীপ্ৰসাদ জয় সৱাল, জয়চন্দ্ৰ বিদ্যালঙ্কাৰ, ৰাধাগোবিন্দ বসাক, আৰ, পি কালে প্ৰভৃতি। আনহাতে এচাম বিদেশী আৰু স্বদেশী পণ্ডিতে শ্যাম শাস্ত্ৰীৰ যুক্তি মানিবলৈ অস্বীকাৰ কৰিলে। তেওঁলোক হ'ল বিদেশী পণ্ডিত এ, বেৰিদেল কীথ, এম্ ৱিন্টাৰনিট্‌চ, জে, ইয়োলি আৰু ভাৰতীয় পণ্ডিত ৰামচন্দ্ৰ গোপাল ভাণ্ডাৰকাৰ, পি,ভি, কাণে, কালিদাস নাগ প্ৰভৃতি।

**অৰ্থশাস্ত্ৰ পৰম্পৰাৰ পূৰ্বসূৰী শাস্ত্ৰকাৰসকল ঃ—** কৌটিলীয় অৰ্থশাস্ত্ৰ ৰচনাৰ আগতেও ইয়াৰ এক প্ৰাচীন পৰম্পৰা ভাৰতবৰ্ষত প্ৰবৰ্তিত আছিল। আনকি কৌটিল্যই নিজেও সেই পৰম্পৰাৰ উল্লেখ কৰিছে। তেওঁ অৰ্থশাস্ত্ৰত নিষ্ণাত অনেক পূৰ্বসূৰীৰ অভিমত নিজ গ্ৰন্থত তুলি ধৰিছে। প্ৰাচীন শাস্ত্ৰকাৰসকলৰ ভিতৰত কৌটিল্যই বৃহস্পতি, উশনশ্, পৰাশৰ, মনু বা মানব, অম্ভী, ভাৰদ্বাজ, বিশালাক্ষ, পিশুন, কৌনপদন্ত, বাতব্যাধি, বাহুদন্তিপুত্ৰ প্ৰভৃতিৰ মতবাদ উদ্ধৃত কৰিছে।

ব্যাসদেৱ বিৰচিত মহাভাৰতৰ পাতত কোৱা হৈছে যে দেশৰ প্ৰজাসকলৰ মাজত যেতিয়া লোভ, হিংসা, সুখৰ প্ৰতি লিপ্সা আদিয়ে দেখা দিলে তেতিয়া ধৰ্মত ৰত অন্যবোৰ প্ৰজাৰ অনুৰোধত প্ৰজাপতি ব্ৰহ্মাই এখন সুবৃহৎ দণ্ডনীতি নামে শাস্ত্ৰ প্ৰণয়ন কৰিলে; তাত একলাখ অধ্যায় আছিল।[১] ইমান বৃহৎ শাস্ত্ৰৰ অধ্যয়ন- অধ্যাপনা কষ্টকৰ হোৱা দেখি ভগৱান শঙ্কৰে এই শাস্ত্ৰখন চমুৱাই দহ হেজাৰ অধ্যায়ত সংকলন কৰিলে।[২] তেতিয়া এই শাস্ত্ৰখন বৈশালাক্ষ শাস্ত্ৰ বুলি জনাজাত হ'ল। তাৰ পাছত দেৱৰাজ ইন্দ্ৰদেৱে এই শাস্ত্ৰ আৰু কিছু সংক্ষেপ কৰি পাঁচ হাজাৰ অধ্যায়ত মোখনি মাৰিলে। ইন্দ্ৰই সংগ্ৰহ কৰা এইনীতিশাস্ত্ৰখনৰ নাম হ'ল বাহুদন্তশাস্ত্ৰ।[৩] তাতো সন্তুষ্ট নহৈ দেৱগুৰু বৃহস্পতিয়ে তাৰ সংক্ষিপ্ত ৰূপ তিনি হাজাৰ অধ্যায়ত সমাপ্ত কৰিলে।[৪] তাৰ পাছত উশানা কাব্যই আৰু এখোপ আগুৱাই গৈ এই নীতিশাস্ত্ৰৰ এক সংক্ষিপ্ত ৰূপদি মাত্ৰ এহেজাৰ অধ্যায়ত সীমিত কৰি ৰচনা কৰিলে।[৫] বৃহস্পতি, উশানা প্ৰাভৃতি দণ্ডনীতি বিশেষজ্ঞসকলৰ নাম মহাভাৰতত উল্লেখিত হৈছে।

১। মহাভাৰত, শান্তিপৰ্ব ৫৯।২৯-৩০ ইত্যাদি।
২। মহাভা০ ১২।৫৯।৮৭-৮৮।।
৩। মহাভা০ ১২।৫৯।৮৯।।
৪। মহা ১২।৫৯।৯০
৫। মহাভা০ ১২।৫৯।৯১ (শান্তিপৰ্বৰ ৫৯ সৰ্গত দণ্ডনীতিৰ প্ৰৱৰ্তন আৰু বিস্তাৰৰ কথা বৰ্ণনাই কোৱা আছে।

ব্ৰহ্মাদেৱে ৰচনা কৰা শাস্ত্ৰখনত ধৰ্ম, অৰ্থ আৰু কাম এই ত্ৰিবৰ্গৰ চিন্তা-চৰ্চা কৰা হৈছিল। শঙ্কৰে তাক সংক্ষেপ কৰি 'বৈশালাক্ষ' নামে ৰচনা কৰিলে। ইয়াৰ আধাৰতে পৰবৰ্তী কালত ধৰ্মশাস্ত্ৰ, অৰ্থশাস্ত্ৰ আৰু কাম শাস্ত্ৰ পৃথক পৃথকভাৱে ৰচিত হৈছিল।[৬]

বৈশালক্ষ নামে শংকৰকৃত গ্ৰন্থখনক অৱলম্বন কৰি ইন্দ্ৰই বাহুদন্তক শাস্ত্ৰ ৰচনা কৰিলে। ইন্দ্ৰক কোনো এজন বহুদন্তীৰ পুত্ৰ বুলি কোৱা হৈছে। যিহেতু গ্ৰন্থখন বহুদন্তিৰ পুত্ৰৰ ৰচনা সেয়ে তাৰ নাম বাহুদন্তক শাস্ত্ৰ বোলা হৈছে।

অৰ্থশাস্ত্ৰকাৰ হিচাপে বৃহস্পতিৰ নাম প্ৰসিদ্ধ। তেওঁ ইন্দ্ৰৰদ্বাৰা বিৰচিত বাহুদন্তক শাস্ত্ৰখন যুগোপযোগীকৈ সংক্ষিপ্ত কৰে। তথাপি তথাপি তেওঁৰ দণ্ডনীতিত দুহেজাৰ অধ্যায় আছিল। বাৎসায়নৰ কামসূত্ৰতো বৃহস্পতিৰ শাস্ত্ৰ ৰচনাৰ সাক্ষ্য পোৱা যায়।[৭] বৃহস্পতি আছিল দেৱগুৰু।[৮] 'মহাভাৰত', কামন্দকীয় 'নীতিসাৰ', 'যাজ্ঞবল্ক্য স্মৃতিৰ বালক্ৰীড়া নামে টীকা আৰু কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'ৰ অনেক ঠাইত 'বাৰ্হস্পত্য অৰ্থশাস্ত্ৰ'ৰ অনেক বাক্য বচনৰ উদ্ধৃতি দেখা পোৱা যায়। বাৰ্হস্পত্য অৰ্থসূত্ৰৰপৰা জনা যায় যে ইন্দ্ৰই বৃহস্পতিৰ ওচৰত অৰ্থশাস্ত্ৰ অধ্যয়ন কৰিছিল।

মহৰ্ষি অঙ্গিৰা আন এজন অৰ্থশাস্ত্ৰবিদ্ আছিল। মহাভাৰতত তেওঁৰ উল্লেখ আছে। একেদৰে উশনা কবি অৰ্থশাস্ত্ৰৰ বিদ্বান্ আৰু 'অৰ্থশাস্ত্ৰ' গ্ৰন্থৰ ৰচক আছিল। 'চৰক সংহিতা'ত উশনাৰ অৰ্থশাস্ত্ৰৰ উল্লেখ পোৱা যায়।[৯] মহাভাৰতত তেওঁৰ ৰাজনৈতিক বিচাৰৰ উল্লেখ আছে।[১০] 'শুক্ৰনীতিসাৰ' উশনাৰ দণ্ডনীতি বুলি কোৱা হয়। কোৱা বাহুল্য যে উশনা শুক্ৰাচাৰ্য অসুৰসকল গুৰুপুৰোহিত আছিল।

কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ অনেক ঠাইত পিশুনৰ অনেক উদ্ধৃতি আছে। সম্ভৱতঃ তেওঁৰ অৰ্থশাস্ত্ৰ কৌটিল্যৰ সময়ত পোৱা গৈছিল। তেওঁৰ উদ্ধৃতিবোৰ বিচাৰ কৰি চালে বুজা যায় যে তেওঁ ভেদনীতিৰ সুচতুৰ পণ্ডিত আছিল। পিশুনক নাৰদৰসৈতে অভেদ বুলি জ্ঞান কৰা হয়। সংস্কৃত শাস্ত্ৰত নাৰদক দ্বন্দ্বুৰা বুলি কোৱা হয়। ৰামায়ণৰ নাৰদীয় অৰ্থশাস্ত্ৰৰ অনেক শ্লোক উদ্ধৃত কৰা হৈছে।[১১] মহাভাৰততো তেনে উল্লেখ আছে।[১২]

কৌটিল্যৰ অৰ্থশাস্ত্ৰত ভৰদ্বাজৰ অনেকমত উদ্ধৃত কৰা হৈছে। ভৰদ্বাজক ৰাজনীতি শাস্ত্ৰৰ বিদ্বান হিচাপে মহাভাৰততো উল্লেখ কৰিছে।[১৩] মহাভাৰতৰ এঠাইত (১২।১৩৮) কনিষ্ক ভাৰদ্বাজে শত্ৰুন্তাপ নামে ৰজাক উপদেশ দিয়া কথা পোৱা যায়। পঞ্চতন্ত্ৰতো (৩।৩০) বিষ্ণুশৰ্মাই ভৰদ্বাজৰ উদ্ধৃতি দিছে। কৌটিল্যই অৰ্থশাস্ত্ৰত সাত ঠাইত বিশালাক্ষৰ অভিমতৰ পূৰ্বত ভাৰদ্বাজৰ অভিমত তুলি ধৰিছে।[১৪] এই উদ্ধৃতিবোৰৰ পৰা অনুমান কৰা

৬। পৈৰালা, সংসো, ইং পৃষ্ঠা, ৪৫০।।, ৭। কামসূত্ৰ ১।১৭।।, ৮। ঐ০ ব্ৰা০ ৮।২৬।।,
৯। চ০ স০ ৮।৫৪।৫।।, ১০। মহাভা০ ১২।৫৬।৮০, ৪২ ইত্যাদি।।,
১১। ১ বা০ অযোধ্যা, অধ্যায় ১০০।।, ১২। মহাভা০২।৫।।,
১৩। ১২।১৩৮।৭-৯।।,
১৪। অৰ্থশা ১।৮।৩-৪, ১।১৫।১৬-১৭; ২।১৭।৭-৮; ৫।৬।৩১;
৮।১।৩-।৩১; ৮।৩।৮-১২; ১২।১।১-২; অধিকতথ্যৰ বাবে 'আমাৰ The Bharadvajas in Ancient India গ্ৰন্থৰ পৃষ্ঠা ২৫৭- ২৬২ দ্ৰষ্টব্য।

হয় যে ভৰদ্বাজ আৰু তেওঁৰ পুত্ৰ-পৌত্ৰ বা শিষ্যসকলে ৰাজশাস্ত্ৰ, দণ্ডনীতি আৰু অৰ্থশাস্ত্ৰাদিৰ ৰচক/ প্ৰণেতা আছিল। সম্ভৱতঃ পিতৃ বৃহস্পতিৰপৰা ভৰদ্বাজে ৰাজনীতিৰ জ্ঞান আহৰণ কৰিছিল।

আচাৰ্য কৌণপদন্তও অৰ্থশাস্ত্ৰৰ অন্যতম প্ৰণেতা আছিল। ত্ৰিকাণ্ডকোষত কৌণপদন্ত ভীষ্মৰ অন্য এক নাম বুলি কোৱা হৈছে। যদি এই কথা সত্য হয় তেনেহ'লে তেওঁক অৰ্থশাস্ত্ৰৰ পণ্ডিত বোলাত আচৰিত হ'বলগীয়া একো নাই। মহাভাৰতৰ শান্তিপৰ্বত ভীষ্মৰ উপদেশবোৰ তাৰ পৰিচায়ক। বাতব্যাধি আন এজন অৰ্থশাস্ত্ৰজ্ঞ। তেওঁৰ অন্য নামে উদ্ধৱ। মহাভাৰতত বৰ্ণিত বৃষ্ণি অন্ধকসকলৰ সাতজন মন্ত্ৰীৰ ভিতৰত উদ্ধৱৰ নামো পোৱা যায়।[১] মৎস্য পুৰাণতো উদ্ধৱৰ পাণ্ডিত্যৰ উল্লেখ পোৱা যায়।[১৫] দীৰ্ঘচাৰায়ণ এই পৰম্পৰাৰ আন এজন আচাৰ্য আছিল। অৰ্থশাস্ত্ৰত তেওঁৰ নাম উল্লেখিত হৈছে।

**কৌটিল্য-চাণক্য আদি নামৰ বিচাৰ ঃ—** অৰ্থশাস্ত্ৰকাৰ কৌটিল্যৰ আন নাম চানক্য। সম্ভৱতঃ তেওঁৰ পিতৃৰ নাম আছিল কোনো এক চনক। চনক পুত্ৰ বুলিয়েই তেওঁৰ নাম চাণক্য হৈছিল। কূটনৈতিক বা কুটিল ৰাজনীতিজ্ঞ হোৱা বাবে তেওঁ কৌটিল্য বুলি প্ৰসিদ্ধি লাভ কৰিছিল। এই নাম দুটা লোক প্ৰচাৰৰ বাবে হৈছিল; এই দুটা পিতৃদত্ত নাম নাছিল। তেওঁৰ পিতৃদত্ত আৰু প্ৰকৃত নাম আছিল বিষ্ণুগুপ্ত। কৌটিল্য আৰু বিষ্ণুগুপ্ত নামটো উল্লেখ কৰিছে আচাৰ্য কামন্দকে খৃষ্টাব্দ ৪০০ চনত ৰচিত 'নীতিসাৰ' নামে গ্ৰন্থৰ পাতত। কামন্দকে নীতিসাৰৰ প্ৰাৰম্ভিক পুষ্পিকাত চাৰিটা তথ্য দাঙি ধৰিছে ঃ (১) কৌটিল্যই 'অৰ্থশাস্ত্ৰ' ৰচনা কৰিছে; (২) কামন্দকৰ নীতিসাৰৰ আধাৰ অৰ্থশাস্ত্ৰ, (৩) কৌটিল্যই নন্দবংশক নিৰ্মূল কৰি মৌৰ্যবংশৰ প্ৰতিষ্ঠা কৰিছে আৰু (৪) কৌটিল্যৰ প্ৰকৃত নাম বিষ্ণুগুপ্ত। কামন্দকৰ কৌটিল্যস্তুতি পঢ়ক ঃ

নীতিশাস্ত্ৰামৃতং ধীমানৰ্থশাস্ত্ৰ মহোদধেঃ।
সমুদ্দধ্ৰে নমস্তস্মৈ বিষ্ণুগুপ্তায় বেধসে।।নী০৬।

যিজনে অৰ্থশাস্ত্ৰৰূপ মহাসাগৰ মন্থন কৰি নীতিশাস্ত্ৰৰূপ অমৃত উলিয়াইছে সেই বিষ্ণুগুপ্ত নামে মেধাবীজনক নমস্কাৰ কৰো।

হেমচন্দ্ৰ, যাদব প্ৰকাশ, বৈজয়ন্তী, ভোজৰাজ, নামমল্লিকা প্ৰভৃতিতো আচাৰ্য বিষ্ণুগুপ্তৰ পৰ্যায়বাচক একাধিক নাম পোৱা যায়; তাৰ ভিতৰত কৌটিল্য আৰু চানক্য সুপ্ৰচলিত আৰু আনবোৰ অপ্ৰচলিত। অপ্ৰচলিত নামবোৰো কৌতূহলোদ্দীপক: দ্ৰামিল, অঙ্গুল, বাৎসায়ন, মল্লনাগ, পক্ষিল স্বামী, বৰৰুচি, পুনৰ্বসু, বাৰুক ইত্যাদি।[১৭]

**কৌটিল্য অৰ্থশাস্ত্ৰকাৰ ঃ—** কামন্দকৰ সাক্ষ্যই প্ৰমাণ কৰে যে বিষ্ণুগুপ্ত-কৌটিল্য অধুনা প্ৰাপ্ত অৰ্থশাস্ত্ৰৰ ৰচক। এটা সময়ত কোনো কোনো বিদেশী পণ্ডিতে অৰ্থশাস্ত্ৰখনক নকল গ্ৰন্থ বুলি কোৱাৰ প্ৰয়াস পাইছিল। তেওঁলোকে আনকি কৌটিল্য নামটোকো কল্পনা প্ৰসূত বুলি কৈছিল। কিন্তু ভাৰতীয় পণ্ডিতসকলৰ নীৰবচ্ছিন্ন গৱেষণাই বিদেশী

১৭। বৈবালা, সংসা০ ইং, পৃ০ ৪৫৪।

পণ্ডিতসকলৰ ভ্ৰমাত্মক চিন্তাধাৰাক নিৰস্ত কৰিবলৈ সমৰ্থ হৈছে। অৰ্থশাস্ত্ৰৰ অন্তিম শ্লোকত গ্ৰন্থকাৰে কৈছে যে 'এই গ্ৰন্থখনৰ ৰচনা সেইজনে কৰিছে যিজনে একেধাৰে শাস্ত্ৰ, শস্ত্ৰ আৰু নন্দৰাজে শাসন কৰা পৃথিৱীক একেলগে উদ্ধাৰ কৰিছেঃ

যেন শাস্ত্ৰং চ শস্ত্ৰং চ নন্দৰাজগতা চ ভূঃ ।
অমৰ্ষেণোদ্‌ধৃতান্যাশু তেন শাস্ত্ৰমিদং কৃতম্ ।। অ০ শা০ ১৫ ।১ ।৮০

এই শ্লোকৰপৰা বুজা যায় যে অৰ্থশাস্ত্ৰৰ ৰচকে পৃথিৱী (ভাৰতবৰ্ষ) শাসন কৰি থকা নন্দবংশক সমূলে উভালি পেলাই তাৰ ঠাইত মৌৰ্যসাম্ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। এই তথ্য বিষ্ণুপুৰাণেও সমৰ্থ কৰে।[১] তাতো এই কথা কোৱা হৈছে যে কৌটিল্য নামে ব্ৰাহ্মণে নন্দসকলক বিনষ্ট কৰি তাৰ ঠাইত চন্দ্ৰগুপ্ত মৌৰ্যক ৰজাৰূপে অভিষিক্ত কৰিছিল। কৌটিল্য অৰ্থশাস্ত্ৰতে নহয় সমস্ত শাস্ত্ৰতে নিষ্ণতে আছিল; লগতে শস্ত্ৰবিদ্যা বা ধনুৰ্বিদ্যাতো নিপুণ আছিল।

গতিকে অৰ্থশাস্ত্ৰ আৰু কৌটিল্য সম্পৰ্কে এসময়ত এচাম পণ্ডিতে যি বিতৰ্ক আৰম্ভ কৰিছিল, তাক পৰৱৰ্তী কালৰ গৱেষণাই নিৰস্ত কৰিবলৈ সক্ষম হৈছে। বৰঞ্চ এই কথা নিশ্চিতৰূপে প্ৰতিষ্ঠা কৰিছে যে বিষ্ণুগুপ্ত কৌটিল্য এজন ঐতিহাসিক পুৰুষ আছিল। তেওঁ চন্দ্ৰগুপ্ত মৌৰ্যক ৰজা পাতি তেওঁৰ মন্ত্ৰীৰূপে বিৰাজ কৰাৰ লগতে ৰাজ্য শাসনৰ বাবে আৱশ্যকীয় অৰ্থশাস্ত্ৰৰ লেখিয়া মহৎগ্ৰন্থ প্ৰণয়ন কৰিছিল।

**অৰ্থশাস্ত্ৰ সম্বন্ধীয় বাদ-বিবাদ ঃ**— আগতে কৈ অহা হৈছে যে ১৯০৫ চনত মহীশূৰৰ পণ্ডিত শ্যামাশাস্ত্ৰীয়ে প্ৰথমে অৰ্থশাস্ত্ৰৰ পাণ্ডুলিপি আৱিষ্কাৰ কৰে। ১৯০৯ চনত শাস্ত্ৰীদেৱে ইংৰাজী অনুবাদসহ অৰ্থশাস্ত্ৰৰ মূলপাঠ প্ৰকাশ কৰে। তাৰ পাছত অৰ্থশাস্ত্ৰৰ যথাৰ্থতা। ৰচকৰ নাম, ধাম আৰু সময় লৈ নানান বাদ-বিবাদৰ সৃষ্টি হয়। সেই বিতৰ্কৰ বিষয়ে বাচস্পতি গৈৰোলাই তেওঁৰ সংস্কৃত সাহিত্যকা ইতিহাস গ্ৰন্থত[২] সংক্ষিপ্ত বিবৰণ তুলি ধৰিছে। তাৰ চমু সাৰভাগ অসমীয়া পাঠকৰ অৱগতিৰ বাবে তলত দাঙি ধৰিলো ঃ

পণ্ডিত শ্যামাশাস্ত্ৰীয়ে কৌটিলীয় অৰ্থশাস্ত্ৰৰ মূলপাঠ সহ ইংৰাজী অনুবাদ প্ৰকাশ কৰা সময়ত গ্ৰন্থখনৰ ভূমিকাত বৰ পাণ্ডিত্য পূৰ্ণ প্ৰমাণৰ সৈতে তিনিটা কথা বিশেষভাৱে উল্লেখ কৰিছে ঃ (১) কৌটিল্য চন্দ্ৰগুপ্ত মৌৰ্যৰ অমাত্য আছিল; (২) এই কৌটিল্যই 'অৰ্থশাস্ত্ৰ' প্ৰণয়ন কৰিছিল আৰু (৩) শ্যামাশাস্ত্ৰী আৱিষ্কৃত, অনূদিত আৰু প্ৰকাশিত অৰ্থশাস্ত্ৰই প্ৰামাণিক মূল পাঠ।

'অৰ্থশাস্ত্ৰ' কৌটিল্যৰ কৃতি আৰু প্ৰকাশিত পাঠেই তাৰ মূল ৰূপ-এই দুটা কথা পাশ্চাত্যৰ পণ্ডিত হিলেব্ৰাণ্ট, হাৰ্টেল, য়াকোবী আৰু ভিনচেণ্ট স্মিথেও সমৰ্থন কৰিছে। ভিনচেণ্ট স্মিথে তেওঁৰ 'আৰ্লি-হিষ্টৰি অব্ ইণ্ডিয়া' গ্ৰন্থৰ তৃতীয় সংস্কৰণ (১৯১৪ খৃ০)ত শাস্ত্ৰীৰ বক্তব্য সমৰ্থন কৰাৰ আঠ বছৰ পাছত এদল বিদেশী বিদ্বানে কৌটিল্য, তেওঁৰ

১। 'নবৈব, তান্ নন্দান্ কৌটিল্যো। ব্ৰাহ্মণঃ সমুদ্ধৰিষ্যতি। তেষামভাবে মৌৰ্য্যাশ্চ পৃথিবীং ভোক্ষ্যন্তি। কৌটিল্য এব চন্দ্ৰগুপ্তং ৰাজ্যেঽভিষেক্ষ্যতি।'

২। পৃষ্ঠা, ৪৫৬-৪৫৭।

অৰ্থশাস্ত্ৰ আৰু তাৰ প্ৰামাণিকতাৰ বিৰুদ্ধে অবিশ্বাস প্ৰকাশ কৰে আৰু কয় যে গ্ৰন্থকাৰৰ প্ৰকৃত নাম কৌটিল্য নহয়, বৰং ই কল্পিত নামে হে আৰু অৰ্থশাস্ত্ৰ এখন 'জাল' গ্ৰন্থ। এই জাল গ্ৰন্থখন তৃতীয় খৃষ্টীয় শতিকাত ৰচনা কৰা হৈছিল। অ'টো ষ্টাইন নামে এজন পণ্ডিতে 'মেগেস্থানীজ এণ্ড কৌটিল্য' নামে গ্ৰন্থত মেগেস্থানীজ আৰু কৌটিল্যৰ কথাৰ মাজত পাৰস্পৰিক বিৰোধ দেখুৱাবলৈ যত্ন কৰে। ষ্টাইনৰ পাছত ড° জৌলিয়ে এই ক্ষেত্ৰত অৰ্থশাস্ত্ৰ সম্বন্ধে নতুন মান্যতাৰ জন্ম দিয়ে।

১৯২৩ খৃষ্টাব্দত লাহোৰৰপৰা পঞ্জাব সংস্কৃত চিৰিজত ড° জৌলিৰ 'অৰ্থশাস্ত্ৰ অফ্ কৌটিল্য' নামে এখন গ্ৰন্থ প্ৰকাশিত হয়। এই গ্ৰন্থখনৰ প্ৰস্তাৱনাত জ্যৌলিয়ে সিদ্ধ কৰিছে যে অৰ্থশাস্ত্ৰ খৃষ্টীয় তৃতীয় শতিকাত ৰচিত এখন জাল (নকল?) গ্ৰন্থ। ইয়াৰ ৰচক কৌটিল্যক তেওঁ এজন কল্পিত ৰাজমন্ত্ৰী বুলি কৈছে। ইয়াৰ পাছত ড° এম্ বিণ্টাৰনিট্জে তেওঁৰ 'এ হিষ্টৰী অফ্ ইণ্ডিয়ান লিটাৰেচাৰ' (১৯২৭খৃ০) গ্ৰন্থত ড° জ্যৌলিৰ উক্ত অভিমত সমৰ্থন কৰে। ইয়াৰ পাছত ১৯২৮ চনত ড° এ, বি, কীথে 'চাৰ আশুতোষ স্মাৰক গ্ৰন্থৰ প্ৰথম ভাগত এটা শোধ প্ৰবন্ধত এই কথা সিদ্ধ কৰে যে অৰ্থশাস্ত্ৰ খৃষ্টীয় ৩০০শতিকাৰ আগৰটো ৰচনা নহয়েই, তদুপৰি সমস্ত অৰ্থশাস্ত্ৰ এখন অপ্ৰামাণিক গ্ৰন্থ।

এইবোৰ উক্তিৰ ভৰপূৰ বিৰোধিতা কৰি ভাৰতীয় পণ্ডিতসকলে নিজ মতামত সাব্যস্ত কৰে। প্ৰথমতে ড° কাশীপ্ৰসাদ জয়চয়ালে জ্যৌলি প্ৰভৃতিৰ ভ্ৰমাত্মক অভিমত খণ্ডন কৰিছে আৰু অৰ্থশাস্ত্ৰ যে জাল গ্ৰন্থ নহয় তাক প্ৰামাণিক আধাৰৰ ওপৰত সাব্যস্ত কৰিছে। এই গ্ৰন্থৰ ৰচয়িতা কৌটিল্য যে সম্ৰাট চন্দ্ৰগুপ্ত মৌৰ্যৰ ৰাজমন্ত্ৰী আছিল তাকো সিদ্ধ কৰে। অৰ্থশাস্ত্ৰ কৌটিল্যৰ কৃতি আৰু ই খৃ০ পূ০৪০০ শতিকাত ৰচিত হৈছিল।[20]

একেদৰে আন এজন ভাৰতীয় বিদ্বান জয়চন্দ্ৰ বিদ্যালঙ্কাৰে ড° কীথৰ অভিমত আলোচনা কৰি কৈছে যে কৌটিল্য চন্দ্ৰগুপ্ত মৌৰ্যৰ (৩২৫-২৭৩ খৃ০ পূ০) অমাত্য আছিল আৰু অৰ্থশাস্ত্ৰ তেওঁৰ ৰচনা। ই এক প্ৰামাণিক গ্ৰন্থ আৰু ইয়াৰ ৰচনা কাল খৃ০ পূ০ ৩০০ চন।[21]

এনেদৰে জ্যৌলি প্ৰভৃতিৰ ভুল মতবাদবোৰ ভাৰতীয় পণ্ডিতসকলে দৃঢ়তাৰে খণ্ডন কৰিছে আৰু অৰ্থশাস্ত্ৰক প্ৰামাণ্য গ্ৰন্থৰূপে সিদ্ধ কৰাৰ লগতে বিষ্ণুগুপ্ত কৌটিল্যৰ গ্ৰন্থ কৰ্তৃত্ব সন্দেহাতীতভাৱে সাব্যস্ত কৰিছে।

**অৰ্থশাস্ত্ৰৰ বিষয় বস্তু ঃ—** কৌটিলীয় অৰ্থশাস্ত্ৰ গ্ৰন্থখন ১৫ টা অধিকৰণত বিভক্ত। প্ৰতিটো অধিকৰণ কেইটামান অধ্যায়ত বিভক্ত আৰু অধ্যায়বোৰ প্ৰকৰণত বিভক্ত। ইয়াত মুঠ ১৫০টা অধ্যায় আছে। গ্ৰন্থখন সূত্ৰ শৈলীত ৰচিত যদিও মাজে মাজে শ্লোকৰ উদ্ধৃতি পোৱা যায়। ভাষাৰ দুৰ্বোধ্যতা আছে। গ্ৰন্থখনৰ ওপৰত ৰচিত দুটা মাত্ৰ ভাষ্য পোৱা গৈছে (১) ভট্টস্বামীৰ 'প্ৰতিপদ পঞ্চিকা' আৰু (২) মাধৱযজ্বাৰ 'নয়চন্দ্ৰিকা'।

আমি ইয়াত পোন্ধৰটা অধিকৰণত বৰ্ণিত বিষয়বোৰ মাত্ৰ উল্লেখ কৰিলোঁ ঃ প্ৰথম

২০। ড° জয়চয়ালঃ হিন্দুৰাজতন্ত্ৰ ১ মজাম, অতিৰিক্তনোট, পৃ০ ৩২৭-৩৩৮।
২১। চন্দ্ৰগুপ্ত বিদ্যালঙ্কাৰ ঃ ভাৰতীয় ইতিহাসকী ৰূপৰেখা, ২ঃ পৃ০ ৫৪৭, ৬৭৩-৭০০।

অধিকৰণৰ এঁকৈশটা অধ্যায়ত শিক্ষা সম্পৰ্কীয় বিষয়ৰ আলোচনা হৈছে। দ্বিতীয় অধিকৰণৰ পয়ত্ৰিশটা অধ্যায়ত বিভাগীয় অধ্যক্ষসকলৰ কাৰ্যৰ অনুশীলন কৰা হৈছে। তৃতীয় অধিকৰণৰ কুৰিটা অধ্যায়ত ধৰ্ম আৰু বিচাৰ সম্পৰ্কীয় আলোচনাই ঠাই পাইছে। চতুৰ্থ অধিকৰণৰ তেৰটা অধ্যায়ত আছে অপৰাধ দমনৰ নীতি-নিৰ্দেশনা। পঞ্চম অধিকৰণৰ ছটা অধ্যায়ত যোগবৃত্ত বা ৰাজকীয় লোকৰ গোপন আচৰণ সম্বন্ধে আলোচনা পোৱা যায়। ষষ্ঠ অধিকৰণৰ মাত্ৰ দুটা অধ্যায়ত পোৱা যায় মণ্ডলযোনি বা ৰাজ্যৰ আধাৰস্বৰূপ ৰাজমণ্ডলৰ। সপ্তম অধিকৰণৰ ওঠৰ অধ্যায়ত ষাড়্গুণ' বা ছয় দফীয়া বৈদেশিক নীতিৰ আলোচনা পোৱা যায়। অষ্টম অধিকৰণৰ পাঁচটা অধ্যায়ত ব্যসন বা বিপদসমূহৰ বিষয় দেখা যায়। নৱম অধিকৰণৰ সাতটা অধ্যায়ত আছে দিগ্বিজয় কৰিবলৈ ওলোৱা ৰজাৰ কৰ্তব্যৰ নীতি-নিৰ্দেশনাবোৰ। দশম অধিকৰণৰ ছটা অধ্যায়ত সাংগ্ৰামিক অৰ্থাৎ যুদ্ধ সম্পৰ্কীয় কাৰ্যৰ আলোচনা কৰা হৈছে। একাদশ অধিকৰণৰ একমাত্ৰ অধ্যায়ত ভেদনীতিৰ প্ৰয়োগ সম্বন্ধে চমু আলোচনা কৰিছে। দ্বাদশ অধিকৰণৰ পাঁচটা অধ্যায়ত দুৰ্বল ৰজাৰ কৰ্তব্যবোৰৰ আলোচনা কৰিছে। ত্ৰয়োদশ অধিকৰণৰ পাঁচটা অধ্যায়ত দুৰ্গ দখল কৰাৰ উপায়বোৰৰ বিৱৰণ আছে। চতুৰ্দশ অধিকৰণৰ চাৰিটা অধ্যায়ত শত্ৰুসৈন্য ধ্বংসৰ গোপন ক্ৰিয়া-কলাপৰ আলোচনা কৰিছে। অন্তিম তথা পঞ্চদশ অধিকৰণৰ একমাত্ৰ অধ্যায়ত অৰ্থশাস্ত্ৰৰ উপপত্তি (আলোচনা প্ৰণালী) সম্বন্ধে আলোচনা কৰি গ্ৰন্থৰ মোখনি মাৰিছে।

**পৰৱৰ্তী সাহিত্যৰ ওপৰত অৰ্থশাস্ত্ৰৰ প্ৰভাৱ :—** সংস্কৃত সাহিত্যৰ বিশালতা সম্বন্ধে বৈদিক, লৌকিক তথা প্ৰকীৰ্ণকাণ্ড কেইটাত অনেকবোৰ অধ্যায়ত ব্যাপক আলোচনা কৰি আহিছে। অৰ্থশাস্ত্ৰ ৰচনাৰ পৰৱৰ্তী যুগৰ সাহিত্যৰ ওপৰত ইয়াৰ ব্যাপক প্ৰভাৱ লক্ষণীয়। তাৰদ্বাৰা এই মহদ্‌গ্ৰন্থৰ সাৰ্বজনীন মান্যতাৰ কথা প্ৰমাণিত হয়। খৃষ্টপূৰ্ব যুগৰপৰাই মহাকবি কালিদাস, যাজ্ঞবল্ক্য, বাৎস্যায়ন, বিষ্ণুশৰ্মা, দণ্ডী, বিশাখদত্ত, বাণ প্ৰভৃতি কবি, স্মৃতিকাৰ, গদ্যকাৰ আৰু নাট্যকাৰৰ ৰচনাৰ ওপৰত এই অৰ্থশাস্ত্ৰৰ পোণপটীয়া প্ৰভাৱ চকুত পৰে।

মহাকবি কালিদাসৰ (১০০খৃ০ পূ০?) 'ৰঘুবংশ', 'কুমাৰ সম্ভৱ' আৰু 'অভিজ্ঞান শাকুন্তলম্' প্ৰভৃতি গ্ৰন্থত অৰ্থশাস্ত্ৰৰ প্ৰভাৱ পৰিছে।[22] তেনেকৈ 'যাজ্ঞবল্ক্যস্মৃতি'ৰ (১৫০খৃ০)[23],বাৎস্যায়নৰ (৩০০ খৃ০) 'কামসূত্ৰ'ৰ ওপৰত[24] অৰ্থশাস্ত্ৰৰ প্ৰভাৱ চকুত পৰে।

সংস্কৃতত জনপ্ৰিয় সাধুকথাৰ প্ৰতিনিধিত্ব কৰা গ্ৰন্থ হ'ল বিষ্ণু শৰ্মাৰ 'পঞ্চতন্ত্ৰ'। ইয়াৰ ৰচনা ৩০০ খৃষ্টাব্দ মানত হৈছিল বুলি কোৱা হয়। কিন্তু সম্প্ৰতি ইয়াৰ মূল পাঠ পোৱা নাযায়। ইয়াৰ এঠাইত 'মনুস্মৃতি' আৰু 'কামশাস্ত্ৰ'ৰ দৰে 'অৰ্থশাস্ত্ৰ'কো এখন প্ৰামাণিক শাস্ত্ৰ বুলি কোৱা হৈছে

'ততো ধৰ্মশাস্ত্ৰাণি মন্বাদীনি। অৰ্থশাস্ত্ৰাণি চাণক্যাদীনি। কামশাস্ত্ৰাণি বাৎস্যায়নাদীনি।'

২২। ৰঘু' ১৫।২৯; কুমাৰ' ৬।৭৩; ৰঘু' ১৭।৪৯; ১২।৫৫; ১৭।৫৬;১৭।৭৬; ১৮।৫০; পঞ্চ' ২।৫ আদিৰ ওপৰত অৰ্থ ২।১; ১০।৭; ৭।৩; ৯।১, ৭।১৫;১।২; ৮।৩ আদিৰ প্ৰভাৱ পৰিছে।

২৩। বিদ্যালংকাৰ কৌটিল্য অৰ্থশাস্ত্ৰকী প্ৰস্তাৱনা, পৃ' ৮-৯।

২৪। কামসূত্ৰ ১।১।।

'পঞ্চতন্ত্ৰ'ৰ প্ৰথম অধ্যায়ৰ আন এঠাইত 'অৰ্থশাস্ত্ৰ'ক নয়ঃশাস্ত্ৰ বুলি কোৱা হৈছে।

সংস্কৃত নাট্য সাহিত্যত বিশাখদত্তৰ 'মুদ্ৰাৰাক্ষস' এক মহত্বপূৰ্ণ স্থান দখল কৰি আছে। নাটকখন সম্ভৱতঃ খৃষ্টীয় ৬০০ শতিকা মানত ৰচনা কৰা হৈছিল। এই নাটকখন আচাৰ্য কৌটিল্যৰ জীৱন বৃত্তৰ আধাৰতে ৰচনা কৰা হৈছে। ইয়াৰপৰা কৌটিল্য-চানক্যৰ মহান ব্যক্তিত্বৰ আভাস পোৱা যায়।

আলংকাৰিক দণ্ডী বিশাখদত্তৰ পৰৱৰ্তী পণ্ডিত। তেওঁ কথাকাৰো। তেওঁৰ দশকুমাৰ চৰিতত (উচ্ছ্বাস ৮) আচাৰ্য বিষ্ণুগুপ্ত ৰচিত দণ্ডনীতি অধ্যয়ন কৰিবলৈ উপদেশ দিছে। এই দণ্ডনীতি বিষ্ণুগুপ্তই (চন্দ্ৰগুপ্ত) মৌৰ্যৰ বাবে ছয় হাজাৰ শ্লোকত সংক্ষিপ্ত কৰি ৰচনা কৰিছিল। যিয়ে এই উত্তম গ্ৰন্থ অধ্যয়ন কৰিব তেওঁ যথোচিত ফল লাভ কৰিব বুলি কৈছে।

'অধীস্ব তাবদ্ধণ্ডনীতিম্। ইদমিদানীমাচাৰ্য বিষ্ণুগুপ্তেন মৌৰ্যাৰ্থে ষড়্‌ভিঃ শ্লোকসহস্ৰৈঃ সংক্ষিপ্তা। সৈৱেয়মধীত্য সম্যগনুষ্ঠীয়মানা যথোক্তকাৰ্যক্ষমেতি।'

খৃষ্টীয় সপ্তম শতিকাত বাণভট্টই ৰচনা কৰা অনুপম গদ্যকাব্য 'কাদম্বৰী'ত কৌটিলীয় অৰ্থশাস্ত্ৰৰ উল্লেখ কৰিছেঃ 'কিংবা তেষাং সাম্প্ৰতং যেষামতি নৃশংস প্ৰায়োপদেশে কৌটিল্যশাস্ত্ৰপ্ৰমানম্।' (যি সকলে অতিনৃশংস কাৰ্যক উচিত বুলি কোৱা কৌটিল্য শাস্ত্ৰক প্ৰমাণ বুলি মানি লয় সেই লোকসকলকনো কি বুলি কোৱা যায়।)

যিয়ে যি ধৰণে অৰ্থশাস্ত্ৰ বা তাৰ ৰচকৰ উল্লেখ নকৰক কিয় তাৰপৰা কৌটিল্য আৰু তেওঁৰদ্বাৰা ৰচিত অৰ্থশাস্ত্ৰৰ প্ৰভাৱকে কোনো প্ৰকাৰে স্বীকাৰ কৰি গৈছে।

**অৰ্থশাস্ত্ৰৰ পৰৱৰ্তী পৰম্পৰাঃ**— ওপৰত আমি অৰ্থশাস্ত্ৰত উল্লেখিত ১৮ জনমান অৰ্থশাস্ত্ৰকাৰৰ নাম আৰু সংক্ষেপ পৰিচয় দি আহিছো, যিসকলৰ গ্ৰন্থৰ আলমলৈ কৌটিল্যই অৰ্থশাস্ত্ৰ ৰচনা কৰিছিল। কৌটিল্যৰ পূৰ্বসূৰীসকলৰ প্ৰায়বোৰ দণ্ডনীতি বিষয়ক গ্ৰন্থ এতিয়া উপলব্ধ নহয়। কোৱাৰ প্ৰয়োজন নাই যে অকল মহাভাৰততে নহয় 'অগ্নি' আৰু 'মৎস্য' আদি পুৰাণতে অৰ্থশাস্ত্ৰ সম্বন্ধীয় চিন্তা-চৰ্চা পোৱা যায়। নৱম-দশম শতাব্দীৰ দুখন গ্ৰন্থ পোৱা যায়। তাৰে প্ৰথমখন 'বৃহস্পতি সূত্ৰ'। ড° এফ্, ডব্লিউ, থমাচে ইয়াক সম্পাদনা কৰি প্ৰকাশ কৰিছে। দ্বিতীয়খন গ্ৰন্থ 'নীতিবাক্যামৃত'। ইয়াৰ ৰচক হ'ল সোমদেৱ। ইয়াৰ উপৰিও হেমচন্দ্ৰৰ (১২ শ শতিকা) 'লঘৰ্হ নীতি', ধাৰাৰ ৰজা ভোজৰ (একাদশ শতিকা) 'যুক্তিকল্পতৰু', চণ্ডেশ্বৰৰ 'নীতিৰত্নাকৰ' আৰু 'নীতিপ্ৰকাশিকা' প্ৰভৃতি গ্ৰন্থবোৰে অৰ্থশাস্ত্ৰৰে পৰম্পৰা ৰক্ষা কৰিছে। এই পৰম্পৰা খৃষ্টীয় ওঠৰ শতিকালৈ চলিছিল। চতুৰ্দশ-অষ্টাদশ শতিকাৰ মাজত চন্দ্ৰশেখৰে 'ৰাজনীতি ৰত্নাকৰ', মিত্ৰ মিশ্ৰই 'বীৰমিত্ৰোদয়' আৰু নীলকণ্ঠই 'ৰাজনীতিময়ূখ' নামে তিনিখন গ্ৰন্থ ৰচনা কৰে। চন্দ্ৰশেখৰে তেওঁৰ 'ৰাজনীতি ৰত্নাকৰত 'ৰাজনীতি কল্পতৰু' আৰু 'ৰাজনীতিকামধেনু' নামে অন্য দুখন অৰ্থশাস্ত্ৰবিষয়ক গ্ৰন্থৰ উল্লেখ কৰিছে। ইয়াৰে প্ৰথমখনৰ ৰচক লক্ষ্মীধৰ আৰু দ্বিতীয়খনৰ ৰচকৰ নাম জনা নাযায়।

এনেদৰে যোৱা প্ৰায় আঢ়ৈ হেজাৰ বছৰ ধৰি 'অৰ্থশাস্ত্ৰ'ৰ এক সুদীৰ্ঘ পৰম্পৰা ভাৰতবৰ্ষত চলি আহিছিল। তাৰ মাজত কৌটিল্যৰ 'অৰ্থশাস্ত্ৰই' এক অতুলনীয় স্থান অধিকাৰ কৰি আহিছে আৰু কৌটিল্য বিষ্ণুগুপ্তৰ নাম অমৰ হৈ আছে।

□ □ □

# নৱম অধ্যায়

## কামশাস্ত্র

কামশাস্ত্রই বিস্তৃতভাৱে ৰতিবিজ্ঞানৰ বিষয়ে বৰ্ণনা কৰে। সাহিত্যৰ উপাদান হিচাপে ইয়াক অলঙ্কাৰ বা সাহিত্য শাস্ত্ৰৰ ভিতৰত ৰাখিব পাৰি। গতিকে ইয়াক সাহিত্যৰ এটি শাখা বোলাত বাধা নাই। এই শাস্ত্ৰতো নায়ক-নায়িকাৰ বিভাজন, তেওঁলোকৰ গুণ-অবগুণ, তেওঁলোকৰ মাজৰ প্ৰেম-পকিায়, তেওঁলোকৰ মাজত মিলন সাধনৰ উপায় আদি অভিনয় বা নাট্যশাস্ত্ৰৰ দৰে ইয়াতো বহলভাৱে বৰ্ণনা কৰা দেখা যায়। ভৱভূতিয়ে তেওঁৰ অন্যতম নাটক 'মালতী মাধৱৰ পাতত মুকলিকৈ কৈছে যে তেওঁৰ নাটক খনক এক প্ৰকাৰে কামসূত্ৰৰ উদাহৰণ বুলিব পাৰি।

ভাৰতীয় নাট্য পৰম্পৰাত ৰচিত অধিকাংশ নাটক শৃঙ্গাৰৰস প্ৰধান। অকল সেয়ে নহয় কালিদাসৰ কুমাৰ সম্ভৱ, ৰঘুবংশম্, শ্ৰীহৰ্ষৰ নৈষধচৰিত আদি মহাকাব্যত শৃঙ্গাৰ-চিত্ৰৰ প্ৰতিচ্ছবি অৱশ্যে দেখা যায়। ভৰত আদি নাট্যশাস্ত্ৰীয়ে আঠ বা নটা ৰসৰ ভিতৰত শৃঙ্গাৰ বা আদিৰসক মান্যতা দিছে।

ভাৰতীয় পৰম্পৰাত চাৰিটা পুৰুষাৰ্থক মানৱৰ লক্ষ্য বা উদ্দেশ্য বুলি কোৱা হয়ঃ 'ধৰ্মাৰ্থ কামমোক্ষাশ্চ পুৰুষাৰ্থা উদাহৃতাঃ।' আনকি হিন্দুসকলে কোনো ধৰ্মকাৰ্য আৰম্ভ কৰোঁতে এইদৰে সংকল্প লোৱা দেখা যায়ঃ 'ধৰ্মাৰ্থকামমোক্ষ- চতুৰ্বিধ পুৰুষাৰ্থসিধ্যাৰ্থং কৰ্ম কৰিষ্যে।' কিন্তু আমাৰ শাস্ত্ৰৰ দৃঢ় অভিমত এয়ে যে ধৰ্ম, অৰ্থ আৰু কাম এই তিনি বৰ্গক সমানে সমানে সেৱা কৰিব লাগে। যদি কোনোবাই ইয়াৰ এটাকহে প্ৰাধান্য দিয়ে; আন দুটাক আওকাণ কৰে, তেওঁক জঘন্য বুলি কোৱা হয়ঃ

ধৰ্মাৰ্থকামাঃসমমেৱ সেব্যাঃ। যো হ্যেকভক্তঃ সনৰো জঘন্যঃ। মহাভা'শা' ১৪৬।৩৯।

গতিকে চতুৰ্বৰ্গৰ ভিতৰত কামক তৃতীয় স্থানত ৰখা হৈছে। বুৰঞ্জীয়ে ঢুকি নোপোৱা কালৰেপৰা এই দেশত ধৰ্ম আৰু অৰ্থৰ লগত কামোপভোগকো মানুহৰ পুৰুষাৰ্থৰ ভিতৰুৱা বুলি মানি আহিছে। চতুৰ্থ অৰ্থ মোক্ষলাভৰ পথত ধৰ্ম আৰু অৰ্থৰ সেৱা যেনে প্ৰয়োজনীয়, তেনেকৈ কামকো সমানে আৱশ্যকীয় বুলি কোৱা হৈছে।

ভাৰতীয় পৰম্পৰাই এই চতুৰ্বৰ্গক লৈ গোপতে ব্ৰহ্মাদেৱে এখন এক লাখ অধ্যায়বিশিষ্ট গ্ৰন্থ প্ৰণয়ন কৰিছিল। ইয়াৰে আলম লৈ মনু আৰু বৃহস্পতিয়ে ক্ৰমে ধৰ্ম আৰু অৰ্থৰ ওপৰত দুখন সুকীয়া গ্ৰন্থ প্ৰণয়ন কৰিছিল। একেদৰে নন্দিন নামে মুনিয়ে এহেজাৰ অধ্যায়ত বিস্তৃত কামশাস্ত্ৰ ৰচনা কৰিছিল। ইয়াৰ সাৰভাগ লৈ শ্বেতকেতু আৰু বাভ্ৰব্যই গ্ৰন্থ দুখন ৰচনা কৰিছিল। বাভ্ৰব্যৰ গ্ৰন্থত ১৫০ অধ্যায় আছিল। গ্ৰন্থখন সাতভাগত বিভক্ত

আছিল। তাৰে প্ৰথমভাগত কামশাস্ত্ৰৰ গুণানুকীৰ্তন, দ্বিতীয়ভাগ সম্ভোগ ক্ৰীড়া, তৃতীয় ভাগত কন্যাসকলৰ শিক্ষণাদি, চতুৰ্থ ভাগত পতি-পত্নীৰ সম্বন্ধ, পঞ্চম ভাগত পুৰুষ পৰস্ত্ৰীৰ সম্ভাষণ, ষষ্ঠ ভাগত সাধাৰণ স্ত্ৰীৰ বৰ্ণনা কৰা হৈছিল।[১]

বাভ্ৰব্যৰ বিশাল গ্ৰন্থৰ বিভিন্ন বিষয়ক অবলম্বন কৰি চাৰায়ণ, সুবৰ্ণনাভ, ঘোটকমুখ, গোনৰ্দীয়, গণিকাপুত্ৰ, দত্তক আৰু কুচিমাৰে একোখনকৈ গ্ৰন্থ ৰচনা কৰিছিল। দুঃখৰ কাৰণ এয়ে যেকুচিমাৰৰ বাহিৰে আনসকলৰ গ্ৰন্থবোৰ কালৰ বুকুত হেৰাই গৈছে। পৰৱৰ্তী কালত বাৎসায়নে উক্ত গ্ৰন্থবোৰৰ সাৰ সংগ্ৰহ কৰি ৩৬ অধ্যায়ত 'কামসূত্ৰ' নামে প্ৰখ্যাত গ্ৰন্থ ৰচনা কৰিছিল।

**দত্তকঃ**— প্ৰাচীন ভাৰতৰ কামশাস্ত্ৰ বিষয়ৰ গ্ৰন্থ ৰচকসকলৰ ভিতৰত দত্তক অন্যতম। তেওঁৰ পিতৃ যদিও মথুৰাৰ ব্ৰাহ্মণ আছিল তথাপি তেওঁৰ জন্ম হৈছিল পাটলি পুত্ৰত (পাটনাত)। চালুকীয়া অৱস্থাতে তেওঁৰ মাতৃ বিয়োগ হোৱাত তেওঁক প্ৰতিপালন কৰিবলৈ আন এগৰাকী তিৰোতাৰ হাতত তেওঁক তুলি দিছিল। সেইবাবে তেওঁৰ নাম হৈছিল দত্তক। তেওঁ মানুহৰ আচাৰ-ব্যৱহাৰ আৰু জীৱন যাপনৰ উপায় আদি জানিবলৈ ইচ্ছা কৰি নাচনী তিৰোতাৰ ঘৰত আশ্ৰয় লৈছিল। নৰ্তকীসকলৰ লগত থাকি তেওঁ তেওঁলোকৰ কলা-কুশলতা সম্বন্ধে বিশেষ অভিজ্ঞতা অৰ্জন কৰিছিল। নাচনী আৰু গণিকাসকলৰ অনুৰোধক্ৰমে তেওঁ তেওঁলোকৰ জীৱিকা সম্বন্ধে কামশাস্ত্ৰ ৰচনাত হাত দিছিল। এইবোৰ কথা বাৎসায়নে তেওঁৰ গ্ৰন্থত উল্লেখ কৰি গৈছে ঃ

'তস্য ষষ্ঠং বৈশিকমধিকৰণং পাটলী পুত্ৰিকানাং গণিকানাং নিয়োগাৎ দত্তকঃ পৃথক্ চকাৰ।' কা সূ ১।

কিন্তু বেজাৰৰ কথা যে দত্তকে ৰচনা কৰা 'দত্তকসূত্ৰ' এতিয়া পোৱা নাযায়। তাৰে দুটা মাত্ৰ সূত্ৰ শ্যামিলক আৰু ঈশ্বৰদত্তৰ ৰচনাত উদ্ধৃত হৈছে। শূদ্ৰকৰ পাদ্মপ্ৰাভৃতক নাটকত দত্তকসূত্ৰৰ উল্লেখ কৰা হৈছে। গঙ্গাবংশীয় ৰজা দ্বিতীয় মাধৱ বৰ্মনে দত্তকসূত্ৰৰ ওপৰত এটা বৃত্তি ৰচনা কৰে। তেওঁৰ সাম্ভাব্য কাল খৃ ৩৮০ চন।

**কুচিমাৰ ঃ**— এই বিষয়ক গ্ৰন্থৰ পৰম্পৰাত অন্যতম গ্ৰন্থ হ'ল কুচিমাৰ বিৰচিত কুচিমাৰতন্ত্ৰ। উক্ত গ্ৰন্থৰ 'উপনিষদম্' অধ্যায় কেইটামান এতিয়াও পোৱা যায় আৰু সিবিলাক প্ৰকাশিতও হৈছে। এয়া কুচিমাৰ ক্ৰিয়াৰ বৰ্ণনা বিশেষ। ইয়াৰ প্ৰসিদ্ধিয়ে ইয়াক উপনিষদ বুলিবলৈ যথেষ্ট।

**বাৎসায়ন আৰু কামসূত্ৰ ঃ**— পৰম্পৰাই বাৎসায়নক এজন মুনি অথবা মহৰ্ষি আখ্যা দিছে। তেওঁৰ প্ৰকৃত নাম মল্লনাগ আৰু বাৎসায়ন তেওঁৰ গোত্ৰ নাম। যথা সম্ভৱ খৃ পূ ৪ৰ্থ অথবা ৩য় শতিকাত তেওঁৰ আবিৰ্ভাৱ হৈছিল। বাৎসায়নকৃত কামসূত্ৰ সমাজবিজ্ঞান আৰু ৰতি শাস্ত্ৰৰ পৰম্পৰাত এখন অমূল্য গ্ৰন্থ। এইখন গ্ৰন্থত আছে ৩৬ টা অধ্যায়। প্ৰাচীন ভাৰতৰ অধিবাসীসকলৰ ঘৰবাৰীৰ ভিতৰ চ'ৰাৰ অনেক কথা ইয়াত সন্নিবিষ্ট হৈছে। ভাৰতীয় পতিব্ৰতা নাৰীসকলৰ জীৱন আৰু চৰিত্ৰৰ অনেক চিত্ৰ ইয়াত চিত্ৰিত হৈছে। তেওঁলোক

১। কৃষ্ণ মাছৰিয়াৰঃ History of Classical Sanskrit literature, p.885

তেতিয়া পতিৰ ধনভৰালী আছিল। ইয়াত সেই সময়ত ডেকা নাগৰকসকলৰ জাকজমকতা বিশেষ সংস্কৃতি, প্ৰেম লীলা আৰু গণিকাৰ ঘৰলৈ যাতায়াতৰ কথা কোৱা হৈছে। ইয়াত যে কেৱল যুৱতী গণিকাসকলৰ সজ-অসজ ব্যৱহাৰ, ৰূপ-লাৱণ্য, ধনাঢ্যতাৰ কথাই ঠাই পাইছে এনে নহয়, তাৰ মাজত সমাজৰ অভিজাত শ্ৰেণী আৰু যুৱৰাজসকলৰ কাৰেঙৰ দুৰ্নীতি আৰু অপকৰ্মৰ চিত্ৰও দেখা যায়। সেই সময়ত কলাৱতী গণিকা, কলা কুশলী নৰ-নাৰী, অভিনেতা নাচনীসকলেও সমাজত এক উচ্চস্থান দখল কৰিছিল। এইদৰে এই অমূল্য গ্ৰন্থখনে পুৰণি ভাৰতবৰ্ষৰ সমাজৰ বিভিন্ন দিশৰ ওপৰত পোহৰ পেলাইছে।

ভোজৰ শৃঙ্গাৰ প্ৰকাশৰ উপৰিও যশোধৰ, ভাস্কৰ নৃসিংহ, বীৰভদ্ৰদেৱ, মল্লদেৱ প্ৰভৃতিয়ে কামসূত্ৰৰ ভাষ্য ৰচনা কৰিছে। ভোজৰ গ্ৰন্থখনক কামসূত্ৰৰ বিশদীকৰণ গ্ৰন্থ বুলিব পাৰি। যশোধৰৰ প্ৰখ্যাত ভাষ্যৰ নাম জয় মঙ্গলা। কোনো কোনোৱে ইয়াক শঙ্কৰাচাৰ্যৰ ৰচনা বুলি ক'ব খোজে। এই অভিমত সন্দেহাতীত নহয়।

বীৰভদ্ৰদেৱ আছিল ৰামচন্দ্ৰৰ পুত্ৰ। তেওঁ শালিবাহন গোষ্ঠীৰ বাঘেলা বংশৰ এজন ৰজা আছিল। তেওঁ কামসূত্ৰৰ প্ৰতিটো শ্লোকৰ ওপৰত ভাষ্য ৰচনা কৰিছিল আৰু ভাষ্যগ্ৰন্থখনক কন্দৰ্প চূড়ামণি বুলি জনা যায়। ইয়াৰ ৰচনা কাল ১৫৭৭ খৃষ্টাব্দ। একেদৰে বাৰাণসীৰ অধিবাসী ভাস্কৰ নৃসিংহই ১৭৮৮ খৃষ্টাব্দত এই বিষয়ক এখন গ্ৰন্থ প্ৰণয়ন কৰে। তাৰ সবিশেষ জনা নাযায়। ৰন্তিদেৱেও 'যোগাধিকাৰিকা' নামে ঔষধীৰ ওপৰত গ্ৰন্থ ৰচনা কৰে। একেদৰে নাগাৰ্জুন বা সিদ্ধ নাগাৰ্জুনে বৈশিক ৰসতন্ত্ৰ' নামে আন এখন পুথি লিখে।

**পদ্মশ্ৰী বা পদ্মশ্ৰীজ্ঞান ঃ—** পদ্মশ্ৰী আছিল এজন বৌদ্ধ সন্ন্যাসী। তেওঁ কুট্টনীমতৰ উল্লেখ কৰিছে আৰু শাৰ্ঙ্গধৰ পদ্ধতিত তেওঁৰ শ্লোকৰ উদ্ধৃতি দিয়াদেখি চাই তেওঁ প্ৰায় ১০০০ খৃষ্টাব্দমানত জন্মিছিল বুলি অনুমান কৰিব পাৰি। তেওঁ 'নাগৰ সৰ্বস্ব' নামে এখন গ্ৰন্থ ৰচনা কৰে। অষ্টাদশ ভাগত ৰচিত গ্ৰন্থখনত ৰসশাস্ত্ৰ আৰু ৰতি শাস্ত্ৰত পৈণত হ'বলৈ মানুহৰ আৱশ্যকীয় গুণৰ কথা উদাহৰণৰ সৈতে বৰ্ণনা কৰিছে। কোনো মানুহ বা পৰিয়ালৰ বাসস্থানৰ বিষয়ে চৰ্চা কৰাৰ লগতে তেওঁ প্ৰেম-পৰিণয় তথা যাদুমন্ত্ৰ আৰু ঔষধৰ বিষয়েও বহুত তথ্য দাঙি ধৰিছে। গ্ৰন্থখনৰ ওপৰত জমুমুখৰাম আৰু জগৎ জ্যোতিৰ্মল্ল (১৬১৭-১৬৩৩ খৃ°) নামে দুজনে ভাষ্য ৰচনা কৰিছে। নাগৰীদাসেও 'নাগৰ সমুচ্চয়' একে শাখাৰ গ্ৰন্থ ৰচনা কৰিছে।

**কল্যাণমালা ঃ—** কল্যাণমালা আছিল ঔধৰ শাসন কৰ্তা (আহমেদখানৰ পুত্ৰ) লডাখান লোডিৰ সভাসদ। এই মুছলমান শাসকজনক সন্তোষ দিবলৈ কল্যাণমালে 'অনঙ্গৰঙ্গ' নামে গ্ৰন্থ ৰচনা কৰে। দহটা অধ্যায় সম্পূৰ্ণ এই গ্ৰন্থখনত ৰকমে বিভিন্ন ৰমণীৰ কামসুলভ গুণসমূহৰ চৰ্চা কৰিছে।

**কক্কোক ঃ—** এওঁৰ পিতৃ আৰু পিতামহৰ নাম যথাক্ৰমে তেজোক আৰু পৰিভদ্ৰ। তেওঁ বৈন্যদত্ত নামে আশ্ৰয়দাতাক সন্তুষ্ট কৰিবলৈ দহটা অধ্যায়ত 'ৰতি ৰহস্য' নামে গ্ৰন্থ ৰচনা কৰে। গ্ৰন্থখনত কামসূত্ৰৰ সাৰাংশ বা সাৰকথা [illegible] তুলি ধৰিছে। গ্ৰন্থখনৰ আন নাম [illegible]।

ৰতি ৰহস্যৰ ওপৰত কাঞ্চীনাথ, অৱধ্ধ ৰামচন্দ্ৰ, কবি প্ৰভৃবে ভাষ্য লিখিছে। তাৰ ওপৰত হৰিহৰে ৰচনা কৰা ভাষ্যৰ নাম 'শৃঙ্গাৰসবন্ধপ্ৰদীপিকা'।

তাঞ্জৌৰত কামশাস্ত্ৰম্ বুলি এখন গ্ৰন্থ পোৱা গৈছে। ই ৰতিক্ৰিয়াৰ বিষয়ে ৰচিত শ্লোকৰ সংগ্ৰহ। গ্ৰন্থখনৰ প্ৰতিটো পাতত চিত্ৰৰ উদাহৰণ আছে। শ্লোকবোৰ ৰতিৰহস্যৰ পৰা লোৱা।

**হৰিহৰ**ঃ— ৰামবিদ্বতৰ পুত্ৰ হৰিহৰৰ উপাধি হ'ল সহজসাৰ স্বতচন্দ্ৰ। তেওঁ **ৰতিৰহস্য** বা **শৃঙ্গাৰ ভেদ প্ৰদীপিকা** বা **শৃঙ্গাৰ প্ৰদীপিকা** নামে গ্ৰন্থ ৰচনা কৰে। ইয়াৰ চতুৰ্থ অধ্যায়ত গ্ৰন্থকাৰে মন্ত্ৰ, যন্ত্ৰ আৰু ঔষধৰ বিৱৰণ দিছে। তেওঁ এজন তেলেগুভাষী কবি আছিল। তেওঁ ১৪৫০ খৃষ্টাব্দত ভাগৱত ৰচনা কৰিছিল। তেওঁ ত্ৰয়োদশ শতিকাৰ লোক। চন্দ্ৰৰ পুত্ৰ অন্য এজন হৰিহৰেও **'ৰতিদৰ্পণ'** নামে গ্ৰন্থ এখন ৰচনা কৰিছে।

**অনন্ত**ঃ— অনন্ত নামে পণ্ডিতে **'কামসমূহ'** নামে গ্ৰন্থ ৰচনা কৰে। গ্ৰন্থখনত প্ৰেম-পৰিশৰ সকলো দিশৰ চৰ্চা কৰিছে। গ্ৰন্থখন ঋতুৰ বৰ্ণনাৰে আৰম্ভ হৈছে। ইয়াত নাৰীসকলৰ বিভাগ আৰু প্ৰেমৰ বিভিন্ন স্তৰৰ কথা চৰ্চিত হৈছে। গ্ৰন্থখন ১৪৫৭ চনত ৰচিত। গ্ৰন্থখন বিভিন্নগ্ৰন্থৰ আলমত সংগৃহীত।

**ইম্মাদি প্ৰৌঢ়দেৱ ৰায়**ঃ— তেওঁৰ ৰচিত **'ৰতিৰত্ন প্ৰদীপিকা'** কামক্ৰীড়া বিষয়ক মনোগ্ৰাহী আৰু বহল ব্যাখ্যা পৰক গ্ৰন্থ। গ্ৰন্থখন সাম অধ্যায়ত বিভক্ত। ইয়াত নায়ক-নায়িকা প্ৰণয় ঘটিত বিষয়ৰ চৰ্চা কৰা হৈছে। লেখক বিজয় নগৰৰ ৰজা আছিল (১৪২২-৪৮ খৃষ্টাব্দ)।

শ্ৰী সসলি বীৰুনাৰাট্য নামে আন এজন গ্ৰন্থকাৰে পঞ্চদশ শতিকাত **'পঞ্চৰত্ন'** নামে গ্ৰন্থ ৰচনা কৰে। তেওঁ কৈছেঃ

ভুক্তিমুক্তিপ্ৰদং মাৰ ৰহস্যং পঞ্চৰত্নকম্।
ব্যঘক্তোপনিষৎসৰ্বং বীৰুণাৰঘ্যয়োগিৰাট্।।
বেৰুণাৰাধ্যই ইয়াৰ ভাষ্য ৰচনা কৰিছে।

**কবি শেখৰ জ্যোতিৰীশ্বৰ**ঃ— এওঁ **'পঞ্চসায়ক'** নামে গ্ৰন্থ ৰচনা কৰে। গ্ৰন্থখন চাৰি অধ্যায়ত ৰচিত। ইয়াত ক্ৰমে নাৰীৰ বৰ্গ, সম্ভোগৰ বিভিন্নতা, মন্ত্ৰ আৰু ঔষধৰ বিৱৰণ পোৱা যায়। তেওঁ কৈছেঃ

দৃষ্টা মল্লহাত্তমীশ্বৰকৃতং বাৎসায়নীয় মতং।
গোণীপুত্ৰকমূলদেৱভণিতং বাভ্ৰাব্য কাব্যামৃতম্।
শ্ৰীনন্দীশ্বৰ চিন্তিদেৱ ভণিতং ক্ষেমং চ বিদ্যাগমম্;
এতে কামিষু পঞ্চসায়কমিতি প্ৰীতিপ্ৰদং প্ৰাণিনাম্।।

ইয়াৰ পাছত তাঞ্জোৰৰ ৰজা শাহাজীয়ে (১৬৮৪-১৭১০ খৃ°) **'শৃঙ্গাৰমঞ্জৰী'** ৰচনা কৰে। ইয়াত তেওঁ একেধাৰে অলংকাৰ আৰু ৰতিশাস্ত্ৰৰ চৰ্চা কৰিছে। আন এজন গ্ৰন্থকাৰ মীননাথে স্মৰদীপিকা বা ৰতিৰত্ন প্ৰদীপিকা ৰচনা কৰে। ইয়াত লেখকে কৈছেঃ—

প্ৰথমং জাতিনিৰ্দেশ স্ততো নায়কলক্ষণম্।
ততশ্চাভ্যন্তৰ ৰতিঃ স্বাপ্যদাবাধি কাৰিতা।
বাৰ নাৰ্যধিকাৰশ্চ ক্ৰমশোহন্তে প্ৰদৰ্শিতঃ ।।

শ্ৰীনাথভট্ট নামে এজন লেখকে ১৬টা অধ্যায়ত ৰতিক্ৰিয়াত ব্যৱহৃত যাদুমন্ত্ৰৰ বিষয়ে এখন তন্ত্ৰ ৰচনা কৰে। অজ্ঞাত লেখকদ্বাৰা ৰচিত 'কামতন্ত্ৰ' নামে গ্ৰন্থ চতুৰ্দশ অধ্যায়ত পোৱা যায়। বৈদ্যনাথৰ 'ৰসিকৰঞ্জনম্', তেওঁৰ পিতৃ কামৰাজ দীক্ষিতৰ 'ৰসিকবোধিনী' আৰু কালিদাসৰ শৃঙ্গাৰতিলকম্ শৃঙ্গাৰ ৰসাত্মক কাব্য গ্ৰন্থ।

বিশ্বেশ্বৰৰ ৰসচন্দ্ৰিকাত নায়ক-নায়িকাৰ বৰ্ণনা পোৱা যায়। 'বিটবৃত্ত' নামে গ্ৰন্থত বেশ্যা আৰু তেওঁৰ প্ৰেমিকৰ সম্বন্ধলৈ ৰচিত এখন গ্ৰন্থ পোৱা গৈছে। ইয়াৰ ৰচক সৌমদত্তী বুলি জনা যায়। মাধৱৰ 'জড়বৃত্ত' নাচনীৰ বিষয়ে মূঢ়জনৰ হাস্যোদ্দীপক মন্তব্য পঢ়িবলৈ পোৱা যায়।

চিত্ৰধৰৰ 'শৃঙ্গাৰসাৰ', মূলদেৱৰ 'স্মৰদীপিকা', জয়দেৱৰ 'ৰতিমঞ্জৰী' কেশৱৰ 'কামাপ্ৰভৃতক', বৰদৰাজৰ 'কামানন্দ' প্ৰভৃতি এই পৰম্পৰাৰ গ্ৰন্থ। ইয়াৰ উপৰিও কৌতুকদেৱৰ 'অনঙ্গদীপিকা', 'ৰতিসাৰ', 'ৰতিচন্দ্ৰিকা' আৰু 'শৃঙ্গাৰকুতূহল' প্ৰভৃতি কামক্ৰীড়া সম্বন্ধে ৰচিত গ্ৰন্থবোৰ উল্লেখযোগ্য।[1]



১। এম, কৃষ্ণমাচাৰীয়াৰে তেওঁৰ History of Classical Sanskrit Literature গ্ৰন্থত (পৃ° ৮৮৫-৮৯৬) আৰু অনেক অৰ্বাচীন গ্ৰন্থৰ নামোল্লেখ কৰিছে। তথ্যৰ বিস্তৃত বাবে আমি তেওঁৰ ওচৰত ঋণবদ্ধ।

# দশম অধ্যায়

## সঙ্গীত শাস্ত্ৰ (গান্ধৰ্ববেদ)

## ভাৰতীয় সঙ্গীতৰ উৎপত্তি আৰু বিকাশ

**বৈদিক যুগ ঃ**

ভাৰতীয় সঙ্গীতৰ ইতিহাস অতি প্ৰাচীন। ভাৰতীয় পৰম্পৰাত ওঠৰখন শাস্ত্ৰৰ অস্তিত্বৰ কথা ষষ্ঠ অধ্যায়ত কৈ অহা হৈছে। চাৰিখন উপবেদৰ ভিতৰত গান্ধৰ্ববেদৰ নামোল্লেখ কৰি অহা হৈছে। ই সামবেদৰ সৈতে জড়িত। এই গান্ধৰ্ববেদকে উত্তৰকালত সঙ্গীত শাস্ত্ৰ বুলি প্ৰচলিত হৈছে। সঙ্গীতক সম্পূৰ্ণকৈ বিশ্লেষণ কৰিবলৈ হ'লে তিনিটা দিশলৈ লক্ষ্য ৰখা উচিতঃ (১) সঙ্গীতৰ উৎপত্তি বৰ্ণনা, (২) কলা আৰু বিজ্ঞান এই দুই শাখাত সঙ্গীতৰ প্ৰকৃত স্বৰূপ নিৰ্ণয় আৰু (৩) নানান দাৰ্শনিক ধাৰণাৰ মাজত ভাৰতীয় সঙ্গীতৰ স্থান নিৰূপণ।

সঙ্গীতৰ উৎপত্তিবাচক শব্দ সমষ্টি হৈছে সম্ + গৈ+ ক্ত অৰ্থাৎ 'সম্যক্‌গীত'। 'সম্' উপসৰ্গৰ আভিধানিক অৰ্থ দুটা ঃ (১) সমানভাৱে বা সমবেতভাৱে আৰু (২) সম্যক। গতিকে সম্ অৰ্থত সমানভাৱে ঐক্যবদ্ধ হৈ বা সমবেত হৈ গীত গোৱা ৰীতি প্ৰাচীন ভাৰতত প্ৰচলিত আছিল। সম্ শব্দৰ দ্বিতীয় অৰ্থ সম্যক। তাৰ অন্য অৰ্থ শুদ্ধ বা সম্পূৰ্ণ বা মনোজ্ঞৰূপে কৰা। গতিকে আটাইকেইটা বিশেষণ একেধাৰে সঙ্গীতৰ বৰ্ণনাত প্ৰচলিত।

'গীত বুলিলে আমি সাধাৰণতে গানকে বুজোঁ। কিন্তু গান শব্দটোৰ অৰ্থ ভাৰতীয় সঙ্গীতৰ পৰিপ্ৰেক্ষিতত অত্যন্ত ব্যাপক। গীত হ'ল তিনিটা বিভিন্ন ধ্বনিৰ আৰু শিল্প বিকাশ ৰীতিৰ সমবেত ৰূপ, যি নৃত্য, গীত আৰু বাদ্যৰে পৰিবেশিত হয়।'[১]

**ভাৰতীয় সঙ্গীত ঃ—** পাশ্চাত্যৰ ৰীতি অনুসৰি সঙ্গীতক কণ্ঠসঙ্গীত (Vocal music) আৰু যন্ত্ৰসঙ্গীতত (Instrumental music) দুই ভাগত ভগালেও ভাৰতীয় শাস্ত্ৰকাৰসকলে গীত বাদ্য আৰু নৃত্যৰ সমাৱেশকে সঙ্গীত বোলে। শাৰ্ঙ্গদেৱে তেওঁৰ 'সঙ্গীত ৰত্নকাৰ'ত সঙ্গীতৰ সংজ্ঞা নিৰূপণ কৰি কৈছেঃ 'গীতং বাদ্যংচ নৃত্যং চ ত্ৰয়ং সঙ্গীতমুচ্যতে' অৰ্থাৎ গীত, বাদ্য আৰু নৃত্যৰ সমাৱেশকে সঙ্গীত বোলে। পণ্ডিত অহোবলৰ 'সঙ্গীত পাৰিজাত' গ্ৰন্থতো ইয়াৰ প্ৰতিধ্বনি শুনা যায়ঃ

'গীত বাদিত্ৰনৃত্যানাং ত্ৰয়ং সঙ্গীতমুচ্যতে।
গানস্যাদৃত্ৰ প্ৰধানত্বাৎ তৎ সঙ্গীতমিতীৰিতম্।'

গীত, বাদ্য আৰু নৃত্যৰ সম্মিলিত পৰিবেশনকে সঙ্গীত বোলা হয়। এই তিনিটাৰ মাজত প্ৰাধান্য লাভ কৰে কণ্ঠ সঙ্গীতে। সেইবাবে কণ্ঠ সঙ্গীতকে সঙ্গীত বুলি বুজোৱা হয়।

১। উৎপলা গোস্বামীঃ ভাৰতীয় উচ্চাঙ্গসঙ্গীত, কলিকতা, পৃষ্ঠা -২।

অর্থাৎ অর্থবহ শব্দৰ সহযোগিতা তালৰ সহায়ত যি সুৰে কণ্ঠৰপৰা নিঃসৃত ভাবৰূপ সৃষ্টি কৰে বা গায়কৰ ভাব প্ৰকাশ কৰে তাকেই গীত বোলা হয়। বাদ্য বুলি কওঁতে আমি বুজো বাদ্যযন্ত্ৰৰ যি সুৰ তালৰ সহযোগত প্ৰকাশিত হৈ সুৰৰ মূৰ্তি গঢ়ি তোলে। আকৌ নৃত্যৰ মাধ্যমত অৰ্থাৎ ছন্দৰ সহযোগত সুললিত অঙ্গভঙ্গীৰ সহায়ত ভাব প্ৰকাশ কৰা হয়।[2] সেইকাৰণে গীত, বাদ্য আৰু নৃত্য প্ৰতিটো পৃথক বস্তু। একেলগে তিনিওটাৰ সমাবেশ সম্ভৱ অকল নহয়, অনেক সময়ত অপৰিহাৰ্যও গীত, বাদ্য আৰু নৃত্য পৃথক পৃথকভাৱে অনুষ্ঠিত হলেও এই তিনিটাৰ বা যিকোনো দুটাৰ একত্ৰ সমাবেশে প্ৰায়ে দেখা যায়।

**ভাৰতীয় সঙ্গীতৰ উৎপত্তিআৰু বিকাশ ঃ—** ভাৰতীয় কলা, সংস্কৃতি আৰু বিজ্ঞানৰ উৎস বিচাৰি গ'লে আমি সদায় বৈদিক যুগলৈ যাবলগীয়া হওঁ। তথাপি ১৯২২ চন মানত আবিষ্কৃত সিন্ধু সভ্যতাক বৈদিক সভ্যতাতকৈও প্ৰাচীন বুলি পণ্ডিতসকলে ধাৰণা কৰে। বৰ্তমান পাকিস্থানৰ অন্তৰ্গত লাৰকানা জিলাৰ মহেঞ্জোদাৰো আৰু পশ্চিম পঞ্জাবৰ মণ্টগোমাৰীৰ হৰপ্পাত প্ৰাচীন সভ্যতাৰ যি নিদৰ্শন পোৱা গৈছে তাৰ ভেটিত পণ্ডিতসকলে অনুমান কৰে যে আৰ্যসকলে ভাৰতলৈ অহাৰ আগতে ভাৰতত উন্নতৰ সভ্যতাৰ উন্মেষ হৈছিল। এই সভ্যতাক বোলা হয় সিন্ধু সভ্যতা।

সিন্ধু সভ্যতাৰ কাল সম্বন্ধে পণ্ডিতসকল একমত নহয়। এতিয়া পণ্ডিতসকলে অৱশ্যে খৃ পূ ৩০০০-২৫০০ অব্দৰ মাজত এই সভ্যতাৰ উদ্গম হৈছিল বুলি স্বীকাৰ কৰিছে। গৱেষকসকলৰ ভিতৰত জন মাৰ্শাল, ৰাখালদাস বন্দোপাধ্যায়, দয়াৰাম সাহনি প্ৰভৃতিৰ মতে সিন্ধুসভ্যতা প্ৰাগ্‌বৈদিক যুগৰ সভ্যতা। কিন্তু ড° লক্ষ্মণস্বৰূপ প্ৰভৃতি পণ্ডিতে কয় যে ঋগ্বৈদিক আৰ্যসকলেই সিন্ধুসভ্যতাৰ জনক আছিল। আৰ্যসকল এই দেশৰে অধিবাসী। এই সিদ্ধান্ত স্বীকাৰ কৰিলে বৈদিক যুগৰ আগতে ভাৰতত সঙ্গীত কলাৰ প্ৰসাৰ ঘটিছিল বুলি মানি ল'ব লগীয়া হয়। কাৰণ মহেঞ্জোদাৰো আৰু হৰপ্পাত প্ৰত্নতাত্ত্বিক খনন কৰোঁতে তাত সাতটা ছিদ্ৰ থকা বাঁহি, তন্ত্ৰীযুক্তবীণা, চামৰাৰ বিভিন্ন ধৰণৰ বাদ্যযন্ত্ৰ, নৃত্যৰতা নাৰী আৰু ব্ৰোঞ্জ নিৰ্মিত নৰ্তকসকলৰ ভগা মূৰ্তি আদি পোৱা গৈছে। নৃত্যৰ সৈতে সেই যুগত কৰতালৰ সহযোগ আছিল ; তদুপৰি নৃত্যৰ লগত মৃদঙ্গ, বেণু বা বাঁহি, তন্ত্ৰীযুক্ত বীণাজাতীয় বাদ্য যন্ত্ৰৰ সহযোগ আছিল। এইবোৰত সাতটাস্বৰ ধ্বনিত হৈছিল।[3] একেদৰে 'প্ৰিহিষ্টৰিক চিভিলাইজেশ্চন অফ্ ইন্দাচ ভেলি' গ্ৰন্থত ৰায়বাহাদুৰ দীক্ষিতেও একেদৰে মন্তব্য কৰি কৈছে — যে 'সেই যুগত নৃত্যৰ বাহিৰেও কণ্ঠসংগতৰ অনুশীলন চলিছিল। তন্ত্ৰীযুক্ত বীণা প্ৰভৃতি আৰু চামৰাৰ নিৰ্মিত মৃদঙ্গ জাতীয় বাদ্য যন্ত্ৰও আছিল। গান আৰু নৃত্যৰ সৈতে তাল আৰু লয় ৰক্ষা কৰিছিল সেই বাদ্যযন্ত্ৰবোৰে। ধ্বংস স্তূপৰ পৰা উদ্ধৃত মূৰ্তিৰ মাজত এনে এটা মূৰ্তি পোৱা গৈছে যাৰ ডিঙিত এটা মৃদঙ্গ ওলমি আছে। তদুপৰি দুটা চিলমোহৰত মৃদঙ্গৰ নিদৰ্শন দেখা পোৱা যায়। এই মৃদঙ্গৰ দুয়ো ফালে চামৰা লগোৱা আছিল। চিলমোহৰত পোৱা বাদ্যযন্ত্ৰৰ নিদৰ্শনৰ সৈতে বীণাৰ কিছু মিল দেখা যায়।

২। ভা° উ° স° পৃ° ৩।
৩। ষ্টুৱাৰ্ট পিগটঃ 'প্ৰিহিষ্টৰিক ইণ্ডিয়া', পৃ° ২৭০

একেদৰে ড° লক্ষ্মণস্বৰূপে তেওঁৰ দি ঋগ্বেদ এণ্ড মহেঞ্জোদাৰো' (ইণ্ডিয়ান কাল্‌চাৰ, অক্টোবৰ, ১৯৩৭) প্ৰবন্ধত লিখিছিল যে 'এটা চিলমোহৰত স্পষ্টভাৱে নৃত্যৰ ছবি খোদাই কৰা আছে। এজনে এটা বীণা বজাইছে, আৰু আন কোনো লোকে মৃদঙ্গৰ বাজনাৰ লগে লগে নৃত্য কৰিছে।' হৰাপ্পাৰ এটা চিলমোহৰত এটা বাঘৰ কাষত এজনী নৃত্যৰতা নাৰীমূৰ্তি দেখা পোৱা যায়।

এনেদৰে সিন্ধু উপত্যকাত হোৱা খনন কাৰ্যৰ ফলত পোৱা সঙ্গীত সাধনাৰ নিদৰ্শনৰপৰা সেই যুগৰ সসম্বন্ধ সঙ্গীত কলাৰ কতাৰ প্ৰমাণ পোৱা যায়। তথাপিও সেই যুগৰ সঙ্গীতে ভাৰতীয় সঙ্গীতত কোনো ধাৰাৰ সৃষ্টি কৰি যোৱা নাই। আন কথাত তাৰ ধাৰাবাহিকতা পোৱা নাযায়।

**বৈদিক যুগৰ সঙ্গীত ঃ—** হিন্দুসকলৰ পৰম পবিত্ৰ ধৰ্ম গ্ৰন্থ বেদ। বেদ চাৰিখনঃ ঋগ্বেৰ্বেদ, যজুৰ্বেদ, সামবেদ আৰু অথৰ্ববেদ। এই চাৰিবেদৰ সৈতে সংলগ্ন চাৰিজন পুৰোহিতঃ হোতা, অধ্বৰ্যু, উদ্‌গাতা আৰু ব্ৰহ্মা। এওঁলোকৰ মাজৰ উদ্‌গাতাই যজ্ঞত সামবেদৰ সামগান গায়। সামবেদৰ কৌথুমসংহিতাত মুঠতে ১৮১০ টা মন্ত্ৰ আছে। এইবোৰ ঋগ্বেদৰপৰা উদ্ধৃত। মাত্ৰ ৭৫ টা মন্ত্ৰহে মৌলিক। এই সংহিতা প্ৰধানতঃ দুই ভাগত বিভক্তঃ পূৰ্বাৰ্চিত আৰু উত্তৰাৰ্চিক বা স্তৌভিক। পূৰ্বাৰ্চিকত ৫৮৫ আৰু উত্তৰাৰ্চিকত ১২২৫ টা মন্ত্ৰ আছে। পূৰ্বাৰ্চিক ছটা প্ৰপাঠকত বিভক্ত। প্ৰতিটো প্ৰপাঠকত দহটাকৈ দশতি আছে। একোটা দশতিত আছে গড়ে দহটাকৈ ঋক। মন্ত্ৰসমূহ আকৌ উপাস্য দেৱতা অনুসৰি সংগৃহীত। প্ৰথম বাৰটা দশতিত অগ্নিৰ স্তুতি কৰা হৈছে। পিছৰ ছটা দশতিত বিভিন্ন দেৱতাৰ স্তুতি পোৱা যায়। পৰৱৰ্তী ত্ৰিশটা দশতিত অকল ইন্দ্ৰ দেৱতাৰ স্তুতিগীত সংগৃহীত হৈছে। শেষৰ এঘাৰটা দশতিত আছে সোমস্তুতি। এই আৰ্চিকত থকা মন্ত্ৰবোৰ সামগানযুক্ত আৰু সেইবোৰ বিভিন্ন সুৰত গোৱা হয়। মন্ত্ৰবোৰ গায়ত্ৰী, ত্ৰিষ্টুপ, অনুষ্টুপ, জগতী আৰু প্ৰগাথা ছন্দোবদ্ধ হ'লেও তাৰ আবৃত্তি শৈলী সামগান। সেয়ে 'ঋক্ সাম্নাং যোনিঃ অৰ্থাৎ ঋকবোৰক সামগানৰ মূল বুলি কোৱা হয়।

ইয়াৰ বিপৰীতে উত্তৰ আৰ্চিকত ১২২৫ ঋককলৈ চাৰিশমান সামন্ আছে। এই মন্ত্ৰবোৰ নটা প্ৰপাঠকত বিভক্ত। একোটা প্ৰপাঠকত দুটাকৈ বা তিনিটাকৈ 'অৰ্ধ' বুলি উপভাগ থাকে। সাধাৰণতে প্ৰতিটো সামত তিনিটাকৈ ঋক্‌মন্ত্ৰ থাকে। উত্তৰ আৰ্চিকৰ সামগানসমূহ প্ৰধান প্ৰধান সোমযাগবোৰত গোৱা হয়। সেইবাবে যজ্ঞৰ পৰাম্পৰা অনুসৰি এই মন্ত্ৰবোৰ সজোৱা হয়। যেনেঃ দশৰাত্ৰ, সম্বৎসৰ, একাহ, অহীন, সত্ৰ, প্ৰায়শ্চিত্ত আৰু ক্ষুদ্ৰ। যদিও পূৰ্ব আৰু আৰ্চিক দুটাৰ মন্ত্ৰবোৰ লিপিবদ্ধ ৰূপত পোৱা যায়, তথাপি এই সংহিতাৰ প্ৰাণস্বৰূপ সামগানবোৰ পৰম্পৰাক্ৰমে মুখ-বাগৰি চলি আহিছে। কণ্ঠ আৰু যন্ত্ৰ উভয় প্ৰকাৰ সঙ্গীতৰ মাধ্যমতে সামগানবোৰ যাগ-যজ্ঞত গোৱা হয়।

লিপিবদ্ধ পাঠতকৈ সামবেদীসকলে মন্ত্ৰৰ ছন্দ-মাত্ৰা আদিৰ সূক্ষ্মাতিসূক্ষ্মতালৈ অধিক গুৰুত্ব দিয়ে। সামগানৰ অৰ্থলৈ বৰ কম ভ্ৰূক্ষেপ কৰা হয়। তেওঁলোকে সিবোৰৰ সুৰৰ

ওপৰত অধিক মনোযোগ দিয়ে। কাৰণ, সামগানৰ সুৰ শিকোৱাটোৱে তেওঁলোকৰ মুখ্য উদ্দেশ্য। সেইবাবে উদ্গাতা হ'বলৈ হ'লে পোনতে পূৰ্বাৰ্চিকৰ সহায়ত সামবোৰ শিকিব লাগে। যিহেতু এটা সামৰ সুৰ পূৰ্বাৰ্চিকত সংগৃহীত কোনো এটা ঋক বা ঋকত্ৰয়ৰ ওপৰত নিৰ্ভৰ কৰে, সেয়ে ঋকক সামৰ যোনি বা মূল বুলি কোৱা হয়। সচৰাচৰ কেইটামান ঋক নিৰ্দিষ্ট সামৰ যোনি বুলি বিবেচিত হয়। ঋক্‌বোৰ আকৌ বিভিন্ন সামগানত ব্যৱহাৰ কৰিবলৈ পাৰি। সেইবাবে পূৰ্বাৰ্চিকৰ ৫৮৫ টা ঋকক দুগুণ সামগীতত গাব পাৰি। এনেদৰে নিৰ্দিষ্ট অনেকবোৰ সাম বিভিন্ন নামেৰে জনা যায়।[৪] সেইবোৰ একোজন ঋষিৰ নামেৰে জড়িত। অৰ্থাৎ সামবোৰৰ স্ৰষ্টা ঋষিৰ নাম পৰম্পৰাগতভাৱে জনা যায়।[৫] সামবেদীয় ব্ৰাহ্মণত সামবোৰত কাৰ্যকৰী গুণাগুণ আৰু সেইবোৰ দৃষ্ট হোৱাৰ পটভূমি পঢ়িবলৈ পোৱা যায়। সামবোৰৰ ভিতৰত দুটা উৎকৃষ্ট নাম হৈছে 'বৃহৎ'[৬] আৰু 'ৰথন্তৰ'; দুয়োটাৰ স্ৰষ্টা ঋষি যথাক্ৰমে ভৰদ্বাজ বাৰ্হস্পত্য আৰু বশিষ্ঠ মৈত্ৰাবৰুণি। উদ্গাতা হ'ব খোজা লোকে সামবোৰ কণ্ঠস্থ কৰি সমস্ত সংহিতা ঋক্‌বোৰৰ ক্ৰম অনুসৰি শিকিব লাগে। পূৰ্বাৰ্চিকৰ সামগানবোৰ জনাৰ পাছত উত্তৰাৰ্চিকৰ স্তোত্ৰবোৰো যথাযথভাৱে শিকিব লাগে।

গানসমূহ ঃ— সংহিতাৰ দুয়োটা আৰ্চিকতে মৌখিকভাৱে প্ৰচলিত পাঠ পৰম্পৰাক্ৰমে পোৱা যায়। সিবোৰৰ সৈতে আকৌ কেতবোৰ 'গান' বা গীতৰ পুথি মুখে মুখে চলি আহিছে। তাত গানবোৰ পোৱাৰ সময়ত হোৱা পৰিবৰ্তনবোৰক 'স্তোভ' আদি বুলি জনা যায়।[৭]

সামগানৰ পৰম্পৰাত চাৰিখন গানৰ পুথি হাত বাগৰি আহিছে। তাৰে এখনৰ নাম 'গ্ৰামগেয়গান'। এইবোৰ গান গাঁৱে-ভূঞে গাব পাৰি। এই গানবোৰ বৈদিক আৰু বৈদিকোত্তৰ কালত গাৱঁত বা নগৰত ৰাজকীয় বা ৰাজহুৱা ভাৱে অনুষ্ঠিত যাগ-যজ্ঞবোৰত উদ্গাতা আৰু তেওঁৰ সহযোগী ঋত্বিকসকলে বীণাৰ সঙ্গমত পৰিৱেশন কৰিছিল। এই গানৰ পুথিখন পূৰ্বাৰ্চিকৰ লগৰীয়া। ই সোতৰটা প্ৰপাঠকত বিভক্ত। ইয়াৰ গানবোৰ পূৰ্বাৰ্চিকৰ সামবোৰৰ ক্ৰম অনুযায়ী সজ্জিত।

অন্য দুখন গান 'আৰণ্যগান' আৰু 'আৰণ্যগেয়গান' বুলি জনাজাত। এই পুথিখনো পূৰ্বাৰ্চিকৰ সহযোগী বুলি জনা যায়। ইয়াৰ গানবোৰ সাধাৰণলোকৰ গ্ৰহণীয় নহয়। কাৰণ ইবোৰ তেওঁলোকৰ বাবে বিপজ্জনক আৰু ৰহস্যময়। সেইবাবে এই গানবোৰ লোকালয়ৰ আঁতৰত হয় মৰুভূমিত নহয় অৰণ্যৰ মাজতহে গোৱা নিয়ম। পুথিখন ছটা প্ৰপাঠকত বিভক্ত।

তেনেদৰে 'ঊহগান' আৰু 'ঊহ্যগান' আন দুখন গানৰ হাত পুথি পোৱা যায়। দুয়োখন পুথি উত্তৰাৰ্চিকৰ লগৰীয়া। দুয়োখন গানৰ পুথিৰ ক্ৰমশঃ 'গ্ৰামগেয়গান' আৰু

---

৪। বাসুদেৱ শৰ্মা ঃ [illegible] ইন্ এনচিয়েণ্ট ইণ্ডিয়া, [illegible], দিল্লী, পৃষ্ঠা, ২১৮ [illegible]।
৫। উক্তগ্ৰন্থ, পৃষ্ঠা, ২১৯;
৬। ভ'গীতা, ১০।৩৫।
৭। বাসুদেৱ শৰ্মাৰ বৈদিক সাহিত্যৰ ৰূপৰেখা, পৃষ্ঠা, ৩৫-৩৬।

'আৰণ্যগেয়গান'ৰ সমান্তৰালভাৱে প্ৰচলিত আৰু সেইবোৰৰ সৈতে বিজড়িত। কিয়নো, 'উহগান'ত 'গ্ৰামগেয়গান'ৰ ক্ৰম আৰু 'উহ্যগান'ত 'আৰণ্যগেয়গান'ৰ ক্ৰম নিৰ্দিষ্ট আছে। 'উহগান' আৰু উহ্যগান' ক্ৰমে তেইশ আৰু ছটা প্ৰপাঠকত বিভক্ত।

সামৰভাগ বা অংশ :— পৰম্পৰামতে একোটা সামত পাঁচটা ভাগ থাকেঃ (১) হিঙ্কাৰ, (২) প্ৰস্তাৱ, (৩) উদ্গীথ (৪) প্ৰতিহাৰ আৰু (৫) নিধন। (১) 'হুম্' শব্দ উচ্চাৰণ পূৰ্বক প্ৰস্তোতাই আৰম্ভ কৰা স্তুতিকে প্ৰস্তাৱ বোলে। (২) 'তম' শব্দ উচ্চাৰণ কৰি উদ্গাতাই গানত ভাগলোৱা অংশক বোলে উদ্গীথ। (৩) প্ৰতিহৰ্তাই 'হুম' বুলি গানত ভাগ লোৱা অংশক বোলা হয় প্ৰতিহাৰ। ইয়াৰ দুটা ভাগ থাকেঃ তাৰে উপদ্ৰৱ নামে অংশটো উদ্গাতাই গায় আৰু নিধন বোলা অংশটো 'ওম্' বুলি তিনিওজন ঋত্বিকে গায়। ঋগ্বেদৰ ৬।১৬।১০ ঋক্টো সামবেদৰ প্ৰতীক মন্ত্ৰ হিচাপে পোৱা যায়। তাৰে গীত গানটোক ওপৰত নিৰ্দিষ্ট সামৰ পাঁচভাগৰ উদাহৰণৰূপে তুলি ধৰিব পাৰিঃ মন্ত্ৰটোঃ

অগ্ন আয়াহি বীতয়ে
গৃণানো হব্যদাতয়ে।
নিহোতা সৎসি বৰ্হিষি।।

সামগানত ইয়াত সুৰ হ'বঃ—

হুম্ ও অগ্ন ই (প্ৰস্তাৱ)
ওম্ আয়াহি বীতয়ে গৃণানো হব্যদাতয়ে (উদ্গীথ)
নিহোতা সৎসি বৰ্হিষি ওম্ (প্ৰতিহাৰ)

শেষাংশক আকৌ ভাগ কৰিলে এনে হ'বঃ

নিহোতা সৎসিৰ- (উপদ্ৰৱ)
হিঁষি ওম্ (নিধন)।

ছান্দোগ্য উপনিষদত (২।২।১) সামৰ এই অংশবোৰক যথাক্ৰমে পৃথিৱী, অগ্নি, অন্তৰিক্ষ, আদিত্য আৰু দ্যৌৰে একাত্মক কৰি দেখুৱাই সিবোৰৰ গুৰুত্ব প্ৰতিপাদন কৰিবলৈ যত্ন কৰা দেখা যায়।

সামগানৰ স্বৰ :— সামবেদৰ সঙ্গীত ভাৰতীয় মাৰ্গ সঙ্গীতৰ মূলসূতি। ঋগ্বেদৰ ঋকবোৰ উদাত্ত, অনুদাত্ত আৰু স্বৰিত উচ্চাৰিত হয়। কিন্তু সামবেদৰ গানবোৰ সাতস্বৰত গোৱা হয়। সেই স্বৰবোৰ ক্ৰমে ক্ৰুষ্ট, প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ, মন্দ্ৰ বা পঞ্চম আৰু অতিস্বাৰ্য। ইয়াৰে ক্ৰুষ্টস্বৰটোক কেতিয়াবা প্ৰথম আৰু কেতিয়াবা ষষ্ঠস্বৰ বুলি বিবেচনা কৰা হয়। সামবিধান ব্ৰাহ্মণত কোৱা হৈছে যে প্ৰজাপতিয়ে ব্ৰহ্মাণ্ড সৃজন কৰোঁতে এই স্বৰবোৰ বিভিন্ন প্ৰাণীক দান কৰিছিল। গতিকে দেৱতাসকলে ক্ৰুষ্টস্বৰ, মানুহে প্ৰথম, গন্ধৰ্ব-অপ্সৰাসকলে দ্বিতীয়, জন্তুবোৰে তৃতীয়, পিতৃ আৰু চৰাইবোৰে চতুৰ্থ, দৈত্যবোৰে পঞ্চম, গছ বিৰিখবোৰে অতিস্বাৰ্য বা অন্ত্যস্বৰ লাভ কৰে। নাৰদীয় শিক্ষাতো (৭।৬-৮) একে কথাকে কোৱা হৈছে। পৰৱৰ্তী কালত সেই সপ্তস্বৰক ক্ৰমশঃ ষড়জ, ঋষভ, গান্ধাৰ, মধ্যম,

পঞ্চম, ধৈৱত আৰু নিষাদ বুলি কোৱা হয়। সংক্ষেপতে প্ৰথম আখৰ কেইটাকে সা (ষা), ৰি, গা, মা, পা, ধা, নি বুলি ইঙ্গিত কৰা হয়।

<u>হাতেৰে সুৰৰ মুদ্ৰাদান প্ৰথা</u> ঃ— সামগানৰ কণ্ঠ সংগীতৰ লগে লগে যন্ত্ৰ সংগীতৰো প্ৰচলন আছিল। উদ্‌গাতা প্ৰভৃতিয়ে সামগান গোৱাৰ সময়ত বীণাৰ ব্যৱহাৰ কৰিছিলে। বীণা দুই প্ৰকাৰৰ আছিল, দাৰবী বীণা আৰু গাত্ৰবীণা। কাঠেৰে নিৰ্মাণ কৰা দাৰবী বীণাৰ তাঁৰত সুৰ বন্ধা আছিল। আনহাতে সামগসকলে হাতৰ আঙুলিৰে স্বৰৰ নিৰ্দেশ কৰে। যেনেঃ বৃদ্ধাঙ্গুষ্ঠ থিয় কৰি ক্ৰুষ্টস্বৰ, নিৰ্দেশিকা বা দ্বিতীয় আঙুলিৰে দ্বিতীয়, মাধ্যমিকা বা তৃতীয় আঙুলিৰে তৃতীয়, অনামিকাৰে চতুৰ্থ, চতুৰ্থ আঙুলিৰে পঞ্চম, বাকী দুটা স্বৰ সৰু আঙুলিৰ মূলেৰে নিৰ্দেশ কৰা হয়।

<u>সামৰ স্বৰলিপি</u> ঃ— ঋগ্বেদৰ স্বৰলিপিৰ তুলনাত সামবেদৰ স্বৰলিপি অধিক জটিল। ঋগ্বেদৰ স্বৰ ঘাইকে তিনিটাঃ উদাত্ত, অনুদাত্ত আৰু স্বৰিত। সামবেদত সুৰ, স্বৰগ্ৰাম আৰু তানৰ ইঙ্গিতো আছে। যিহেতু ঋগ্বেদীয় মূল তিনিটা স্বৰৰপৰাই সামবৈদিক সপ্তস্বৰৰ উদ্ভৱ হৈছে, গতিকে সপ্তস্বৰক উদাত্ত, অনুদাত্ত আৰু স্বৰিত এই তিনিটা স্বৰত ভগাব পাৰি। নিষাদ আৰু গান্ধাৰ উদাত্তস্বৰ, ঋষভ আৰু ধৈৱত অনুদাত্তস্বৰ আৰু ষড়জ, মধ্যম আৰু পঞ্চম স্বৰিতস্বৰ। ভৰতেও নাট্যশাস্ত্ৰত (৭।৩-৪) তাকে কৰিছে। এই সপ্তস্বৰক বুজাবলৈ ১,২,৩ সংখ্যা সামৰ ওপৰত লিখা হয়। দীপ্ত, আয়ত, মৃদু, মধ্যা আৰু কৰুণা এই পাঁচ শ্ৰুতিৰপৰাহে সপ্তস্বৰৰ উদ্ভৱ হৈছে। শব্দৰ আৰম্ভণিত সংখ্যা চিহ্নিত কৰি এই শ্ৰুতিবোৰ বুজোৱা হয়। আয়ত শ্ৰুতি প্ৰথম স্বৰত থাকে আৰু তাক '∧' চিনেৰে দেখুৱা হয়। দ্বিতীয় স্বৰত থাকে দীপ্তা শ্ৰুতি আৰু তাক ↑ চিনেৰে দেখুৱা হয়। কৰুণা শ্ৰুতি ক্ৰুষ্টা স্বৰত থাকে আৰু তাক ১/২ চিনেৰে দেখুৱা হয়। কিন্তু 'মৃদু' আৰু 'মধ্যা' শ্ৰুতিক বুজাবলৈ কোনো চিন ব্যৱহাৰ কৰা দেখা নাযায়। সামৰ আদিতে সংখ্যা লিখাৰপৰা স্বৰৰ উমান পোৱা যায়। ইয়াৰপৰা সেই স্বৰক সঁচাৰ কাঠিৰূপে ষড়জক বুজিব লাগে। Rau আদি লিখি বাঢ়িব লগীয়া মাত্ৰাক বুজোৱা হয়। ই স্বৰৰ মাত্ৰা দুই (দীৰ্ঘ) হ'ব বুলি বুজায়। মাজত দিয়া বাধা চিনেৰে একে উশাহে মাতিব লগা শাৰীক বুজায়। তাক পৰ্ব বোলে। কেতিয়াবা অৱগ্ৰহ (S) ব্যৱহাৰ কৰি ঋকৰ আখৰৰ দৈৰ্ঘ্য বুজোৱা হয়।

<u>ঋকসমূহৰ পৰিৱৰ্তন</u> ঃ— আগতে কৈ অহা হৈছে যে ঋক্‌বোৰ সামৰ মূলোৎস। ঋকক সামলৈ পৰিৱৰ্তন কৰিবলৈ আঠ প্ৰকাৰৰ ব্যৱস্থা গ্ৰহণ কৰা হয়। সেই আঠটা উপায় হৈছেঃ (১) বিকাৰ, (২) বিশ্লেষণ, (৩) বিকৰ্ষণ, (৪) বিৰাম, (৫) অভ্যাস, (৬) লোপ, (৭) আগম আৰু (৮) স্তোভ। (১) এটা আখৰ বা বৰ্ণৰ অস্তিত্ব থাকোঁতেই তাৰ ঠাইত আনবৰ্ণৰ উচ্চাৰণক বিকাৰ বুলি কোৱা হয়। (২) সন্ধি ভঙাক বিশ্লেষণ কয়। (৩) চুটি সুৰৰ সলনি দীঘলীয়া সুৰ অথবা দীৰ্ঘ সুৰৰ ঠাইত চুটি সুৰৰ উচ্চাৰণক বিকৰ্ষণ বোলে। (৪) বিশেষ সুৰ এটাত বৈ যোৱাকেই বিৰাম কয়। (৫) কোনো বৰ্ণৰ তিনিবাৰ পুনৰুক্তি হোৱাকে অভ্যাস বোলে। (৬) বৰ্ণৰ বিলুপ্তিক কয় লোপ। (৭) অতিৰিক্ত সুৰৰ সংযোজনক আগম

বুলি কয়। (৮) ঋকৰপৰা সামলৈ হোৱা পৰিবৰ্তনবোৰৰ ভিতৰত স্তোভকেই অধিক গুৰুত্বপূৰ্ণ বুলি কোৱা হয়। ইয়াক ঋকৰ ৰূপ বৈচিত্ৰ বুলিব পাৰি। ই তিনি প্ৰকাৰৰঃ (১) বৰ্ণ স্তোভঃ বৰ্ণ বা আখৰেৰে (ই বা অৰে) ঋকবোৰ সুসম্পূৰ্ণ হ'লে তাক বোলে বৰ্ণস্তোভ। (২) পদস্তোভ ঃ যেতিয়া 'হ'তই, 'হ'ত উ আদি শব্দ মাজত সুমুৱাই যি সংস্কাৰ কৰা হয় তাক বোলে পদস্তোভ। (৩) বাক্যস্তোভঃ য'ত বাক্য সুমুৱাবলগীয়া হয়, গানৰ সংস্কাৰৰ খাতিৰতে তাক বাক্যস্তোভ বোলা হয়।

ইবিলাকৰ উপৰিও সামগই গান গাঁওতে আন প্ৰকাৰেও সুৰৰ পৰিবৰ্তন বা ভাজ দিবলগীয়া হয়। তাৰে কেইটামান হ'ল ঃ একে সুৰতে অৱস্থান কৰা কাৰ্য, যাক সম্প্ৰসাৰণ বোলে; পাঁচটা সুৰৰ ধাৰাত এটা সুৰৰ দীৰ্ঘীকৰণ, যিটো সাধাৰণতে নিধনৰ সময়ত কৰা হয়। আকৌ প্ৰেঙ্খ হ'ল এক প্ৰকাৰৰ স্বৰভঙ্গী, যাক অনুকম্পনৰ ফল পাবলৈ কৰা হয়। সাধাৰণতে স্তোভতেই ইয়াক থৃটুৱা হয়।

বৈদিক সাহিত্যৰপৰা বৈদিক যুগৰ বাদ্যযন্ত্ৰ আৰু নৃত্য সম্বন্ধে অনেক কথা জনা যায়। ঋক্ সংহিতাত নৃত্যৰ উল্লেখ আছে। ক্ষৌণী, আঘাতি, ঘাতলিকা, কাণ্ডি, বাণ, ঔদুম্বৰী, কাত্যায়ণী, পিচ্ছোৰা প্ৰভৃতি বেণু আৰু বীণাৰ প্ৰচলন আছিল বৈদিক যুগত। ছামৰাৰ বাদ্য যন্ত্ৰ হিচাপে দুন্দুভি, ভূমি দুন্দুভি প্ৰভৃতি আৰু গৰ্গৰি, পিঙ্গ, নাড়ী, বনস্পতি, কৰ্কৰি প্ৰভৃতি বাদ্য যন্ত্ৰৰ ব্যৱহাৰ বৈদিক যুগত হৈছিল। তদুপৰি শততাঁৰ যুক্ত বাণবীণা, গো সাপৰ চামৰাৰ গোধাবীণা আৰু ধনু বাদ্যযন্ত্ৰৰ উল্লেখ বৈদিক সাহিত্যত পোৱা যায়।

<u>উপনিষদত সঙ্গীত</u> ঃ— বেদ বুলি কলে তাৰ দ্বাৰা মন্ত্ৰ সংহিতা, ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদক বুজোৱা হয়। পণ্ডিত ৰাধাকৃষ্ণণৰ মতে উপনিষদৰ কাল ১০০০খৃষ্টাব্দ। মন্ত্ৰ আৰু ব্ৰাহ্মণক কৰ্মকাণ্ড বোলা হয়। আৰণ্যক আৰু উপনিষদবোৰ বেদৰ জ্ঞান কাণ্ড। উপনিষদবোৰত ব্ৰহ্ম বা মোক্ষ বিষয়ক আলোচনা পোৱা যায়। বেদৰ আনবোৰ অংশৰ দৰে উপনিষদতো আৰ্যসকলৰ ধৰ্মদৰ্শন, সমাজ আৰু ব্যক্তিৰ জীৱনৰ অনেক কথা পোৱা যায়।

যদিও আমি ২০০ দুশতকৈও অধিক উপনিষদ দেখিবলৈ পাওঁ তাৰ মাজত দহ বাৰখনমানহে প্ৰাচীন আৰু যথাৰ্থ উপনিষদ পাওঁ। সেইবোৰ ঐতৰেয়, কৌশিতকী, বৃহদাৰণ্যক, ঈশ, তৈত্তিৰীয়, কঠ, মৈত্ৰায়ণি, শ্বেতাশ্বতৰ, ছান্দোগ্য, কেন, মণ্ডুক, মাণ্ডুক্য আৰু প্ৰশ্ন। এইবোৰৰ ভিতৰত মাত্ৰ তিনিখন উপনিষদতহে সঙ্গীতৰ উপাদান চকুত পৰে। সেই উপনিষদ তিনিখন হৈছে ঃ ছান্দোগ্য, বৃহদাৰণ্যক আৰু তৈত্তিৰীয়।

ছান্দোগ্য উপনিষদত আমি প্ৰথমে ওঙ্কাৰক উদ্গীথৰূপত উপস্থাপন কৰা নিৰ্দেশ দেখা পাওঁ; দ্বিতীয় মন্ত্ৰত ওঙ্কাৰক কিয় উদ্গীথ বোলা হয় তাৰ ব্যাখ্যা আৰু তৃতীয় মন্ত্ৰত উদ্গীথক সামবেদৰ ৰস বা সাৰাংশ বোলা হৈছে .... পুৰুষস্য বাগ্‌ৰসো, বাচ ঋগ্‌ ৰস, ঋচঃ সামৰসঃ সাম উদ্গীথো ৰসঃ'।(ছা° ১।২)। এই উপনিষদত নৃত্য, গীত আৰু বাদ্যৰ উল্লেখ আছে। তাৰপৰা জনা যায় যে যজ্ঞানুষ্ঠানত বিভিন্ন ঋকত বি ভৱ পাঠ কৰা হৈছিল।

তাৰ মাজত ছন্দ, তাল আৰু সুৰৰ সমাবেশ ঘটিছিল। তাৰ পৰা বুজা যায় যে সেই যুগত স্বৰবৰ্ণৰ হ্ৰস্ব, দীৰ্ঘ আৰু প্লুতৰ সু প্ৰয়োগ হৈছিল।

মাৰ্গ আৰু আধুনিক সঙ্গীতৰ মাজত পোৱা সাতটি স্বৰৰ নাম আগতে কৈ অহা হৈছে। ছান্দোগ্য উপনিষদত্ব উদ্‌গানত ব্যৱহৃত আৰু সাতটা স্বৰৰ নাম পোৱা যায়; সেই কেইটা ঃ বিনাদ, অনিৰুক্ত, নিৰুক্ত, মৃদু, শ্লক্ষ্ণ, ক্ৰৌঞ্চ আৰু অপধ্বস্তি। বহুতে ক'ব খোজে যে সামৰ বাইশটা অক্ষৰৰ পৰাই পৰৱৰ্তী কালৰ বাইশটা শ্ৰুতি পৰিকল্পিত হৈছিল।

বৃহদাৰণ্যকত উদ্‌গান (সামগানৰ এশ্ৰেণী) ৰ বিষয়ে আলোচনা আছে। ইয়াত গায়ত্ৰী প্ৰভৃতি ছন্দৰ আলোচনা দেখা যায়। সংগীতৰ উপাদানৰ কথা ইয়াতো ছান্দোগ্যৰ দৰে পোৱা যায়।

তৈত্তিৰীয় উপনিষদৰ শিক্ষাবল্লীত অতি সামান্য সঙ্গীতৰ ইঙ্গিত চকুত পৰে। ঐতৰেয় আৰণ্যক আৰু কঠোপনিষদত নৃত্য বা গীতৰ উল্লেখ চকুত পৰে।

পুৰাণ সাহিত্যত সঙ্গীত ঃ— প্ৰাচীন ভাৰতীয় সাহিত্যত ইতিহাস (মহাভাৰত আৰু ৰামায়ণ) আৰু পুৰাণ গ্ৰন্থসমূহে এক বিশাল ক্ষেত্ৰ অধিকাৰ কৰি আছে। আমাৰ পৰম্পৰাত আছে ওঠৰখন মহাপুৰাণ আৰু ওঠৰখন উপপুৰাণ। তদুপৰি স্থলপুৰাণ কেতবোৰো আছে। পুৰাণ সাহিত্যৰ উল্লেখ বেদ-বেদাঙ্গ আৰু মহাভাৰততো উল্লেখিত হৈছে। ইয়ে প্ৰমাণ কৰে যে পুৰাণৰ মূলস্ৰোত বৈদিক সংহিতাৰ সমানে প্ৰাচীন।[৮] পুৰাণবোৰত সঙ্গীত সম্পৰ্কে যি তথ্য আছে সংগীতৰ ইতিহাসৰ দৃষ্টিৰে সি বৰ মূল্যবান। বিশেষতঃ মাৰ্কণ্ডেয় পুৰাণ, বায়ুপুৰাণ আৰু বৃহদ্‌ধৰ্ম পুৰাণত সঙ্গীত সম্পৰ্কে অনেকবোৰ তথ্য সমাৱিষ্ট হৈ আছে।

মাৰ্কণ্ডেয় পুৰাণত সঙ্গীত ঃ— পুৰাণসমূহত ভিতৰত মাৰ্কণ্ডেয় পুৰাণ অন্যতম প্ৰাচীন আৰু প্ৰামাণিক গ্ৰন্থ। ইয়াৰ প্ৰবক্তা মাৰ্কণ্ডেয় ঋষি। ইয়াত ২৩৮ টা অধ্যায় আছে। সকলো অধ্যায়তে সঙ্গীতৰ কথা নাই। পণ্ডিত এচামৰ মতে মাৰ্কণ্ডেয়, বায়ু পুৰাণ প্ৰভৃতি পুৰাণ কিছুমান গুপ্তযুগত (৩য়-৭ম শতিকা) সংকলিত হৈছিল। মাৰ্কণ্ডেয় পুৰাণৰ প্ৰথম অধ্যায়ৰ ৩৪-৩৫ শ্লোকত নৃত্য আৰু নৰ্তকৰ গুণাগুণ সম্বন্ধে সাধাৰণ উল্লেখ হৈছে। তাৰ বৰ্ণনা এনেকুৱাঃ দেৱৰাজ ইন্দ্ৰৰ সভাত এদিন নাৰদ আৰু ৰম্ভা, মিশ্ৰকেশী, উৰ্বশী, তিলোত্তমা, মেনকা প্ৰভৃতি অপ্সৰাসকল উপস্থিত আছিল। তেতিয়া দেৱৰাজ ইন্দ্ৰই দেৱৰ্ষি নাৰদক ক'লে, 'দেৱৰ্ষি, আপুনি অপ্সৰাসকলক নৃত্য কৰিবলৈ আদেশ কৰক।' তেতিয়া নাৰদে অপ্সৰা সকলক উদ্দেশ্য কৰি ক'লে, 'তোমালোকৰ মাজত যিজনীয়ে নিজকে সবাতোকৈ ৰূপ, গুণ আৰু ঐশ্বৰ্যত শ্ৰেয় বুলি ভাবে তেওঁ আমাৰ আগত নৃত্য কৰকঃ

যুৱকমিহ সৰ্বাসাং ৰূপৌদাৰ্য গুণাধিকম্।
আত্মানং মন্যতে যা তু সা নৃত্যতু সমাজতঃ।।'

কাৰণ, ৰূপৱতী আৰু গুণৱতী নহ'লে নাট্যশাস্ত্ৰত সিদ্ধিলাভ নহয়। আৰু হাত-ভাৱ আৰু কটাক্ষ-বিক্ষেপাদি বিশিষ্ট নাচকে নৃত্য বোলা হয়, আনবোৰ নৃত্য বিড়ম্বনা মাত্ৰ

৮। মাৰ্কণ্ডেয়, ১।৩৪।

গুণৰূপবিহীনায়াঃ সিদ্ধির্নাট্যস্য নাস্তি বঃ।
চাৰ্বধিষ্ঠানবন্নৃত্যং নৃতমন্যদ্বিড়ম্বনম্।।[৯]

ভৰত নাট্যশাস্ত্ৰতো কোৱা হৈছে যে নৃত্যত সকলোৰে অধিকাৰ নাই। কাৰণ, ৰস আৰু ভাবৰ অভিব্যক্তি নহ'লে নৃত্য বিফল হয়। মাৰ্কণ্ডেয় পুৰাণত একে কথাকে কোৱা হৈছে।

উক্ত পুৰাণৰ ২৩ শতম অধ্যায়ত সঙ্গীতৰ বিষয়ে আলোচনা কৰা হৈছে। এই অধ্যায়ত আছেঃ নাগৰাজ অশ্বতৰে দেৱীসৰস্বতীক তপস্যাৰে সন্তুষ্ট কৰি বৰ মাগিছে 'মোৰ ভাই কম্বল আৰু মোৰ যেন সঙ্গীত শাস্ত্ৰৰ সকলো জ্ঞান অধিগত হয়।' তেতিয়া সৰস্বতীয়ে যি কথাৰে তেওঁক বৰ দান কৰিছিল, সঙ্গীতৰ আলোচনা প্ৰসঙ্গত তাৰ প্ৰয়োজনীয়তা যথেষ্ট বুলি বুজা হয়। দেৱীয়ে কৈছেঃ 'নাগৰাজ, তোমালোক দুয়োয়ে সাতটা স্বৰ, সাতটা গ্ৰামৰাগ[১০], সাত প্ৰকাৰ গ্ৰীতি, সাতটা মূৰ্চ্ছনা, উন্ পঞ্চাশটা তান ষড়জ আদি তিনিটা গ্ৰাম (ষড়জ, মধ্যম, গান্ধাৰ), চাৰি প্ৰকাৰৰ আতোদ্য (বিবিধ বাদ্যমন্ত্ৰ), তিনি প্ৰকাৰ জ্যোতি আৰু তিনিটা লয় ইত্যাদি সম্বন্ধে জ্ঞান লাভ কৰিবা। মোৰ প্ৰসাদতে এইবোৰৰ অন্তৰ্গত স্বৰ, ব্যঞ্জন আদি যাৱতীয় উপাদানৰ অধিকাৰী হ'বা। তোমালোকে স্বৰ্গ, মৰ্ত্য,পাতালত, কাৰ্যতঃ সকলোলোকতে সঙ্গীতৰ ধাৰক আৰু বাহক হিচাপে সমাদৰ লাভ কৰিবা।'[১১] সম্ভৱতঃ অশ্বতৰ আৰু কম্বল কোনোবা ঐতিহাসিক সঙ্গীতজ্ঞ লোক আছিল।

পুৰাণত পোৱা এইবোৰ উপাদানৰ পৰা বুজা যায় যে নাৰদে তেওঁৰ শিক্ষা গ্ৰন্থত উল্লেখ কৰা ষাড়ৱ, পঞ্চম, মধ্যমগ্ৰাম, ষড়জগ্ৰাম, সাধাৰিত, কৌশিক মধ্যম আৰু কৌশিক এই সাতটা গ্ৰামৰাগৰ প্ৰচলন পৌৰাণিক যুগতো আছিল। পুৰাণোক্ত সাতটা গীতৰ কথা মতঙ্গই তেওঁৰ 'বৃহদ্দেশী' গ্ৰন্থতো উল্লেখ কৰিছে; যথা-শুদ্ধা, ভিন্নকা, গৌড়িকা, ৰাগ গীতি, সাধাৰণী, ভাষা, বিভাষা। তিনিটা গ্ৰামৰ ভিতৰত গান্ধাৰ গ্ৰাম লোপ পালেও তাৰ উল্লেখ আছে। তিনি প্ৰকাৰ লয় হ'লঃ বিলম্বিত, মধ্য আৰু দ্ৰুত। পদ দুই প্ৰকাৰঃ নিবদ্ধ আৰু অনিবদ্ধ। সমা, স্ৰোতগতা আৰু গোপুচ্ছা হৈছে তিনি প্ৰকাৰ যতি। তালৰ লয় ৰক্ষাৰ বাবে লোৱা বিশ্ৰামকে যতি বোলা

৯। উক্তগ্ৰন্থ, ১।৩৫।
১০। জাতিৰাগৰ পৰা উদ্ভূত ৰাগকে গ্ৰামৰাগ বোলা হৈছে।
১১। মাৰ্কণ্ডেয় পুৰাণ, ২৩।৫১-৫৭ঃ—
সপ্তস্বরা গ্রামরাগাঃ সপ্ত পন্নগসত্তম। গীতকানি চ সপ্তৈব তাবতীশ্চাপি মূর্চ্ছনাঃ তানাশ্চৈকোনপঞ্চাশৎ তথা গ্রামত্রয়ঞ্চ যৎ। এতৎ সর্বং ভবান্ গাতা কম্বলশ্চ তথানঘ। জ্ঞাস্যসে মৎপ্রসাদেন ভুজগেন্দ্রাপরং তথা। চতুর্বিধং পদং তালং ত্রিপ্রকারং লয়ত্রয়ম্। যতিত্রয়ং তথা তোদ্যং ময়া দত্তং চতুর্বিধম্। এতদ্ভবান মৎপ্রসাদাৎ পন্নগেন্দ্রাপরঞ্চ যৎ অস্যান্তর্গতমায়ত্তং স্বর ব্যঞ্জন সম্মিতম্। তদশেষং ময়া দত্তং ভবতঃ কম্বলস্য চ।। ইত্যাদি।

হয়। এই যতি তিনিপ্ৰকাৰঃ (১) আদি, মধ্য আৰু অন্তত যদি এটা লয়ৰ সমাৱেশ হয় তাক সময় যতি বোলে। (২) গীতিৰ আদিত বিলম্বিত, মাজত আৰু শেষত দ্ৰুতলয়ৰ সমাৱেশ থাকিলে তাক স্ৰোতগতা (স্ৰোতগতা?) যতি বোলে। (৩) আকৌ গীতিৰ আগভাগত দ্ৰুত, মাজত আৰু শেষত বিলম্বিত লয়ৰ সমাৱেশ ঘটিলে তাক গোপুচ্ছা যতি বোলে। আনৰ মতে দ্ৰুত, মধ্য আৰু শেষত বিলম্বিত লয়ৰ সমাৱেশ হ'লে তাকেহে গোপুচ্ছা বোলে।[১১]

চাৰিটা তাল হ'ল আবাপ, নিস্ক্ৰাম, বিক্ষো, প্ৰৱেশক গ্ৰামৰ পাছৰ মন্ত্ৰ; ইবোৰৰ সাতটাকে মূৰ্চ্ছনাৰ উল্লেখ কৰা হৈছে।

মাৰ্কণ্ডেয় পুৰাণৰ ত্ৰয়বিংশ অধ্যায়ৰ ৯৮ নং শ্লোকত বীণা, বেণু, মৃদঙ্গ, পণৱ, আতোদ্য প্ৰভৃতি বাদ্যৰ উল্লেখো আছেঃ

গীতশব্দৈস্তথান্যত্ৰ বীণা-বেণু স্বনানুগৈঃ।
মৃদঙ্গ-পণবাতোদ্যং হ্যবিবেশ্মশতাকুলম্।।

নৃত্যৰ প্ৰসঙ্গত নাট্যশাস্ত্ৰৰ ১২৭ অধ্যায়ত যিবোৰ হাবভাব, অঙ্গভাব মুদ্ৰাদিৰ যথোপযোগ্য প্ৰয়োগ ভাবৰ উল্লেখ আছে, সেইবোৰ অপ্সৰাসকলে অনুসৰণ কৰি নৃত্য কৰা কথাও উল্লেখ কৰা হৈছে। মাৰ্কণ্ডেয় পুৰাণৰ যুগত নৃত্য, বাদ্য আৰু গীতৰ সমন্বয়ও সঙ্গীত যে পূৰ্ণৰূপে বিকশিত হৈছিল তাৰ প্ৰমাণ ভালদৰেয়ে বুজিব পাৰি। তেতিয়া নাট্যভিনয়ৰ প্ৰচলনো আছিল। বিশ্বাচী, ঘৃতাচী, তিলোত্তমা প্ৰভৃতিয়ে নৃত্য প্ৰদৰ্শন কৰিছিল। তেতিয়া বিবাহ উপলক্ষেও নাচ, গান আৰু বাজনাৰ অবাধ প্ৰচলন আছিল। সুৰাসক্ত ৰজাক বাৰবনিতাসকলে নৃত্য-গীতেৰে সন্তুষ্ট কৰিছিল।

বায়ুপুৰাণত সঙ্গীত ঃ— এই পুৰাণৰ লগত ব্ৰহ্মাণ্ড পুৰাণৰ বিষয় সাম্য চকুত পৰে। বায়ুপুৰাণক মহাভাৰত আৰু হৰিবংশৰ পাছতে সবাতোকৈ পুৰণি বুলি গণ্য কৰা হয়। হৰিবংশৰ কিছু অংশৰপৰা বায়ুপুৰাণত উদ্ধৃত কৰা হৈছে। পুৰাণখন খৃষ্টীয় তৃতীয়-চতুৰ্থ শতিকামানত ৰচিত হৈছিল বুলি অনুমান কৰা হয়।

বায়ুপুৰাণৰ ৮৬ আৰু ৮৭ নং অধ্যায়ত সঙ্গীতৰ আলোচনা কৰা হৈছে। এই পুৰাণত সঙ্গীতক গান্ধৰ্ব বিদ্যা বোলা হৈছে। কোনোবা এদিনত সূত পুত্ৰক প্ৰশ্ন কৰা হৈছিল, 'হে সূতপুত্ৰ, যি গান শুনি কেইতক ৰজাই সুদীৰ্ঘ কালক মুহূৰ্ত মাত্ৰ বুলি জ্ঞান কৰিছিল সেই গাননো কি?' সেই প্ৰশ্নৰ উত্তৰত সূতপুত্ৰই কৈছিল যে সেই গান বা গান্ধৰ্ব হৈছে স্বৰমণ্ডল সমন্বিত আৰু তাত ৭ টা স্বৰ, ৩ টা গ্ৰাম, ২১ টা মূৰ্চ্ছনা আৰু ৪৯ তানৰ সমাৱেশ হয়। বায়ুপুৰাণৰ এটা শ্লোকত মাৰ্কণ্ডীয় শিক্ষাৰ স্বৰমণ্ডলৰ প্ৰতিধ্বনি শুনা যায়। নাৰদে কৈছে যে মধ্যম গ্ৰামত সৌবীৰি, কলোপনতা (কলোপনতা), শুদ্ধ মধ্যমা, হৰিণাশ, শাৰ্ঙ্গী, পাৱনী আৰু দৃষ্টিকা এই সাতটা মূৰ্চ্ছনা আছে। কিন্তু নাট্যশাস্ত্ৰকাৰ ভৰতৰ মতে মধ্যম গ্ৰামত সৌবৰি, হৰিণাশ্বা, কলোপনতা, শুদ্ধমধ্যমা, মাৰ্গবী, পৌৰবী আৰু হৃষ্যকা এই সাতটা মূৰ্চ্ছনাৰ সমাৱেশ হয়। শিক্ষাকাৰ

নাৰদ, নাট্যশাস্ত্ৰকাৰ ভৰত, সঙ্গীত মকৰন্দকাৰ আৰু শাৰ্ঙ্গদেৱে মোটামুটিকৈ বায়ুপুৰাণত পোৱা মধ্যম গ্ৰামৰ মূৰ্চ্ছনাবোৰৰ নাম আৰু বিভেদ উল্লেখ কৰিছে। গতিকে নাৰদীয় শিক্ষাক বাদদিলে দুই এটা নামৰ বিকৃতিক এৰি থৈ বাকীবোৰৰ মিল চকুত পৰে।[১৩]

বায়ুপুৰাণত গান্ধাৰ গ্ৰামৰ মূৰ্চ্ছনা সম্বন্ধে অগ্নিষ্টোমিক, বাজপেয়িক, আশ্বমেধিক, বায়ু পুৰাণত গান্ধাৰ গ্ৰামৰ মূৰ্ছনা সম্বন্ধে আগ্নিষ্টোমিক, ৰাজপেয়িক, আশ্বমেধিক ৰাজসূয়, চক্ৰ সুৱৰ্ণক, গোতৰ, মহাবৃষ্টিক, ব্ৰহ্মদান, প্ৰাজাপত্য, নাগপক্ষাশ্ৰয়, হয়ক্ৰান্ত, মৃগকান্ত, বিষ্ণুক্ৰান্ত, সূৰ্যক্ৰান্ত, সুৱৰ্ণ, বিষ্ণু, বিনত প্ৰভৃতিৰ নামোল্লেখ কৰিছে। এইবোৰ প্ৰকৃততে মূৰ্চ্ছনা নে তান তাকো বিচাৰ কৰি চোৱা দৰকাৰ।

তান আৰু মূৰ্চ্ছনাবোৰক যদি মতঙ্গৰ 'বৃহদ্দেশী'গ্ৰন্থৰ লগত তুলনা কৰি চোৱা যায় তেতিয়া বায়ুপুৰাণৰ গ্ৰন্থকাৰক মতঙ্গৰ ওচৰত ঋণী বুলি নকৈ নোৱাৰি। বায়ুপুৰাণত গ্ৰন্থকাৰে মূৰ্চ্ছনাবোৰৰ নামৰ সাৰ্থকতা সম্বন্ধে আৰু তাৰ লগতে সিবোৰৰ অধিষ্ঠাত্ৰী দেৱতাৰ পৰিচয় দিবলৈ চেষ্টা কৰা দেখা যায়। উদাহৰণস্বৰূপে, মাৰ্গী মূৰ্চ্ছনাৰ অধিদেৱতা মৃগেন্দ্ৰ বুলি কোৱা হৈছে। পুৰাণৰ ৮৭।৪৬ শ্লোকত সঙ্গীতৰ স্থান, বৰ্ণ, বৰ্ণালংকাৰ, গীতালংকাৰ, স্বৰৰ মন্দ্ৰ-মধ্যতা অনুসৰি স্থান কাল আদিৰ পৰিচয় দিয়া হৈছে। পুৰাণখনত ৩০০ গীতালঙ্কাৰৰ উল্লেখ আছে। নাট্যশাস্ত্ৰত ৩৩ টা অলংকাৰ উল্লেখ চকুত পৰে। পুৰাণত যি বহিৰ্গীতৰ পৰিচয় পোৱা যায় তাৰ সংজ্ঞা দিবলৈ গৈ কৈছেঃ যথাৰ্থভাৱে স্বৰবোৰ আলাপত ব্যৱহৃত হ'লে তাক গীত বোলা হয় আৰু যদি গীতটো তাৰ নিৰ্দিষ্ট স্বৰৰ পৰা অন্য স্বৰলৈ লীলায়িত হয় তাক বহিৰ্গীত বোলে। বায়ুপুৰাণত গীত আৰু বহিৰ্গীতৰ সংজ্ঞা সম্পূৰ্ণ নতুন যেন লাগে। তেতিয়া যিভাৱে এই বিলাক প্ৰয়োগ হৈছিল সেই প্ৰয়োগৰ ধাৰা পাছলৈ বিলুপ্ত হৈছে। এই ক্ষেত্ৰত ভৰত আৰু পুৰাণত সাদৃশ্য দেখা নাযায়। ভৰতে গীত ৰা গীতি বোলোঁতে গ্ৰামৰাগ গীতি, ব্ৰহ্মগীতি, মাগধী প্ৰভৃতি বিচিত্ৰ প্ৰকাৰৰ গীতিৰ পৰিচয় দিছে। বহিৰ্গীত সম্বন্ধে তেওঁ কয় যে এই গান ৰঙ্গৰ বাহিৰত গোৱা হয়। ভৰতৰ বহিৰ্গীত বৈদিক, বহিস্পৱমান স্তোত্ৰ গীতৰেই যেন পৰৱৰ্তী ৰূপ। সেয়ে নাট্যশাস্ত্ৰত বৈদিকৰ সৈতে লৌকিকৰ এটি যোগসূত্ৰৰ আভাস পোৱা যায়। বায়ুপুৰাণত মদ্ৰক গীতৰো উল্লেখ আছে। কিন্তু এই ক্ষেত্ৰতো ভৰতৰ বৰ্ণনাৰ লগত পুৰাণৰ কোনো মিল নাই। পুৰাণখনত গীতিৰ পদভেদ, ৰীতিভেদ প্ৰভৃতি বহু কথা কোৱা হৈছে, কিন্তু বহুসময়ত ইবোৰ উল্লেখৰ উদ্দেশ্য বুজা নাযায়।[১৪]

১৩। গোস্বামীঃ ভাৰতীয় উচ্চাঙ্গ সঙ্গীত, পৃষ্ঠা, ১২।
১৪। গোস্বামীঃ ভাৰতীয় উচ্চাঙ্গ সঙ্গীত, পৃষ্ঠা, ১৩।

বৃহদ্ধৰ্ম পুৰাণত সঙ্গীত ঃ— বৃহদধৰ্ম পুৰাণত মধ্যম খণ্ডৰ চতুৰ্দশ অধ্যায়ত সঙ্গীতৰ আলোচনা কৰা হৈছে। দেবৰ্ষি নাৰদে দেৱী সৰস্বতীৰ বিষয়ে আলোচনা আৰম্ভ কৰিছে বিষ্ণুৰ সৈতে। দেবৰ্ষিয়ে সঙ্গীত আৰু বিষ্ণুক অভিন্ন বুলি প্ৰতিপাদন কৰিছে। দুয়োয়ে ব্ৰহ্মাৰ অংশ বুলি কৈছে 'গানঞ্চ ব্ৰহ্ম'। পুৰাণখনত প্ৰত্যক্ষভাৱে সঙ্গীতৰ আলোচনা কৰা নাই। সঙ্গীতৰ ৰাগক স্ত্ৰী আৰু পুৰুষ এই দুই ভাগত ভগাইছে। ইয়াত ছয়টা ৰাগ আৰু ছয়ত্ৰিশটা ৰাগিনীৰ উল্লেখ কৰিছে। এই পুৰাণৰ মতে অভিজাত সঙ্গীতক অনুশীলন কৰিবলৈ হ'লে স্বৰ [illegible]ৰ কৌশল, তাৰ মনোহাৰিত্ব জনাৰ উপৰিও ব্যাকৰণত অভিজ্ঞ হ'ব লাগে। নহ'লে সি মাৰ্গসঙ্গীত নহৈ দেশী সঙ্গীতত পৰিণত হয়।

এই পুৰাণত কোৱা হৈছে যে সঙ্গীতৰ ভাষাই পদগত অৰ্থ প্ৰকাশ কৰে। যদি সেই পদত স্বৰ সন্নিবিষ্ট হয় তেনেহ'লে সি সকলো প্ৰাণীৰ মনোৰঞ্জন কৰে আৰু সি ৰস সৃষ্টি কৰে। 'ৰস সাক্ষাৎকাৰী' কথাষাৰৰপৰা বুজা যায় যে পুৰাণকাৰে শান্ত, দাস্য প্ৰভৃতি আঠ-নটা ৰসৰ কথা জানিছিল। ৰসৰ পৰা ভাৱৰ অভিব্যক্তি হয়। সেইবাবে পুৰাণকাৰে সঙ্গীতৰ প্ৰসঙ্গত ৰসৰ প্ৰাধান্য আৰু আৱশ্যকতাক এৰাব পৰা নাই। সাতটা স্বৰৰ কোনটো স্বৰত কেইটা শ্ৰুতিৰ সন্নিৱেশ হৈছে তাকো কোৱা হৈছে। গ্ৰন্থকাৰে বাইশটা শ্ৰুতিৰ কথা ক'লেও চব্বিশটা শ্ৰুতিৰ সংস্থান দেখুৱাইছে। যেনেঃ— ষড়জৰ চাৰিটা, ঋষভৰ দুটা, গান্ধাৰৰ তিনিটা, মধ্যমৰ চাৰিটা, পঞ্চমৰ তিনিটা, ধৈৱতৰ দুটা আৰু নিষাদৰ ছটা— এনেদৰে ২২ টাৰ ঠাইত ২৪ টা শ্ৰুতিৰ সংস্থান দেখুৱা হৈছে। মতঙ্গৰ বৃহদ্দেশীত ৬৬ টা শ্ৰুতিৰ কথা কৈছে। পুৰাণ কাৰে ছয়টা প্ৰধান ৰাগ আৰু ছয়ত্ৰিশটা ৰাগিনীৰ কথা কৈছে আৰু সিবোৰৰ পৰিচাৰক আৰু পৰিচাৰিকা হিচাপে অন্যান্য ৰাগ-ৰাগিনীৰ পৰিচয় দিছে। তেওঁৰ মতে ছয়টা ৰাগ হৈছে— কামোদ, বসন্ত, মল্লাৰ, বিভাস, গান্ধাৰ আৰু দীপক। পৰিচাৰক-পৰিচাৰিকাৰ তালিকাও তেওঁ দিছে। কিন্তু এই ৰাগ-ৰাগিনীবোৰৰ নাম এতিয়া পোৱা নাযায়।

এই পুৰাণত যেনেকৈ কেইটামান নতুন ৰাগৰ সন্ধান পোৱা যায় তেনেকৈ ইয়াত অনেক অভিজাত কেইটামান নতুন ৰাগৰ সন্ধান পোৱা যায় তেনেকৈ ইয়াত অনেক অভিজাত ৰাগৰ উল্লেখ দেখা নাযায়। পুৰাণত মালৱ কৌশিক, কুকুভ, সৈন্ধৱী, প্ৰভৃতি অতি প্ৰসিদ্ধ ৰাগৰ নাম পোৱা নাযায়। দীপকৰ নাম অনুযায়ী পত্নীসকলৰ পৰিচালিকা সকলৰ সুন্দৰ নামবোৰৰ উল্লেখ আছে যদিও সিবোৰৰ পৰিচয় পোৱা নাযায়। বৃহদ্ধৰ্ম পুৰাণত বৰ্ণিত বৈজয়ন্তী ৰাগটোৰ উল্লেখ পণ্ডিত অহোবলৰ 'সঙ্গীত পাৰিজাত'তো পোৱা যায়। আৰোহী, অৱৰোহী আৰু সঞ্চাৰী-ভেদে ই তিনি প্ৰকাৰৰ। তাৰ আগৰ সময়তো চাৰিটা বৰ্ণৰ উল্লেখ পোৱা যায়।

পুৰাণকাৰ দেৱৰ্ষি নাৰদে বৃহদ্ধৰ্ম পুৰাণত বিপৰ্যয়ক্ৰমে নাৰায়ণ, মহাদেৱ, ব্ৰহ্মাদি দেৱতা, লক্ষ্মী আৰু গঙ্গাক কেন্দ্ৰ কৰি এটি সুন্দৰ আখ্যানৰ অৱতাৰণা কৰিছে। মানুহে যাতে যথা যথভাৱে সঙ্গীতৰ অনুশীলন আৰু পৰিৱেশন কৰি শান্তি আৰু কল্যাণ লাভ কৰিব পাৰে সেয়ে এই আখ্যানৰ উদ্দেশ্য।[১৫]

বৃহদ্ধৰ্ম পুৰাণৰ সময়ৰপৰা ৰাগ-ৰাগিনীসকলৰ ধ্যানৰ কথা পোৱা যায়। সপ্তদশ শতিকাত ৰচিত সোমনাথৰ 'ৰাগবিবোধ' গ্ৰন্থত বৰ বিস্তৃতভাৱে ৰাগ-ৰাগিনীৰ ধ্যান পোৱা যায়। পুৰাণকাৰে মাত্ৰ দুটা ৰাগৰ ধ্যান উপস্থাপন কৰিছেঃ যেনে— গান্ধাৰী আৰু শ্ৰীৰাগ। এই ৰাগ দুটাৰ বৰ্ণনাৰে বৃহদ্ধৰ্ম পুৰাণে সঙ্গীতৰ আলোচনা সামৰিছে।[১৬]

মহাকাব্যত সঙ্গীত ঃ— মহাকাব্য দুখন যথাক্ৰমে ৰামায়ণ আৰু মহাভাৰত। খৃ° পূ° ৪০০-২০০ অব্দৰ মাজত ৰামায়ণ আৰু খৃ° পূ° ৩০০ অব্দত মহাভাৰত বিৰচিত হৈছিল বুলি কোৱা হৈছে।[১৭]

মহাকা[illegible]নত সেই সময়ৰ ভাৰতীয় সমাজ আৰু সংস্কৃতিৰ প্ৰতিচ্ছবি পোৱা যায়। বৈদিক কালৰ দৰে মহাকাব্যৰ যুগতো ৰাজসূয়, অশ্বমেধ আদি যজ্ঞ অনুষ্ঠিত হৈছিল। উক্ত যজ্ঞবোৰত গাথা-নাৰাশংসী (বীৰগাথা) আৰু আখ্যান সুৰধৰি গোৱা বা আবৃত্তি কৰা হৈছিল। বিশেষতঃ অশ্বমেধৰ ঘোঁৰাক পৰিভ্ৰমণ তথা বিজয় অভিযানৰ বাবে এৰি দিয়াৰ পৰা ঘোঁৰা উভতি নহালৈকে যজ্ঞত আহুতি দানৰ পাছত বীণা বাদন কৰি সংগীত গোৱাৰ কথা শতপথ ব্ৰাহ্মণত পোৱা যায়। সেই অনুষ্ঠানবোৰ ৰামচন্দ্ৰ আৰু যুধিষ্ঠিৰে অনুষ্ঠিত কৰা যজ্ঞতো নিশ্চয় কৰা হৈছিল। ৰাজসূয় যজ্ঞৰ সময়তো নৃত্যৰ আয়োজন কৰা হৈছিল। ৰামায়ণত লৱ আৰু কুশে (কুশীলৱ?) বাল্মীকি ৰচিত ৰাম চৰিতৰ গীতবোৰ দেশৰ বিভিন্ন ঠাইত পৰিৱেশন কৰিছিল বুলি জনা যায়। তেনেকৈ মহাভাৰতত সূত-মাগধসকলে গীত পৰিৱেশন কৰিছিল বুলি জনা যায়। পৰৱৰ্তী যুগতো বৈতালিকাসকলে দিনটোৰ বিভিন্নসময়ত গীতগায় ৰজাক সময়ৰ জাননী দিয়া কথা শকুন্তলা প্ৰভৃতি নাটক আৰু অন্যান্য কাব্যৰপৰা জনা যায়। প্ৰাচীন ভাৰতত ৰাজন্যবৰ্গ, ব্ৰাহ্মণ-পুৰোহিত, গান্ধৰ্ব, ঋষি-মুনিসকলেও সঙ্গীতৰ অনুশীলন কৰিছিল। চাৰণসকলে ৰাজ সভাত সঙ্গীত পৰিৱেশন কৰিছিল। দেৱদাসীসকলে মন্দিৰবোৰত গধূলি বেলা নৃত্য পৰিৱেশন কৰিছিল। আনকি সম্ভ্ৰান্ত বংশীয় নাৰীসকলেও নৃত্য-গীতৰ অনুশীলন কৰিছিল। কালিদাসৰ মালবিকাগ্নিমিত্ৰ,

১৫। গোস্বামীঃ ভাৰতীয় উচ্চাংগ সঙ্গীত, পৃষ্ঠা, ১৫।
১৬। উক্ত গ্ৰন্থ, পৃ ১৫।
১৭। গোস্বামীঃ ভা° উ° স° পৃষ্ঠা ১৬-১৭।।

বিক্ৰমোৰ্বশীয় আৰু অভিজ্ঞান শকুন্তলাত, নৃত্যগীত চৰ্চ্চাৰ আভাস পোৱা যায়। এইবোৰ ৰীতি মহাকাব্যৰপৰা বাগৰি আহিছে।

'ৰামায়ণ যুগত বৈদিক সামগানৰ প্ৰচলন আছিল। সামগ আৰু যাগবিলাসী ব্ৰাহ্মণ বা ঋত্বিকসকলৰ মাজত সামগান সীমাবদ্ধ আছিল। স্তুতিবচন, আশীৰ্বচন, অভিষেক উৎসৱ প্ৰভৃতি পুণ্য অনুষ্ঠানত সামগানৰ অনুষ্ঠান হৈছিল। ৰামায়ণৰ যুগত গান্ধৰ্ব সঙ্গীতৰ প্ৰচলন আছিল। এই গান্ধৰ্ব সঙ্গীত হিচাপে জাতিৰাগ আৰু গ্ৰামৰাগৰ গানৰ প্ৰচলন বুলি অনুমান কৰিব পাৰি। জাতিৰাগ আৰু গ্ৰামৰাগবোৰ ষড়জ আদি সাতটা লৌকিক স্বৰ, মূৰ্চ্ছনা, মন্দ্ৰ আদি তিনি স্থান, লয় আৰু বিচিত্ৰ ৰসত গোৱা হৈছিল। তেতিয়া অযোধ্যা, কিষ্কিন্ধ্যা আৰু লঙ্কাত সঙ্গীতৰ অনুশীলন কৰা হৈছিল। টোপনিৰপৰা জগাবলৈ, দেৱতাৰ আৰাধনা কৰিবলৈ, যুদ্ধযাত্ৰাৰ সময়ত, উৎসৱত, শৱ যাত্ৰাৰ সময়ত মৃগয়া কালতো— নৃত্যগীত আৰু বাদ্যৰ সমাবেশ কৰা হৈছিল।'[১৮]

'মহাভাৰতৰ যুগত লৌকিক ষড়জ আদি সাত স্বৰৰ ব্যৱহাৰ আছিল। অশ্বমেধ পৰ্বত ইয়াৰ উল্লেখ পোৱা যায়। মহাভাৰততো গানক 'গান্ধৰ্ব' বোলা হৈছে। তথাপি ইয়াত অনেক সময়ত 'গীত' শব্দৰ ব্যৱহাৰ কৰা হৈছে। এই যুগতো সামগান আছিল। কিন্তু বৈদিক সামগান আৰু বৈদিকোত্তৰ সামগান একে নহয় যদিও সি বৈদিক গানৰ অনুসৰণতে ৰচিত হৈছিল।

মহাভাৰত গ্ৰন্থত গায়ক, নৰ্তকী, বাদক আৰু অপ্সৰাসকলৰ নৃত্য-গীত, গাথা, গান, শঙ্খ, বীণা, বেণু, মৃদঙ্গ, স্তুতি, তাল, লয়, মূৰ্চ্ছনা প্ৰভৃতিৰ উল্লেখ আছে। তথাপি ইবোৰৰ সুস্পষ্ট কোনো পৰিচয় নাই। মহাভাৰতত 'মঙ্গলগীতি'ৰ উল্লেখ আছে। মঙ্গলগীতি বুলিলে সাধাৰণভাৱে কল্যাণসূচক আৰু আশীৰ্বাদবাচক গানকে বুজায়। ৰামায়ণ আৰু মহাভাৰতৰ যুগত সেই অৰ্থতে এই গান ৰচিত হৈছিল আৰু স্তাৱক, ব্ৰাহ্মণ, বৈতালিক, সূত প্ৰভৃতিয়ে এই গান গাইছিল। শিৱৰ স্তুতিৰ বাবেও মঙ্গলগীত গোৱা হৈছিল। মহাভাৰতৰ যুগত গানৰ লগত থকা উপৰিও বাদ্য আৰু নৃত্যৰ সুকীয়া অনুশীলন হৈছিল। বাদ্যযন্ত্ৰ হিচাপে সপ্তবীণা, বেণু, মৃদঙ্গ, শঙ্খ, ঝৰ্ঝৰা, আনক, গোমুখ, আৰম্বড়, পণৱ, তুৰি, ভেৰী, পুষ্কৰ, ঘণ্টা, গজ ঘণ্টা, ঝল্লৰী, ডিণ্ডিম, নুপুৰ, পটহ, ধাৰিজ, দুন্দুভি, দেৱ- দুন্দুভি প্ৰভৃতিৰ উল্লেখ পোৱা যায়। ৰামায়ণ আৰু মহাভাৰত 'বাদিত্ৰ' শব্দটোৰে তত, শুষিৰ, অনদ্ধ বা বিতত আৰু ঘন— এই চাৰিপ্ৰকাৰ বাদ্যযন্ত্ৰৰ উল্লেখ আছে। সেই যুগত পুৰুষসকলৰ দৰে নাৰীসকলৰ, আনকি অন্তঃ- পুৰৰ মহিলাসকলৰ ক্ষেত্ৰতো গীত, বাদ্য-নৃত্য চৰ্চা নিষিদ্ধ নাছিল।'[১৯]

---

১৮। উক্ত গ্ৰন্থ, পৃষ্ঠা ১৬-১৭।
১৯। গোস্বামীঃ ড° উ° ন, পৃষ্ঠা, ১৬-১৭।।

মহাভাৰতৰ পৰিশিষ্ট বুলি স্বীকৃত হৰিবংশতো সঙ্গীতৰ উপাদান পোৱা যায়। ইয়াত হল্লীস নৃত্য, ছালিকাগান, উগ্ৰসেন আৰু যাদৱসকলৰ জলক্ৰীড়া, ভদ্ৰনটৰ সহায়তাত যাদৱসকলে কৰা ৰামায়ণৰ অভিনয়ৰ উল্লেখ আছে। তাত তুম্বীবীণা, বল্লকী, মৃদঙ্গ, তূৰ্য, ভেৰী, শঙ্খ, বেণু, বীণা, পণৱ, ঝঝৰী, ডিণ্ডিম প্ৰভৃতিৰ উল্লেখ পোৱা যায়।

গান্ধৰ্বসঙ্গীত আৰু মাৰ্গসঙ্গীত :— গান্ধৰ্ব আৰু মাৰ্গ শব্দ দুটা লৈ বহুতে বিভ্ৰান্তিৰ সৃষ্টি কৰাৰ প্ৰয়াস কৰে। প্ৰকৃততে বৈদিকোত্তৰ যুগৰ মাৰ্গসঙ্গীতেই গান্ধৰ্ব সঙ্গীত। গান্ধাৰ দেশৰ অধিবাসী সঙ্গীত কুশলী গন্ধৰ্বসকলেই মাৰ্গ সঙ্গীতৰ প্ৰথ প্ৰদৰ্শক। গান্ধাৰ দেশ বৰ্তমানৰ আফগানিস্থানৰ পূবত অৱস্থিত আছিল আৰু ই অবিভক্ত ভাৰতৰ অন্তৰ্গত আছিল। গান্ধাৰৰ অধিবাসীসকলে প্ৰৱৰ্ত ন কৰা ত্ৰৌযত্ৰিক বিদ্যাই সেই যুগত গান্ধৰ্ব আৰু মাৰ্গসঙ্গীত আছিল। নাট্যশাস্ত্ৰকাৰ ভৰতে নাট্যশাস্ত্ৰৰ ১৭ শ অধ্যায়ত গান্ধৰ্ব গানৰ পৰিচয় প্ৰসঙ্গত কৈছে :

যত্তুতন্ত্ৰীগতং প্ৰোক্তং নানাতোদ্য সমাশ্ৰয়ম্।
গান্ধৰ্বমিতি বিজ্ঞেয়ং স্বৰতাল পদাশ্ৰয়ম্।।

অৰ্থাৎ বীণা আদি বাদ্যমন্ত্ৰৰ সহযোগত স্বৰ, তাল আৰু পদ যুক্ত সঙ্গীতৰ নামেই গান্ধৰ্বঃ

গান্ধৰ্বং ত্ৰিবিধং বিদ্যাৎ স্বৰতালপদাত্মকম্।
ত্ৰিবিধস্যাপি বক্ষ্যামি লক্ষনং চৈব কৰ্মভিঃ।।

গান্ধৰ্বগানৰ আঙ্গিক উপাদানবোৰ হৈছেঃ (১) স্বৰ— স্বৰ,শ্ৰুতি, গ্ৰাম, মূৰ্চ্ছনা, স্থান, ওঠৰবিধ জাতি ৰাগ, চাৰিবৰ্ণ, অলংকাৰ, ধাতু আৰু গীত। (২) তাল— আবাপ, নিস্ক্ৰীম, বিক্ষেপ, প্ৰবেশক বা প্ৰবেশ, শম্যা, তাল, সন্নিপাত, পৰিবৰ্ত, বস্তু, মাত্ৰা, বিদাৰী, আঙ্গুলি, মতি, প্ৰকৰণ, গীত, অৱয়ৱ, মাৰ্গ, পাদ, ভাগ, পাণি প্ৰভৃতি। (৩) পদ— ব্যঞ্জন, স্বৰ, বৰ্ণ, সন্ধি, বিভক্তি, আখ্যাত, উপসৰ্গ, নিপাত, তদ্ধিত, ছন্দ, বৃত্ত, জাতি প্ৰভৃতি।

কোৱা হৈছে যে ৰামায়ণত উল্লেখিত কুশীলৱৰ গীতবোৰো গান্ধৰ্ব সঙ্গীত। মহাভাৰততো গান্ধৰ্ব গানৰ প্ৰচলনৰ কথা পোৱা যায়। শাৰ্ঙ্গদেৱৰ 'সঙ্গীত ৰত্নাকৰ'ত গান্ধৰ্ব গানৰ পৰিচয় দিছে। তাত এই গানক দুটা শ্ৰেণীত ভাগ কৰিছে :(১) মাৰ্গ আৰু (২) দেশী। এনে গানৰ সূত্ৰ দিবলৈ শাৰ্ঙ্গদেৱে কৈছে : 'অনাদি কালৰপৰা গুৰুশিষ্য পৰাম্পৰা ক্ৰমে যি সঙ্গীত গন্ধৰ্বসকলে অনুশীলন আৰু প্ৰচাৰ কৰি আহিছে, আৰু যি নিয়ত বা গ্ৰহ অংশ মূৰ্চ্ছনাদিযুক্ত মোক্ষপ্ৰদ আৰু কল্যাণ কৰ তাকে গান্ধৰ্ব বোলে। আনহাতে বাগ্নেয়সকলে গ্ৰহ অংশ আদি দশলক্ষণযুক্ত কৰি যি দেশীয় আৰু

জাতীয়সুৰ বা ৰাগবোৰক অভিজাত শ্ৰেণীভুক্ত কৰি লৈছিল, তাকে দেশীয় সঙ্গীত বোলে।[২০]

টীকাকাৰ কল্লীনাথে কৈছে ঃ 'গান্ধৰ্বং মাৰ্গঃ। গানং তু দেশীভাৱ গন্তব্যম্।'

**পাণিনি আৰু পতঞ্জলিৰ যুগত সঙ্গীত ঃ—** খৃ পূ পঞ্চম শতিকাত পাণিনিৰ আৰু দুই তিনি শতিকাৰ পাছত পতঞ্জলিৰ আবিৰ্ভাৱ হৈছিল।[২১] পাণিনিৰ অষ্টাধ্যায়ীত ভিক্ষুসূত্ৰ আৰু নটসূত্ৰৰ উল্লেখ দেখা যায়। তাৰপৰা বুজিব পাৰি যে সেই যুগৰ সমাজত নাট্যাভিনয় আৰু নৃত্যগীতৰ প্ৰচলন আছিল। একেদৰে পতঞ্জলিৰ মহাভাষ্যত ৰঙ্গ, আৰম্ভক, নট, গ্ৰন্থিক, শোভনিক আদি শব্দৰ উল্লেখ চকুত পৰে। তাৰপৰা মহাভাষ্যৰ যুগত নৃত্য-গীত ইত্যাদিৰ প্ৰচলন আছিল বুজা যায়।

**জাতকৰ যুগত সঙ্গীত ঃ—** গৌতম বুদ্ধৰ পূৰ্বজন্মৰ কথাৰে পৰিপূৰ্ণ জাতকসমূহ খৃ পূ ৩য়/২য় শতিকাত ৰচিত হৈছিল। ইবোৰ সাধুৰ সংখ্যা প্ৰায় ৫৫০। তাৰে পোন্ধৰটা জাতকত নৃত্য, গীত, বাদ্য আৰু অভিনয়ৰ আভাস পোৱা যায়। সেই জাতকবোৰ হ'ল ঃ নৃত্যজাতক, ভেৰীবাদক জাতক, বিশ্বন্তৰ জাতক, কুশজাতক, অসদৃশ্যজাতক, সৰ্বদ্ৰংষ্ট্ৰ জাতক, গুপ্তিল জাতক, ভদ্ৰঘট জাতক, বীণাস্থূলণা জাতক, চুল্লপ্ৰলোভন জাতক, ক্ষান্তিবাদি জাতক, কাকৱতী জাতক, শঙ্খ জাতক, মৎস্যজাতক, বিদুৰ পণ্ডিত জাতক। তদুপৰি থেৰগাথা, থেৰীগাথা, মহাবস্তু, ললিত বিস্তাৰ, লংকাৱতাৰ সূত্ৰ আদিতো নৃত্য-গীত-বাদ্যৰ উল্লেখ আছে।

**নাৰদীয় শিক্ষাত সঙ্গীত ঃ—** নাৰদীয় শিক্ষাৰ ৰচনা কাল খৃ প্ৰথম শতিকা। এই শিক্ষাৰ গ্ৰন্থ কৰ্তৃত্ব দেবৰ্ষি নাৰদৰ ওপৰত আৰোপিত হৈছে। বৈদিক সামগানৰ প্ৰকৃতৰূপ তথা ৰীতি-নীতি, মাৰ্গ আৰু দেশী সঙ্গীতৰ সৈতে বৈদিকৰ সম্পৰ্ক আদি এই গ্ৰন্থৰপৰা জনা যায়।

নাৰদীয় শিক্ষাৰপৰা জনা যায় বেদৰ মন্ত্ৰ উচ্চ, নীচ, মধ্য তথা উদাত্ত, অনুদাত্ত আৰু স্বৰিত স্বৰত উচ্চাৰিত হৈছিল। ঋগ্‌যাজিক ব্যৱহাৰত এই তিনি স্বৰৰ উপৰিও সামগান প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ, মন্দ্ৰ, অতিস্বাৰ্য আৰু ক্ৰুষ্ট স্বৰত গোৱা হৈছিল। শিক্ষাত ষড়্জ, ঋষভ, গান্ধাৰ, মধ্যম, পঞ্চম, ধৈৱত আৰু নিষাদৰ পৰিচয় দিছে।

---

২০। সঙ্গীত ৰত্নাকৰ (৪।২-৩) ঃ—

অনাদি সম্প্ৰদায়ং যদ্‌গান্ধৰ্বৈঃ সংপ্ৰযুজ্যতে।
নিয়তং শ্ৰেয় সো হেতুস্তদ্ গান্ধৰ্বং জগুৰ্বুধাঃ॥
যত্তু বাগ্গেয়কাৰেণ ৰচিতং লক্ষণান্বিতম্।
দেশীৰাগাদিষু প্ৰোক্তং তদ্‌গানং জনৰঞ্জনম্॥

২১। আমাৰ 'সংস্কৃত সাহিত্যৰ ইতিবৃত্ত'ৰ চতুৰ্থ অধ্যায় চাওক।

স্বৰবোৰৰ তাৰতম্য আৰু প্ৰয়োগ অনুসৰি গানবোৰৰ বিচিত্ৰ নাম থোৱা হৈছিল। উদাহৰণস্বৰূপে আৰ্চিক গানত আছিল এটা স্বৰ, গাথিকত দুটা স্বৰ, সামিকত তিনিটা, স্বৰান্তৰত চাৰিটা, ঔৰৱত পাঁচটা, ষাড়ৱত ছটা, আৰু সম্পূৰ্ণ গানত সাতটা স্বৰ আছিল। এনেদৰে সাতস্বৰৰ বিকাশ হ'বলৈ শ শ বছৰ লাগিছিল। এতিয়া এই স্বৰবোৰৰ প্ৰথম চাৰিটা লোপ পাইছে। মাত্ৰ শেষৰ ঔৰৱ, ষাড়ৱ আৰু সম্পূৰ্ণস্বৰ তিনিটাহে বৰ্তি আছে।

নাৰদে স্বৰস্থানৰ পৰিচয় দিবলৈ গৈ উৰস্, কণ্ঠ আৰু শিৰস্ এই তিনিস্থানত মন্দ্ৰ, মধ্য আৰু তাৰ স্বৰ অথবা নীচ, মধ্য আৰু উচ্চৰূপে প্ৰকাশ পায়। (উৰঃ কণ্ঠ শিৰশ্চৈৱ স্থানানিত্ৰীণি বাঙ্ময়ে।)

নাৰদে তেওঁৰ গ্ৰন্থত প্ৰথমতে সামগানৰ প্ৰকৃত পৰিচয় দিছে। তাৰ পাছত তেওঁ লৌকিক সঙ্গীতৰ কথা কৈছে। তেওঁ স্বৰ, গ্ৰাম, মূৰ্চ্ছনা আৰু তানৰ সংখ্যা উল্লেখ কৰিছেঃ

সপ্ত স্বৰাস্ত্ৰয়ো গ্ৰামা মূৰ্চ্ছনাস্ত্বেকবিংশতিঃ।
তানা একোনপঞ্চাশ দিত্যেতৎ স্বৰমণ্ডলম্।।

সাতটা স্বৰ, তিনিটা গ্ৰাম, একৈশটা মূৰ্চ্ছনা আৰু ঊনপঞ্চাশটা তানক লৈ স্বৰমণ্ডল গঠিত হৈছে। তেওঁ সাতটা স্বৰ প্ৰথমাদিক্ৰমে নিদি কৈছে ঃ 'ষড়্জশ্চ, ঋষভশ্চৈৱ গান্ধাৰো মধ্যমস্তথা। পঞ্চমো ধৈৱতশ্চৈৱ নিষাদঃ সপ্তমঃ স্বৰঃ।।'

তদুপৰি নাৰদে বৈদিক আৰু লৌকিক দুয়ো প্ৰকাৰ গানৰ দহ প্ৰকাৰ গুণৰ বৰ্ণনা কৰিছে। যথা-ৰক্ত, পূৰ্ণ, অলংকৃত, প্ৰসন্ন, ব্যক্ত, বিক্ৰুষ্ট, শ্লক্ষ্ণা, সম, সুকুমাৰ আৰু মধুৰ। এইবোৰ গুণমুক্ত গান সাৰ্থক হয়। গানৰ কেতবোৰ এনে দোষ আছে যাৰ বাবে গান শ্ৰুতিমধুৰ নহয়। সেই দোষবোৰ হ'লঃ শঙ্কিত, কম্পিত, কাকস্বৰবৎ, কৰ্কশ, অতি উচ্চ. তীক্ষ্ণ, বিৰস আৰু ব্যাকুলিত।

নাৰদে কেৱল সামস্বৰ আৰু সামগানৰ পৰিচয় দিয়েই এৰা নাই লৌকিক দেশী আৰু মাৰ্গসঙ্গীতৰ পৰিচয়ো তুলি ধৰিছে। নাৰদৰ সময়ত সঙ্গীতৰ প্ৰচুৰ চৰ্চা হৈছিল। অৱশ্যে বৈদিক গান সামগ সকলৰ মাজতে সীমাবদ্ধ আছিল। নাৰদে কণ্ঠৰপৰা ষড়্জৰ, শিৰৰপৰা ঋষভৰ, নাকৰপৰা গান্ধাৰৰ, উৰুৰপৰা মধ্যমৰ, উৰু, শিৰ আৰু কণ্ঠ এই তিনি ঠাইৰপৰা পঞ্চমৰ, কপালৰ পৰা ধৈৱতৰ আৰু সকলো সন্ধিৰপৰা নিষাদৰ উৎপত্তি হয় বুলি কৈছে। তেওঁ স্বৰকেইটাৰ অধীশ্বৰৰ নামোল্লেখ কৰিছে ষড়্জ আৰু ঋষভৰ দেৱতা অগ্নি, গান্ধাৰৰ সোম বা চন্দ্ৰ, মধ্যমৰ বিষ্ণু, পঞ্চমৰ নাৰদ আৰু ধৈৱত-নিষাদৰ তুম্বুৰু। তেওঁ পাঁচটা শ্ৰুতিৰ নাম দিছে দীপ্তা, আয়তা, করুণা, মৃদু আৰু মধ্য।

**সঙ্গীত সম্বন্ধে ভৰতৰ নাট্য শাস্ত্ৰ[22]ঃ—** ভৰতৰ নাট্যশাস্ত্ৰ নাট্যাভিনয়, অলংকাৰ, ৰসোৎপত্তি আৰু সঙ্গীতৰ ক্ষেত্ৰত এখন প্ৰামাণ্য গ্ৰন্থ বুলি স্বীকৃতি লাভ কৰিছে। নাট্যশাস্ত্ৰ খনিকে এখন নাট্য বিজ্ঞান আৰু কলা বিষয়ক গ্ৰন্থ। তাত নাটকৰ অঙ্গৰূপে ভৰতে সঙ্গীতৰ আলোচনা কৰিছে। উক্ত শাস্ত্ৰৰ ২৮ শ-৩৩ শ অধ্যায়ত বিশেষভাৱে নাট্যসঙ্গীতৰ আলোচনা কৰিছে। তাহানিখন গীত, বাদ্য আৰু নৃত্যৰ অৱস্থা সম্বন্ধে নাট্য শাস্ত্ৰত বিশেষভাৱে চৰ্চা কৰিছে। এই আলোচনা সুসম্বদ্ধ আৰু বিজ্ঞান সম্মত। ভৰতে জাতিগান, ধ্ৰুবাগীতি, ৰাগ আৰু গানৰ বৰ্ণ, অলংকাৰ, মূৰ্চ্ছনা, ৰাগ আৰু ভাব প্ৰকৃতি তুলি ধৰিছে। ভৰতে স্বৰিত আৰু উদাত্তৰপৰা হাস্য আৰু শৃঙ্গাৰ ৰস, উদাত্ত আৰু কম্পস্বৰৰপৰা বীৰ আৰু ৰৌদ্ৰৰস আৰু অনুদাত্ত, স্বৰিত আৰু কম্পিতৰপৰা কৰুণ, বীভৎস আৰু ভয়ানক ৰস স্ফূৰ্তি হয় বুলি কৈছে।

ভৰতে প্ৰেক্ষাগৃহ আৰু ৰঙ্গমঞ্চৰ বিশদ বিৱৰণ দিছে। নাট্যাভিনয়ত কেতিয়া কি গান গাব লাগে, কি গানৰ লগত কি বাদ্য সঙ্গত হ'ব লাগে, গায়ক আৰু বাদকসকলৰ উপবেশনৰ কথাও বৰ্ণনা কৰিছে। ভৰতে যবনিকাৰ বাহিৰত হোৱা নৃত্য গীতৰ অনুষ্ঠানৰ কথাও কৈছে।

ভৰতৰ নাট্যশাস্ত্ৰপৰা গান্ধৰ্বগানৰ পৰিচয় পোৱা যায়। তেওঁ 'বীণা আদি বাদ্যযন্ত্ৰৰ সহযোগত স্বৰ, তাল আৰু পদযুক্ত সঙ্গীতৰ নাম গান্ধৰ্ব' বুলি কৈছে। তেওঁ সাতটা শুদ্ধ আৰু এঘাৰটা বিকৃত মুঠতে ওঠৰটা জাতি ৰাগৰ পৰিচয় দাঙি ধৰিছে। তেওঁ সঙ্গীতৰ বৰ্ণ আৰু অলংকাৰৰ বিষয়েও কৈছে। 'চন্দ্ৰহীন ৰাতি বা অলংকাৰ বিহীনা ৰমণী যেনেকৈ সৌন্দৰ্যহীন হয়, তেনেকৈ অলংকাৰহীন গানো অসুন্দৰ প্ৰতিভাত হয়। প্ৰসন্ন, সম, বিন্দু, কম্পিত, কুহৰ আদি অলংকাৰ। স্বৰৰ পাছত তেওঁ তালৰ কথা কৈছে। তাল দুই প্ৰকাৰঃ (১) সশব্দশম্যা, তাল ধ্ৰুব আৰু সন্নিপাত; (২) নিঃশব্দ— আবাপ, নিষ্ক্ৰাম, বিক্ষেপ আৰু প্ৰবেশক। অক্ষৰৰ সমষ্টিক তেওঁ পদ বুলিছে আৰু স্বৰ, ব্যঞ্জন সন্ধি, বিভক্তি, আখ্যাত, উপসৰ্গ, নিপাত, তদ্ধিত, ছন্দ, বৃত্ত, জাতি প্ৰভৃতিক পদৰ উপাদান বুলি কৈছে। ভৰতে লৌকিক ষড়্জ আদি সাত স্বৰ আৰু সিবোৰৰ দহটা লক্ষণৰ কথা কৈছে। তেওঁ গ্ৰাম, মূৰ্চ্ছনা আৰু তাল সম্বন্ধেও আলোচনা কৰিছে। তেওঁ জাতিৰাগৰ কথাও উল্লেখ কৰিছে। মুঠতে ভৰতৰ নাট্য শাস্ত্ৰই লৌকিক আৰু বৈদিক গানৰ এক প্ৰামাণ্য গ্ৰন্থ।[23]

ভৰতৰ পৰৱৰ্তী কালত অনেকজন সঙ্গীত শাস্ত্ৰীৰ আৱিৰ্ভাব হৈছিল যদিও তেওঁলোকৰদ্বাৰা ৰচিত গ্ৰন্থ পোৱা নাযায়। সেইসকলৰ ভিতৰত স্বাতী, কোহল,

২২। আমাৰ 'সংস্কৃত সাহিত্যৰ ইতিবৃত্ত' গ্ৰন্থৰ ৩৩৬-৩৩৭ পৃষ্ঠা দ্ৰষ্টব্য।
২৩। গোস্বামীঃ ভা' উ' স' পৃষ্ঠা ২৯-৩২ দ্ৰষ্টব্য।

শাণ্ডিল্য, বিশ্বাখিল, বিশ্বাবসু, দুৰ্গাশক্তি, শাৰ্দুল, দণ্ডিল, নন্দিকেশ্বৰ, তুম্বুৰু, যাষ্টিক, মতঙ্গ আদি।[২৪] এওঁলোকৰ মাজৰ কোহলে 'সঙ্গীতমেৰু' নামে এখন গ্ৰন্থ ৰচনা কৰিছিল বুলি জনা যায়। এওঁলোকৰ অন্যতম দত্তিলে ভৰতক অনুসৰণ কৰি নাট্যৰ উপযোগী গান্ধৰ্ব সঙ্গীতৰ আলোচনা কৰিছিল। ভৰত আৰু মতঙ্গৰ মাজৰ কাল চোৱাত তুম্বুৰু, যাষ্টিক, নন্দিকেশ্বৰ, দুৰ্গাশক্তি প্ৰভৃতি সঙ্গীতজ্ঞ সকলৰ জন্ম হৈছিল।

মতঙ্গৰ 'বৃহদ্দেশী' প্ৰকৃততে এখ সংগ্ৰহ গ্ৰন্থ। মতঙ্গই গানক দুভাগত বিভক্ত কৰিছিলঃ 'নিবদ্ধশ্চানিবদ্ধশ্চ মাৰ্গোঽয়ং দ্বিবিধো মতঃ।' মতঙ্গই মূলতঃ ভৰতকে অনুসৰণ কৰিছিল। তেওঁ ২২টা শ্ৰুতিৰ উল্লেখ কৰিছে। তেওঁ স্বৰ, গ্ৰাম, মূৰ্চ্ছনা, তান, বৰ্ণ প্ৰভৃতিৰো বৰ্ণনা কৰিছে।

শাৰ্ঙ্গদেৱ আৰু সঙ্গীত ৰত্নাকৰঃ— শাৰ্ঙ্গদেৱৰ জন্ম হৈছিল কাশ্মীৰৰ পৰা দক্ষিণলৈ প্ৰব্ৰজন কৰা ধনী পৰিয়ালত ।শাৰ্ঙ্গদেৱে দেওগিৰিৰ ৰজা সিংহনৰ (১১৩২-১১৬৯ খৃষ্টাব্দ) তলত মুখ্য হিচাপ পৰীক্ষক ৰূপে কাম কৰিছিল। তেওঁ ৰচনা কৰা 'সঙ্গীতৰত্নাকৰ' মাৰ্গ সংগীতৰ পৰম্পৰাত এখন প্ৰামাণ্য গ্ৰন্থ। এই গ্ৰন্থখনে সেই সময়ৰ দেশত প্ৰচলিত সঙ্গীতৰ আভাস দিয়ে।

'সংগীত ৰত্নাকৰ' গ্ৰন্থখন সাতটা প্ৰকৰণত বিভক্ত। স্বৰাধ্যায় নামে প্ৰথম প্ৰকৰণত তেওঁ গানৰ স্বৰ, তান আদিৰ পৰিচয় দিছে। ৰাগাধ্যায় নামে দ্বিতীয় প্ৰকৰণত বিভিন্ন ৰাগৰ সূত্ৰ আৰু উদাহৰণ দিছে। প্ৰকীৰ্ণ অধ্যায় নামে তৃতীয় প্ৰকৰণত সঙ্গীত বিষয়ক পৰিভাষা তুলি ধৰিছে। প্ৰবন্ধাধ্যায় নামে চতুৰ্থ প্ৰকৰণত প্ৰবন্ধ সঙ্গীতৰ পৰিচয় দিছে। তালাধ্যায় নামে পঞ্চম প্ৰকৰণত বিভিন্ন তালৰ কথা প্ৰকাশ কৰিছে। বাদ্যাধ্যায় নামে ষষ্ঠ প্ৰকৰণত বিবিধ বাদ্যৰ আলোচনা কৰিছে। শেষত নৃত্যাধ্যায় নামে সপ্তম প্ৰকৰণত নৃত্য আৰু নাট্যৰ আলোচনা কৰিছে।[২৫] এই গ্ৰন্থত শাৰ্ঙ্গদেৱে গান্ধৰ্ব সঙ্গীতক নিবদ্ধ আৰু অনিবদ্ধ এই দুটা ৰূপৰ বুলি কৈছে। তেওঁ চাৰিবিধ ধাতু (উদ্‌গ্ৰাহ, মেলাপক, ধ্ৰুব, আভোগ) আৰু ছয় অঙ্গ (স্বৰ বিৰুদ, পদ, তেনক, পাট, তাল) যুক্ত হ'লে তাক নিবদ্ধ আৰু বন্ধনহীন অৰ্থাৎ তালাদি বৰ্জিত আলপ্তিৰ নাম অনিবদ্ধ বোলা হয়। মতঙ্গ, পাৰ্শ্বদেৱৰ লগত শাৰ্ঙ্গদেৱেও তেওঁৰ গ্ৰন্থত প্ৰবন্ধসঙ্গীতৰ পৰিচয় তুলি ধৰিছে।

পাৰ্শ্বদেৱ ঃ— পাৰ্শ্বদেৱৰ 'সঙ্গীতসময়সাৰ' গ্ৰন্থত ভোজৰাজ আৰু সোমেশ্বৰৰ নামোল্লেখ কৰিছে। ভোজৰাজ আৰু সোমেশ্বৰৰ কাল ক্ৰমশঃ খৃ°১০৫৩ আৰু খৃ°১১৮৩। এই দুই সময়ৰ মাজতে পাৰ্শ্বদেৱ জন্মিছিল আৰু তেওঁ 'সঙ্গীত সময়সাৰ'

২৪। এওঁলোকৰ বিষয়ে উৎপলা গোস্বামীৰ ভাৰতীয় উচ্চাঙ্গ সঙ্গীত গ্ৰন্থৰ ৩২-৩৪ পৃষ্ঠা চাওক।।
২৫।। এম, কৃষ্ণমাচাৰিয়াৰ, হিষ্টৰী অব ক্লাচিকেল সংস্কৃত লিটাৰেচাৰ, পৃ°৮৪২-৮৪৩।।

গ্ৰন্থ ৰচনা কৰিছিল। সোমনাথে শাৰ্ঙ্গদেৱৰ আগতে 'ৰাগবিবোধ' নামে গ্ৰন্থ ৰচনা কৰে।

ইয়াৰ পাছত (১০৯৬-১১৩৭ চনৰ মাজত) নান্যদেৱে 'সৰস্বতী হৃদয়ালঙ্কাৰ' ৰচনা কৰে। এই গ্ৰন্থত দাক্ষিণাত্য, সৌৰাষ্ট্ৰী, গুৰ্জৰী, বঙালি আৰু সৈন্ধৱী আদি অনেক ৰাগৰ উল্লেখ কৰা হৈছে।

ইয়াৰ কিছুকালৰ পাছত দক্ষিণ ভাৰতত ৰজা ৰামৰাজৰ আজ্ঞানুসাৰে টোডৰমল তিম্মামাত্যৰ পুত্ৰ ৰামামাত্যই 'স্বৰকলানিধি' নামে এখন মহত্ত্বপূৰ্ণ গ্ৰন্থ ৰচনা কৰে। ইয়াৰ কাল ১৬১০ খৃষ্টাব্দ।

সম্ৰাট আকবৰ সময়ত (১৫৯৯ খৃঃ) কৰ্ণাটকী পণ্ডিত পুণ্ডৰীক বিট্‌ঠলে সংগীত বিষয়ক চাৰিখন গ্ৰন্থ ৰচনা কৰেঃ 'ষড়ৰাগচন্দ্ৰোদয়', 'ৰাগমালা', 'ৰাগমঞ্জৰী' আৰু 'নৰ্তননিৰ্ণয়'। 'পুণ্ডৰীকে লোক প্ৰসিদ্ধ আৰু পৰাম্পৰাগত পদ্ধতি অনুসাৰে ভাৰতীয় ৰাগসমূহৰ ৰাগ, ৰাগিনী আৰু পুত্ৰ ৰাগবোৰত বৰ্গীকৰণ কৰে। তেওঁৰ বৰ্গীকৰণ অধিক বুদ্ধিমত্তাপূৰ্ণ আৰু বৈজ্ঞানিক। পুণ্ডৰীকৰ উত্তৰ ভাৰতৰ সঙ্গীতৰ ওপৰত পূৰ্ণ অধিকাৰ আছিল আৰু তেওঁ উত্তৰীয় সঙ্গীতক পৰিষ্কাৰ আৰু ব্যৱস্থাৰ দৃষ্টিৰে বৰ যোগদান কৰে।'[২৬] পুণ্ডৰীকে তেওঁৰ গ্ৰন্থবোৰত বাদ্য, ৰাগ আৰু নৃত্য তথা সঙ্গীতৰ তিনিওটা ধাৰাক ওপৰত নতুন পদ্ধতিৰে বিস্তৃত আলোচনা কৰিছে।

মোগল কালৰ অন্যতম সঙ্গীতজ্ঞ গ্ৰন্থকাৰ সোমনাথ। তেওঁ 'ৰাগ বিবোধ' নামে গ্ৰন্থ ১৫৩১ খৃষ্টাব্দত ৰচনা কৰে। এই গ্ৰন্থখনত গ্ৰন্থকাৰে বিভিন্ন ৰাগৰ বিধি বিবেচনা কৰিছে আৰু বীণা সম্বন্ধেও আলোচনা কৰিছে। তেওঁ দাক্ষিণাত্যৰ অধিবাসী হ'লেও, তেওঁ উত্তৰ ভাৰতৰ সংগীতেৰেও প্ৰভাৱান্বিত হৈছিল। তেওঁ নিজৰ গ্ৰন্থত হনুমান, মাতঙ্গ, নিঃশঙ্ক আৰু মল্লিনাথ প্ৰভৃতি গ্ৰন্থকাৰৰ নামোল্লেখ কৰিছে।

১৬২৫ খৃষ্টাব্দৰ আশে পাশে দামোদৰ পণ্ডিত নামে সংগীতৰ এজন মহান বিদ্বানৰ জন্ম হৈছিল। তেওঁ 'সংগীত দৰ্পণ' নামে ভাৰতীয় সঙ্গীতৰ বিষয়ে উচ্চস্তৰৰ এখন গ্ৰন্থ ৰচনা কৰে। গ্ৰন্থখন ১৮শ শতিকাত ফাৰ্চীত অনূদিত হয়। তাৰপাছত বঙালী, আৰু হিন্দীতো অনূদিত হৈ ওলায়।

মোগল সম্ৰাট ঔৰঙ্গজেৱৰ সময়ত অহোবল নামে সঙ্গীতজ্ঞই ১৭৫০-১৭৫৭ খৃষ্টাব্দৰ মাজত 'সঙ্গীত পাৰিজাত' নামে প্ৰসিদ্ধ গ্ৰন্থ ৰচনা কৰে। দীনীন নামে ১৭৭৪ খৃষ্টাব্দত ইয়াক ফাৰ্চীত তৰ্জমা কৰে। সোমনাথৰ দৰে তেৱোঁ উত্তৰ আৰু দক্ষিণৰ সংগীতৰ সামঞ্জস্য প্ৰকাশ কৰে।

---

২৬। [illegible] সংস্কৃত সাহিত্যৰ ইতিহাস, পৃ ৬৬১।।

ইয়াৰ পৰৱৰ্তী কালত পণ্ডিত হৃদয় নাৰায়ণদেৱে **'হৃদয় কৌতুক'** আৰু **'ৰাগতৰঙ্গিনী'** নামে সংগীত বিষয়ক দুখন গ্ৰন্থ লিখে। বিকানিৰৰ ৰাজকীয় পুস্তকালয়ত ইয়াৰ পাণ্ডুলিপি সুৰক্ষিত হৈছে। ১৬৩৪-১৭০৯ চনৰ ভিতৰত আন এজন পণ্ডিত ভাৱভট্টই **'অনূপ বিলাস'**, **'অনূপাংকুশ'** আৰু **'অনূপ সঙ্গীত ৰত্নাকৰ'** তিনিখন গ্ৰন্থ ৰচনা কৰে। তেওঁৰ পিতৃৰ নামজনাৰ্দন ভট্ট। তেওঁ বিকানিৰৰ মহাৰাজ অনূপ সিংহৰ সভাসদ আছিল। তেওঁৰ **'অনূপ সঙ্গীত ৰত্নাকৰ'ত** **'সঙ্গীত ৰত্নাকৰ'**, **'সংগীত দৰ্পণ'**, **'স্বৰমেলকলানিধি'**, **'ৰাগৰিবোধ'**, **'সঙ্গীত কল্পবৃক্ষ'**, **'ৰাগতত্ত্ববিবোধ'**, **'ৰাগ কৌতুক'**, **'সঙ্গীতোপনিষদ'**, **'নৃত্যনিৰ্ণয়'**, **'সদ্ৰাগচন্দ্ৰোদয়'**, **'ৰাগমঞ্জৰী'**, **'সঙ্গীত পাৰিজাত'**, **'হৃদয় প্ৰকাশ'** আৰু **'ৰাগমালা'** আদি অনেক গ্ৰন্থৰ তালিকা পোৱা যায়। এই গ্ৰন্থবোৰ পাণ্ডুলিপি অনূপ পুস্তকালয়ত (বিকানিৰ) সুৰক্ষিত হৈ আছে।

প্ৰায় একেসময়তে ভেঙ্কটমুখী নামে এজন দাক্ষিণাত্যৰ বিদ্বানে **'চতুৰ্দণ্ডপ্ৰকাশিকা'** নামে গ্ৰন্থ ৰচনা কৰে। তেওঁ ইয়াত ৭২ টা থাট আৰু ৫৫ ৰাগৰ চৰ্চা কৰিছে। ইয়াৰ পাছত মেৱাৰৰ মহাৰাণা কুম্ভণদেৱে ১৭৪৮ খৃষ্টাব্দত 'বাদ্যৰত্নকোশ' নামে সুন্দৰ গ্ৰন্থ ৰচনা কৰে। তাত তেওঁ বিভিন্ন বাদ্য সম্বন্ধে সুন্দৰ বিৱৰণ দাঙি ধৰিছে। সৌৰাষ্ট্ৰৰ নাভানগৰৰ মহাৰাজ জাম চাহাৱৰ পৃষ্ঠপোষতাত বিদ্বান শ্ৰীকণ্ঠ পণ্ডিতে (১৮ শ শতিকা) **'ৰস কৌমুদী'** নামে সঙ্গীত বিষয়ক গ্ৰন্থ ৰচনা কৰে।

ইয়াৰ কিছুকাল পাছত মেৱাৰৰ মহাৰাণাৰ আশ্ৰয়ত থকা পণ্ডিত কৃষ্ণানন্দ ব্যাসে **'ৰাগকল্পদ্ৰুম'** নামে গ্ৰন্থ ১৮৪৩ চনত ৰচনা কৰে। একেদৰে ১৮৫০ চনত কৃষ্ণ বেনাৰ্জীয়ে **'গীত সূত্ৰসাৰ'** নামে আন এখন সঙ্গীত বিষয়ক গ্ৰন্থ ৰচনা কৰে।

ইয়াৰ পিছত সংস্কৃত ভাষাত সঙ্গীত বিষয়ক গ্ৰন্থ ৰচনাৰ পৰম্পৰা অব্যাহত ৰাখে শ্ৰীবিষ্ণু নাৰায়ণ ভাতখণ্ডে (১৮৬০-১৯৩৬)। তেওঁ ইংৰাজী, হিন্দী, উৰ্দু, গুজৰাটী, মাৰাঠী আৰু সংস্কৃতত সুপণ্ডিত আছে। তেওঁ (গুজৰাটীত) **'স্বৰমালিকা'**, **'গীতকালিকা'** (পত্ৰিকা), চাৰিখণ্ডত **'হিন্দুস্তানী সংগীত পদ্ধতি'** ৰচনা কৰে। ইয়াৰ উপৰিও সংস্কৃত ভাষাত **'অভিনৱৰাগমঞ্জৰী'** আৰু **'লক্ষ্যসঙ্গীত'** নামে দুখন সুন্দৰ গ্ৰন্থ ৰচনা কৰে।[27]



২৭। সংগীতৰ বিষয়ে অধিক জানিবলৈ কৃষ্ণমাচাৰিয়াৰৰ 'হিষ্ট্ৰী অৱ্ ক্লাছিকেল সংস্কৃত লিটাৰেচাৰ'ৰ 'সঙ্গীত' বিষয়ক অধ্যায় (পৃষ্ঠা ৮৩২-৮৬৮) চাওক।

# নিৰ্বাচিত গ্ৰন্থপঞ্জী

## অসমীয়া ঃ

গোস্বামী, হৰমোহন, সংস্কৃত সাহিত্যৰ বুৰঞ্জী, গুৱাহাটী, ১৯৭৭,
ভাগৱতী, কামাখ্যা চৰণ, (১) সংস্কৃত নাট্যসাহিত্য, গুৱাহটী, ১৯৭১
(২) সংস্কৃত সাহিত্যৰ জিলিঙনি, গুৱাহাটী, ১৯৮৮
বসু, যোগীৰাজ, বেদৰ পৰিচয়, প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৭২
শৰ্মা, মুকুন্দমাধৱ, উপমা কালিদাসস্য, গুৱাহটী, ১৯৭২
শৰ্মা, নৱেন্দ্ৰনাথ, পণ্ডিত ৰাজ জগন্নাথৰ ৰসগঙ্গাধৰ,
শৰ্মা, থানেশ্বৰ (১) ভাসৰ কাহিনী, নগাওঁ, ১৯৮৩।
(২) অভিজ্ঞান শাকুন্তলম্ এক সমীক্ষা, গুৱাহাটী, ১৯৯০
(৩) মৃচ্ছকটিকম্ (অনুবাদ), গুৱাহাটী, ১৯৯৩
(৪) মৃচ্ছকটিক সমীক্ষা, গুৱাহাটী, ২০০৪ ;
(৫) ভাসনাটক সমগ্ৰ, গুৱাহাটী, ২০০৪।
(৬) বৈদিক সাহিত্যৰ ৰূপৰেখা, গুৱাহাটী, ১৯৯৭।

## বঙালী

ঠাকুৰ, ৰবীন্দ্ৰনাথ প্ৰাচীন সাহিত্য, বিশ্বভাৰতী, কলিকতা, ১৯৭০
ভট্টাচাৰ্য্য, বিমানচন্দ্ৰ, সংস্কৃত সাহিত্যেৰ ইতিহাস, কলিকতা, বঃ ১৩৮২

## হিন্দী

উপধ্যায়, বলদেৱ, (১) পুৰাণ বিমৰ্শ, বাৰাণসী, ১৯৬৫।
(২) বৈদিক সাহিত্য ঔৰ সংস্কৃতি, বাৰাণসী, ১৯৬৬।
(৩) সংস্কৃত সাহিত্য কা সংক্ষিপ্ত ইতিহাস, বাৰাণসী, ১৯৬৮।
(৪) সংস্কৃত শাস্ত্ৰোঁকা ইতিহাস, বাৰাণসী, ১৯৬৯।
গৈৰোলা, বাচস্পতি, (১) বৈদিক সাহিত্য ঔৰ সংস্কৃতি, কাশী।
(২) সংস্কৃত সাহিত্য কা বৃহৎ ইতিহাস, কাশী,
(৩) সংস্কৃত সাহিত্য কা সংক্ষিপ্ত ইতিহাস, কাশী,
(৪) ভাৰতীয় নাট্য পৰম্পৰা ঔৰ অভিনয় দৰ্পণ, ইলাহাবাদ, ১৯৭১।
ত্ৰিপাঠী, ছবিনাথ, চম্পূকাব্য কা আলোচনাত্মক আৰু ঐতিহাসিক অধ্যয়ন, বাৰাণসী, ১৯৬৫।
ত্ৰিপাঠী, ৰামদেৱ, ভাষাবিজ্ঞান কী ভাৰতীয় পৰম্পৰা ঔৰ পাণিনি, পাটনা—৩, ১৯৭৭।
দ্বিবেদী, ৰামগোবিন্দ, বৈদিক সাহিত্য, কাশী, ১৯৫০।
মীমাংসক, যুধিষ্ঠিৰ, সংস্কৃত ব্যাকৰণ কা ইতিহাস, ১—২ ভাগ ; অজমেৰ, সম্বৎ ২০২০ ; ২০১৮।
ব্যাস, ভোলাশংকৰ, সংস্কৃত কবি দৰ্শন, কাশী, ১৯৫৫।

## English :

Agrawal, H. R. A. Short History of Sanskrit Literature, Delhi-

Bhatt, G. K. Sanskrit Drama, Delhi, 1985,

Bhattacharjee, S. Literature in Vedic Age, Vol. I. Samhitas, Calcutta, 1984.

(2) Atharva veda and Gopatha Brahamana, Allahabad, 2nd edn. 1975

Belvalkar, Systems of Sanskrit Grammar, Pune, 1918.

Chatterjee, S. K. Ramayana, Calcutta, 1978.

Dandekar, R. K. Vedic Bibliography, Vol. I, BORI, Pune, (2nd ed) 1986 ; VOL. II, Pune (1st ed) 1978 ; VOL III, 1973. VOL. IV. Pune, 1985. Vol. V, 1993

Deussen, Paul, Sixty Upanisads of Veda, Eng Tr. Bedekar and Palsule, Delhi, 1980.

De, S. K. and Dasgupta, S. N. History of Sanskrit Literature, VOL. I, Calcutta, 1980.

De, S. K. (i) History of Sanskrit Poetics, Calcutta, 1965. (2) Aspects of Sanskrit Literature, Calcutta, 1956.

Gonda, Jan, History of Vedic Literature I, Wiesbaden 1977.

Indusekhar, Sanskrit Drama, Its Origin and Decline, delhi, 1977.

Kane, P. V. (i) History of Dharmasastra, 5 vols, (7 parts), Poona 1930-62

Kashikar, G. C. 'A Survey of the Srauta Sutras', Journal of the University of Bombay, vol. XXXV, (New Series), Part 2, Bombay, September, 1966.

Keith, A. B. (I) Sanskrit Drama, Oxford, 1924.

(2) A History of Classical Literature, Oxford, 1920.

(3) Classical Sanskrit Literature, New Delhi, 1966.

Krishna Chaitanya, A New History of Sanskrit Litetrature, New Delhi, 1977.

Krishnamachariar, M. History of Classical Literature, Delhi, (3rd edn) 1974.

Macdonell, A. A. History of Sanskrit Literature, Delhi, 1960.

Maxmuller, (1) The Vedas, Delhi, 1969.

(2) History of Ancient Sanskrit Literature, Prayag, 1914.

Palsule, G. B. The Sanskrit Dhatupathas, A Critical study, Pune, 1961.

Pusalkar, A. D. Bhasa, A Study, Delhi, 1940.

Ragnavan, V. Bhoja's Sringara Prakasha, Madras, 1978.

(2) Survey of Sanskrit Literature, Bombay, 1962.

Ranade, R. D. A Constrructive Survey of Upanisadic Philosophy Bombay. 1968.

Radhakrishna, S. The Hindu View of Life London, 1927.

Rao, U. V. A Handbook of Classical Sanskrit Literature, Orient Longsman, Calcutta, 1961.

Ramgopal, India of Vedic Kalpasutras, Delhi, 1959.

Renou, Louis, (1) Vedic India, Delhi, 1971.

(2) Religions of Ancient India, New Delhi, 1972.

Sastri, Gaurinatha A Concise History of Classical Sanskrit Literature, Oxford, 1960.

Vaidya, C. V. History of Sanskrit Literature (Vedic), Poona, 1930.

Warder, A. K. Indian Kavya of Literature, Vols 5, Delhi, 1980-1988.

Weber, A. History of Indian Literature, Varanasi, 1961.

Wilson, E. Hindu Literature, New Delhi, 1978.

Winternitz, M. History of Indian Literature, (Eng. tr. V. S. Sharma), 3 vols, Delhi, 1983.



# অধ্যাপক ড° থানেশ্বৰ শৰ্মাৰ প্ৰকাশিত গ্ৰন্থসমূহ

১। ভাসৰ কাহিনী, নগাঁও, ১৯৮৩।
২। বেদ কাননৰ একাঞ্জলি ফুল, সৰভোগ, ১৯৮৭।
৩। অভিজ্ঞান শকুন্তলম্ — এক সমীক্ষা, চন্দ্ৰ প্ৰকাশ, গুৱাহাটী, ৪ৰ্থ তাঙৰণ, ২০০১।
৪। বৈদিক কাহিনী প্ৰবাহ, বীণা লাইব্ৰেৰী, গুৱাহাটী, ১৯৯১
৫। The Bharadvajas in Ancient India, Motial Banarsidass, Delhi, 1991.
৬। আদি শংকৰাচাৰ্য, গুৱাহাটী, ১৯৯২।
৭। মৃচ্ছকটিকম্ (অসমীয়া অনুবাদ), চন্দ্ৰ প্ৰকাশ, গুৱাহাটী, ২য় সংস্কৰণ, ২০০২।
৮। মালবিকাগ্নিমিত্ৰম্— কথা, লয়াৰ্চ বুক ষ্টল, গুৱাহাটী, ১৯৯৩।
৯। শ্ৰীমদ্দামোদৰীয় দৰ্শনম্, (সম্পাদনা), গুৱাহাটী, ১৯৯৪।
১০। সামবেদৰ জিলিঙনি, অসম আৰ্য সমাজ, গুৱাহাটী, ১৯৯৪।
১১। সংস্কৃত সাহিত্যৰ ইতিবৃত্ত, চন্দ্ৰ প্ৰকাশ, গুৱাহাটী, প্ৰ. তা. ১৯৯৫; দ্বি. তা. ২০০৭।
১২। দয়ানন্দৰ ঋগ্বেদাদি ভাষ্যভূমিকা (অনুবাদ), আৰ্যসমাজ, গুৱাহাটী, ১৯৯২।
১৩। বৈদিক সাহিত্যৰ ৰূপৰেখা, অসম বেদবিদ্যালয়, গুৱাহাটী, ১৯৯৮।
১৪। মহাভাৰতত লোকসাধু, শৰাইঘাট প্ৰকাশন, গুৱাহাটী, ১৯৯৮।
১৫। মৃচ্ছকটিকম্ — সমীক্ষা, চন্দ্ৰ প্ৰকাশ, গুৱাহাটী, ২০০৪।
১৬। ভাস নাটক সমগ্ৰ (অসমীয়া অনুবাদ), বাণীমন্দিৰ, ২০০৪।
১৭। ভোজ প্ৰবন্ধ (অসমীয়া অনুবাদ), অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ২০০৪।
১৮। শুক সপ্ততি (অসমীয়া অনুবাদ), অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ২০০৪।
১৯। পুৰুষ পৰীক্ষা (অসমীয়া অনুবাদ), অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ২০০৪।
২০। জাতক (অসমীয়া অনুবাদ), ৫ খণ্ডত সম্পূৰ্ণ, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ২০০৪।
২১। কামৰূপ যাত্ৰা পদ্ধতি (অসমীয়া অনুবাদ), প্ৰকাশন পৰিষদ, গুৱাহাটী, ২০০৪।
২২। New Trends In the Interpretation of the Vedas, Sundeep Prakashan, New Delhi, 2004
২৩। বৰণীয় ঋষিৰ স্মৰণীয় কথা, অসম শিশু সাহিত্য ন্যাস, গুৱাহাটী, ২০০৪।
২৪। বেদৰ সৌৰভ, বৈদিক বিচাৰ্চ এণ্ড মোৰেল ট্ৰাষ্ট চেণ্টাৰ, পুৰণি গুদাম, (অসম),২০০৭।
২৫। ঋগৰ্থ সঞ্চয়ন, কৌস্তুভ প্ৰকাশন, ডিব্ৰুগড়, ২০০৭।

□ □ □

## শিশু সাহিত্য সমূহ (প্ৰকাশিত)

১। ৰূপকুমাৰৰ সাধু, ওমৰাংচু, ১৯৮৭।
২। সাধুকথাৰ মৌকোহ, ওমৰাংচ, ১৯৮৭।
৩। বিদ্যাৰত্ন লাভৰ সাধু, গুৱাহাটী, ১৯৮৭। (দ্বিতীয় তাঙৰণ, যন্ত্ৰস্থ)।
৪। ৰূপকোঁৱৰৰ সাধু, ওমৰাংচু, ১৯৮৮।
৫। বিদ্যাৰ্থীৰ মনোমোহা সাধু, গুৱাহাটী, ১৮৮৯।
৬। অমৰ কাহিনী, গুৱাহাটী, ১৯৯১।
৭। সাধুকথাৰ সঁফুৰা, গুৱাহাটী, ১৯৯২।

## প্ৰকাশৰ বাবে প্ৰস্তুত পাণ্ডুলিপিসমূহ

১। কালিদাসৰ অভিজ্ঞান শকুন্তলম্ — কথা।
২। কালিদাসৰ বিক্ৰমোৰ্বশীয়ম্ — কথা।
৩। বেদান্তসাৰ (অনুবাদ)।
৪। বৈদিক আৰু লৌকিক দেৱতাসকল।
৫। ড ৰাজেন্দ্ৰ প্ৰসাদৰ 'সংস্কৃত আৰু সংস্কৃতি' (অসমীয়া অনুবাদ)।
৬। ভক্তজীৱনামৃত (মহাৰাষ্ট্ৰৰ ওঠৰজন ভক্ত কবিৰ জীৱনী)।
৭। সন্তপৰিচয় (যোলজন সন্তৰ জীৱনী)।
৮। মহাভাৰতৰ মহাগ্ৰন্থ।
৯। শক্তিতত্ব (শক্তিবাদ সম্বন্ধীয় প্ৰবন্ধৰ সংকলন)।
১০। তেলকটাহগাথা (অনুবাদ)।
১১। প্ৰবন্ধ মঞ্জৰী (সংস্কৃত সাহিত্য বিষয়ক প্ৰবন্ধ চয়ন)।
১২। মহাবীৰ অৰ্জুন। (মহাভাৰতৰ আলমত ৰচিত গ্ৰন্থবোৰ)
১৩। মহাবীৰ বৃকোদৰ।
১৪। মহাবীৰ দেৱব্ৰত ভীষ্ম।
১৫। মহৰ্ষি ব্যাস আৰু ব্ৰহ্মচাৰী শুক।
১৬। বালবীৰ অভিমন্যু আৰু ঘটোৎকচ।
১৭। নলদময়ন্তীৰ পুণ্য কথা।
১৮। চন্দ্ৰবংশৰ পুণ্যকথা।
১৯। সাবিত্ৰী সত্যবানাদি।
২০। ভাৰতৰ বীৰগাথা। ইত্যাদি।
২১। ভৃগুবংশৰ পুণ্যকথা।
২২। ঋগ্বেদ (অসমীয়া অনুবাদ ঃ প্ৰথম, দ্বিতীয় খণ্ড প্ৰস্তুত হৈছে)

□ □ □